'**ATA JIWAN ANEK DRISHA**' : One life : many episodes;
Autobiography of Ram Goswamee, K.K. Bhattacharyya Road, Chenikuthi,
Guwahati - 781 003. First edition 2005, Price : 100.00 only.

প্ৰকাশক ঃ
**জিনু গোস্বামী**
মৃণালিনী প্ৰকাশন
কমলাকান্ত ভট্টাচাৰ্য পথ
চেনিকুঠি, গুৱাহাটী - ৩
ফোন ঃ ২৬৬৫৭৪৪

প্ৰথম প্ৰকাশ
জুন, ২০০৫

মূল্য ঃ ১০০-০০ টকা

প্ৰুফ চাওঁতা ঃ
**শ্ৰী দিলীপ কুমাৰ শৰ্মা**

মুদ্ৰণত ঃ
**অভিৰুচি প্ৰকাশন**
এম. চি. ৰোড, গুৱাহাটী - ৭৮১ ০০৩
ফোন ঃ ২২৬৩৯৭২, ২৬৬৫৩৪৮

মোৰ মা-দেউতাৰ পৱিত্ৰ স্মৰণৰ বাবে

চেনেহৰ স্ত্ৰী জিনু আৰু

আদৰৰ সন্তান কুকি, শংকু, লুকি, পিংকুৰ বাবে

# একেষাৰ

“এটা জীৱন-অনেক দৃশ্য” গ্ৰন্থ খন আমাৰ দেউতা শ্ৰদ্ধেয় ৰাম গোস্বামীৰ আত্ম কথা। ক'ব পাৰি, তেখেতৰ জীৱনৰ এটা চমু পৰিচয়। তেখেতৰ জীৱনটো বহুতো বিচিত্ৰ ঘটনাৰে ভৰপূৰ। অনেক কষ্ট সাধনাৰ মাজেদি এই জীৱন অতিবাহিত হৈ আজিৰ বৃদ্ধ অৱস্থা পাইছেহি। অৱশ্যে, তেখেতৰ ব্যস্ততা, লেখা পঢ়া, মেল মিটিং এতিয়াও অব্যাহত আছে। তেখেতৰ বিচিত্ৰ জীৱন ধাৰাত অভিজ্ঞতা লাভ আছিল ব্যাপক। নাচৰ মাষ্টৰ, ভাওনা-থিয়েটাৰ অভিনেতা, প্ৰাইভেট টিউটৰ, বেংকৰ কেৰাণী, প্ৰেছৰ কৰ্মী আৰু শেষত গৈ গ্ৰন্থাগাৰৰ চাকৰি। এইয়া এক চমকপ্ৰদ যাত্ৰা। অৱসৰ লোৱাৰ পাছত সাহিত্য চৰ্চা, কলা সংস্কৃতিত মনোনিবেশ হৈছে তেখেতৰ প্ৰশংসনীয় উদ্যম। ভালেকেইখন মনোগ্ৰাহী গ্ৰন্থৰ তেখেত লেখক।

গ্ৰন্থাগাৰৰ দীৰ্ঘ দিনৰ চাকৰিটো আছিল দেউতাৰ উল্লেখযোগ্য অবিচ্ছেদ্য অংগ। অসমৰ ৰাজহুৱা গ্ৰন্থাগাৰ আন্দোলনত তেখেতৰ অৱদান সৰ্বজন বিদিত। ভাৰত চৰকাৰে তেখেতক গ্ৰন্থাগাৰ বিষয়ত জ্ঞান অৰ্জন কৰিবলৈ দুবাৰো বিদেশলৈ পঠাইছিল। এই 'আত্মকথা' কিতাপখনত দেউতাই এইবোৰ ভ্ৰমণৰ পৰা লাভ কৰা অভিজ্ঞতাৰ সম্যক বিৱৰণ লিপিবদ্ধ কৰিছে। দেউতাই গ্ৰন্থখনত তেখেতৰ অভিজ্ঞতা আৰু অনুভৱ অকপটে লিখি গৈছে। কোনো অতিৰঞ্জিত, অথবা অসত্য ঘটনা তেখেতৰ বিৱৰণত দিয়া নাই। জীৱন প্ৰবাহৰ নানা দৃশ্য, আনন্দ-বেদনাৰ ছবি ইয়াত প্ৰত্যক্ষ হৈছে মাত্ৰ। তেখেতৰ জীৱন আৰু জীৱিকাতে আমি পাইছিলোঁ এক প্ৰেৰণা। ব্যক্তিগত জীৱনত তেখেত আছিল নিয়মত চলা মানুহ। দৈনন্দিন এটা নিয়ম বান্ধি তেখেতে কামত ধৰিছিল। এই ধৰক, পুৱা বেলা শোৱাপাটিৰ পৰা উঠি ভগৱানক দিনটো সুকলমে পাৰ কৰিবলৈ আশীৰ্বাদ কামনা কৰা, চাহ জলপান খাই খোজ কঢ়া, পুৱাবেলা দুই তিনিঘণ্টা পঢ়াশুনা কৰা প্ৰভৃতি আছিল তেখেতৰ সাধাৰণ অভ্যাস।

আমাৰ নেৰা নেপেৰা অনুৰোধ পেলাব নোৱাৰি দেউতাই বহুতো চিন্তা ভাৱনাৰ অন্তত “এটা জীৱন অনেক দৃশ্য” নামৰ আত্মজীৱনীমূলক কিতাপ খন দুমাহমান

সময়ৰ ভিতৰতে লিখি সম্পূৰ্ণ কৰিলে। তেখেতে কিতাপখন সম্পূৰ্ণ কৰাৰ দিন এটা ধাৰ্য কৰি লৈছিল। তাৰিখটো আছিল ৩১ মাৰ্চ, ২০০৫ চন। সেই দিনটো আছিল তেখেতৰ জন্ম দিন। অভিৰুচি প্ৰকাশ, এম.চি. ৰোড, গুৱাহাটীৰ সুপ্ৰসিদ্ধ মালিক, ক্ৰীড়া সংগঠক শ্ৰী বলেন্দ্ৰ মোহন চক্ৰৱৰ্তীয়ে আনন্দ মনেৰে কিতাপখন ছপাই উলিয়াবলৈ আগবাঢ়ি আহি আমাক উৎসাহ যোগালে। তেওঁৰ লগতে প্ৰেছৰ সমূহ কৰ্মীবৃন্দ আমাৰ প্ৰশংসাৰ পাত্ৰ। শেষত কওঁ যে আমাৰ প্ৰচেষ্টাত মা শ্ৰীযুতা জিনু গোস্বামীৰ আন্তৰিক সহায়-সহযোগ আছিল অসামান্য। গ্ৰন্থখন পাঠকৰ মাজত সমাদৃত হলে আমি পৰম আনন্দ পাম। ধন্যবাদ।


পৰিয়ালৰ হৈ

**পুৰঞ্জয় গোস্বামী** (পিংকু)

কমলা কান্ত ভট্টাচাৰ্য পথ

চেনিকুঠি, গুৱাহাটী - ৩

জুন, ২০০৫ চন

ম'বাইল ঃ ৯৪৩৫১-১২৭৬৩

# এটা জীৱন অনেক দৃশ্য

## (ৰাম গোস্বামীৰ আত্মজীৱনী)

মোৰ জীৱনৰ লগত অনেক ঘটনা জড়িত হৈ আছে। এইবোৰ স্মৃতিকথা ৰূপে স্মৰণ কৰি মই পুলকিত হওঁ। স্মৃতি কথা লিখিলে, ডায়েৰী এখন থাকিলে বহুত সহায় হয়। মই ডায়েৰী লিখা অভ্যাস ৰাখিব নোৱাৰিলো। এতিয়া ইয়াৰ অভাৱ বুজিছো। স্মৃতিকথা লিখোতে সকলো ঘটনা ঠিক সময় ধৰি মনত নপৰে। কিছুমান কথা মনলৈ আহে যদিও সেইবোৰ প্ৰাসংগিক বুলি ধৰিব নোৱাৰি। এতিয়া মই যি বিষয়টো মনত পেলাই লিখিবলৈ ওলাইছো - মোৰ জীৱনত এইটোৱেই বোধকৰো আটাইতকৈ স্মৰণীয় অভিজ্ঞতা। এই অভিজ্ঞতাৰ কিমান মূল্য আছে মই নাজানো। কিন্তু এইটো মোৰ বাবে এক উদ্দীপনাময় জীৱন উৎস। এই অভিজ্ঞতা হৈছে কিতাপক কেন্দ্ৰ কৰি। কিতাপৰ অভিযান মোৰ বাবে আটাইতকৈ স্মৰণীয় অনুস্মৃতি ৰূপে স্থান অধিকাৰ কৰিছে। মোৰ চিন্তা ধাৰাত স্পষ্ট আৰু ব্যাপক পৰিধি কিতাপেই দখল কৰিছে। কেতিয়াবা কিতাপৰ আশ্ৰয়তে মোৰ আত্মীয়তাই আত্মকাহিনী ছবিৰ দৰে প্ৰকাশ পাবলৈ সুবিধা পায়। মোৰ সমস্ত সত্তা কিতাপৰ জগতত শিহঁৰিত হৈ উঠে। মই ৰোমান্সকৰ পৰিবেশত সোমাই পৰো। জীৱনৰ বিভিন্ন স্তৰত অৰ্থাৎ লৰালি কাল, যৌৱন কাল আৰু বৃদ্ধ কালত কিতাপৰ লগত মই কেনে ভাৱে সম্পৰ্ক স্থাপন কৰিছিলো, সেই কাহিনী মোৰ বাবে এক মধুৰ স্মৃতি। কোনো পাণ্ডিত্য পূৰ্ণ কথা মই কবলৈ যোৱা নাই, অথবা কিতাপৰ ঐতিহাসিক প্ৰসংগও দাঙি ধৰিব খোজা নাই। কিতাপৰ দৰ্শনে মোৰ জীৱন ধাৰাত কেনেকৈ প্ৰভাৱ পেলাইছে, কেনেকৈ মোৰ মনন আৰু চিন্তন আলোকিত হৈছিল তাকে মাত্ৰ মই স্মৃতি চাৰণ কৰিব খুজিছো। কোৱা প্ৰয়োজন যে মোৰ জীৱনৰ অধিক সময় কিতাপৰ লগতে অতিবাহিত হ'ল। ৰাজ্যিক গ্ৰন্থাগাৰিক ৰূপে সুদীৰ্ঘ দিন চাকৰি কৰি গ্ৰন্থ জগতৰ লগত মোৰ এক সৌৰভময় সম্বন্ধ গঢ়ি উঠিছিল। আজি জীৱনৰ বিয়লি বেলাত ভৰি দি কিতাপৰ কথাকে মই স্মৰণ কৰিছো। মই কিতাপক আহাৰ, পানী, বতাহৰ দৰে লাগতিয়াল বুলি বিবেচনা কৰো। এই গ্ৰন্থখনত মই কিতাপৰ ওপৰত অথবা পুথিভঁৰালৰ ঐতিহাসিক বা

প্ৰায়োগিক দিশত বিদ্যায়তনিক আলোচনা আগবঢ়াব খোজা নাই। মোৰ উদ্দেশ্য হৈছে কিতাপৰ মাজেদি জীৱনটো দৰ্শন কৰা, কিতাপে মানুহক কিমান উপায়েৰে প্ৰভাৱ পেলাব পাৰে তাৰে এটা আভাস দিয়া। কাৰণ কিতাপ হৈছে মোৰ আজীৱন সংগী। মই এই সংগৰ পৰা লাভ কৰা অভিজ্ঞতা খিনি লিপিবদ্ধ কৰি থৈ যাব খোজো। কিতাপৰ মাজতে মই জীৱনৰ মূল্যবোধ বিচাৰি পাইছো; যি মূল্যবোধত গ্ৰন্থপাঠ আৰু জীৱন যাপন এক অবিচ্ছিন্ন নিৰ্ধাৰক ৰূপে পৰিগণিত হৈছে। এনে এটা পৰিস্থিতিত এইটো কোৱা মস্কিল যে মোৰ বিবেচনাত সাহিত্য পাঠ বা জীৱন যাপন কোনটো প্ৰথমতে বিবেচিত হব! দুয়োটা কবলৈ গলে টকাটোৰ ইফাল-সিফাল। স্বীকাৰ কৰিছো যে মোৰ জীৱন কাহিনীক গঢ়দিছিল কিতাপৰ জগত খনেই। এই জগত খনতে মোৰ জীৱনৰ অন্বেষণ উৎসৰ্গীত হৈছে। মোৰ সমস্ত জীৱনটোৱেই আছিল গ্ৰন্থ মুখী। এটা কথা কৈ থোৱা ভাল যে কিতাপ অধ্যয়ন, ইয়াৰ উপকাৰিতা, পঢ়াৰ নীতি নিয়ম, কিতাপৰ পৰা লাভ কৰা জ্ঞান প্ৰভৃতি বিষয়ক কেঁন্দ্ৰ কৰি অনেক গ্ৰন্থ প্ৰকাশ হৈছে। অসমীয়া ভাষাত এই সম্পৰ্কে কিছু সংখ্যক কিতাপ প্ৰবন্ধ আমি পঢ়িবলৈ পাইছো। এইবোৰৰ দ্বাৰা পঢ়ুৱৈ লাভবান হৈছে। পুথিভঁৰাল আৰু পুথি প্ৰকাশনৰ কথা হলেই এই বিষয়টোৱে তাৎপৰ্য ভাৱে বক্তাৰ ভাষণত ঠাই পায়। কিতাপৰ বিষয়ে কবলৈ সমল আছে বাবে ইয়াৰ ওপৰত বক্তাজনে বহুতো উপাদেয় কথা-কাহিনী, তথ্য-ইতিহাস শ্ৰোতাক কব পাৰে। বিভিন্ন দৃষ্টি কোণৰ পৰা ৰচিত এনে তত্ত্ব গধুৰ ৰচনা বোৰত কিতাপৰ প্ৰচাৰ আৰু সমাদৰ হৈছে মূল উদ্দেশ্য। কিতাপৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰা, লগতে থাকে কিতাপ পঢ়াৰ কৌশল! এটা বিভ্ৰান্তিকৰ ধাৰণা আছে এই বুলি যে কিতাপ এবিধ নিস্তেজ, প্ৰাণহীন অসাৰ পদাৰ্থ, যি বিদ্যাভাষ আৰু ধৰ্মীয় অনুশীলনতে স্থান পাবৰ যোগ্য। কিতাপত ব্যস্ত থাকি সময় অপব্যয় কৰা বিদ্যাৰ্থীসকল প্ৰায়ে অকামিলা, এলেহুলা হোৱা পৰিলক্ষিত হয়। জটিল বাস্তৱত তেওঁলোক উপযুক্ত নহয়। বাস্তৱত লগাব নোৱাৰা কিছুমান অসাৰ কথাৰে কিতাপ হৈছে ভুৰি ভোজন। কিন্তু এইসকল গ্ৰন্থ বিদ্বেষী লোকৰ অভিযোগ যে অৰ্থহীন সেই কথা মানৱ সভ্যতাৰ ক্ৰমোন্নতিলৈ চকু পেলালেই বুজিব পৰা যাব। কোৱা প্ৰাসংগিক যে আদিম লোকসকলে ছপা আখৰৰ মুখ দেখিহে তেওঁলোকে পোহৰৰ বাট বিচাৰি পাইছিল। ছপা আখৰ শিকি তেওঁলোকে জীৱনৰ বাস্তৱ সত্য আৱিস্কাৰ কৰিবলৈ সক্ষম হ'ল, সভ্যতাৰ জখলাত উঠিব পৰা শক্তি আহৰণ কৰিলে। মানৱ সভ্যতাৰ ক্ৰমোবিকাশত গ্ৰন্থৰ ভূমিকা অপৰিহাৰ্য। মই এনে এটা বিশ্বাস ৰাখি

মোৰ শক্তি সামৰ্থ অনুযায়ী গ্ৰন্থৰ জগতত সোমাই পৰিছিলোঁ। এই পৰিক্ৰমা সহজ নাছিল। সুবিধাও আছিল যৎ সামান্য।

ল'ৰালি কালৰ দিনবোৰৰ কথা মনত পেলালে মই জন্ম লাভ কৰা ঠাইখন আৰু পৰিয়ালবৰ্গ চকুৰ আগত নিৰবচ্ছিন্নভাৱে দেখা দিয়ে। জন্মস্থান গোলাঘাট সেই সময়ত শিৱসাগৰ জিলাৰ এটা মহকুমা সদৰ। কোনো উল্লেখযোগ্য অতীত আছিল বুলি কব পৰা নাযায়। সাধাৰণ মধ্যবৃত্ত লোকৰ দ্বাৰা পৰিবেষ্টিত এখন সমাজ; ভাগ্য অন্বেষণৰ বাবে বহিৰাগতৰ আগমন আকৰ্ষণ বিহিন। অৱশ্যে গোলাঘাট পথ-প্ৰদৰ্শক চাহ বাগিছাসমূহলৈ। চাৰিওফালে সেউজীয়া চাহ বাগিছাৰে গোলাঘাট সু-প্ৰসিদ্ধ। নুমলিগড়, গৰমপানী, বন্যজন্তুৰে ভৰা বনাঞ্চল আৰু আছে খেতি পথাৰেৰে চহকী গাঁওবিলাক, নানা জাতিৰ সহমিলনৰ ক্ষেত্ৰ। গোলাঘাটৰ অন্তৰ্গত কাজিৰঙা জাতীয় উদ্যান আজি বিশ্ববিখ্যাত পৰ্যটকৰ আকৰ্ষণ- কেন্দ্ৰ। গোলাঘাট বহু সত্ৰৰ আবাসভূমি। গোলাঘাটৰ প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালৰ ভিতৰত চলিহাৰ ঘৰ, হাজৰিকাৰ ঘৰ, বৰুৱাৰ ঘৰ, দুৱৰাৰ ঘৰ, গোসাঁইৰ ঘৰ, শইকীয়াৰ ঘৰ, কাকতিৰ ঘৰ, বেজবৰুৱাৰ ঘৰ, শৰ্মা উকীলৰ ঘৰ প্ৰভৃতি মনত পৰা পুৰণি বাসিন্দা সকল আছিল গোলাঘাটৰ সেই সময়ৰ জ্যেষ্ঠ সন্মানীয় নাগৰিক।

মই অৱশ্যে ইয়াত গোলাঘাটৰ ইতিবৃত্ত লিখিব খোজা নাই। এই বিষয়ে বিতং তথ্য বৰ্তমান মোৰ জ্ঞাত নহয়। মই মাত্ৰ উনুকিয়াইছো এই বাবেই যে চহৰ সৰু হলেও মানুহবোৰৰ মাজত প্ৰীতি মধুৰ সম্পৰ্ক আৰু আহ-যাহ অটুট আছিল। টানে বিপদে, বিয়া-সবাহে সকলো উপস্থিত হৈছিল। সৰু চহৰ যদিও মানুহবোৰ আছিল সংস্কৃতিবান আৰু সদ্‌ভাৱনাৰে হৃদয়বান। আকালো নাছিল, ভঁৰালো নাছিল। অলপতে মানুহবোৰ সন্তুষ্ট হৈছিল। মই যি পৰিয়ালত জন্ম লৈছিলো সেই পৰিয়ালো আছিল গোলাঘাটৰ এঘৰ প্ৰাচীন বাসিন্দা, 'গোঁসাইৰ ঘৰ' নামে পৰিচিত। অৰ্থাৎ জগত গোস্বামীৰ ঘৰ। মোৰ পিতৃ জগত চন্দ্ৰ গোস্বামী আছিল এগৰাকী নৈষ্ঠিক, সদালাপী, পণ্ডিত ব্যক্তি। চাকৰি কৰিছিল গোলাঘাট কাছাৰীৰ হেডক্লাৰ্ক ৰূপে। ইয়াৰ আগতে কামৰূপৰ পলাশবাৰী এম, ই, স্কুলৰ প্ৰধান শিক্ষকৰ কাম কৰি সুনাম লভিছিল। পাছত খাছী-জয়ন্তীয়া পাৰ্বত্য জিলাৰ উপায়ুক্ত অসমৰ হিতাকাঙ্খী কৰ্ণেল পি, আৰ টি গৰ্ডন (অসম উপত্যকাৰ কমিশ্যনাৰ) চাহাবৰ এথ্‌নোগ্ৰাফী ক্লাৰ্কৰূপে নিযুক্তি লৈ শ্বিলঙলৈ যায়। সেই কালত (১৯০৩) খাছী-জয়ন্তীয়া পাৰ্বত্য জিলাখন পিচপৰা অঞ্চল আছিল। যাতায়তৰ সুবিধা নাছিল, গুৱাহাটীৰ পৰা যাবলৈ তিনিদিন লাগিছিল। গৰ্ডন চাহাবৰ লগত দেউতাই কেতিয়াবা খোজকাঢ়ি

আৰু কেতিয়াবা থাপাত উঠি দুৰ্গম পাহাৰীয়া ঠাইবোৰলৈ যাব লগাত পৰিছিল। দেউতাই তাত দুটা কাম আয়ত্ত কৰিব লগাত পৰিছিল। এটা হৈছে খাছী ভাষা শিকি লোৱা, আনটো ফটোগ্ৰাফী শিকা। এই দুয়োটা কামতে দেউতাই পাৰ্গতালি দেখুৱাইছিল। ১৯১৪ চনত গৰ্ডন চাহাবে বিখ্যাত গ্ৰন্থ The Khasi Monograph খন প্ৰস্তুত কৰা কাৰ্যত দেউতাই যথেষ্ট পৰিশ্ৰম স্বীকাৰ কৰিব লগাত পৰিছিল। তথ্যপাতি সংগ্ৰহ টোকা-বিৱৰণিৰ নিশ্চিতকৰণ, অতিৰিক্ত সমল সংযোজন প্ৰভৃতিত দেউতা আছিল গৰ্ডন চাহাবৰ সোঁ-হাত স্বৰূপ। গৰ্ডন চাহাবে তেওঁৰ এই ছপা হোৱা গ্ৰন্থখনত দেউতাৰ নাম বিশেষভাৱে উল্লেখ কৰিছে। ১৯০৩ চনৰ পৰা ১৯০৯ চনলৈকে শ্বিলঙত চাকৰি কৰি জগত চন্দ্ৰই ৰেভিনিউ চিৰস্তাদাৰ পদত নিযুক্তি লৈ শিৱসাগৰলৈ আহে। তাত প্ৰায় এবছৰ কাল থকাৰ পাছত দেউতা আহে গোলাঘাটলৈ, 'গোলাঘাট মহকুমাধিপতিৰ কাৰ্যালয়ৰ হেডক্লাৰ্ক হিচাপে। সুখ্যাতিৰে এই দায়িত্ব পালন কৰি ১৯৩৭ চনত তেখেতে অৱসৰ গ্ৰহণ কৰে। অৱসৰ লোৱাৰ পাছত তেখেতক ইংৰাজ চৰকাৰে অনাৰেৰী মেজিষ্ট্ৰেট পদত নিয়োগ কৰে আৰু ১৯৪৩ চনত 'ৰায় চাহাব' উপাধিৰে সন্মান জনায়। ১৯৪৬ চনৰ মাৰ্চ মাহৰ ইং ৪ তাৰিখে গোলাঘাটৰ নিজৰ ঘৰত দেউতা স্বৰ্গগামী হয়। মোৰ মাতৃ আছিল মৃণালিনী দেৱী গোস্বামী। গোলাঘাট মহকুমাৰ ৰঙামটি মাহৰা সত্ৰৰ দেৱেশ্বৰ গোস্বামীৰ প্ৰথমা কন্যা। ১৯০৩ চনত জগত চন্দ্ৰ গোস্বামীৰ লগত তেওঁৰ বিবাহ সম্পন্ন হয়। দেৱেশ্বৰ গোস্বামীয়ে অসমত প্ৰথমতে চেনীকল স্থাপন কৰি সুখ্যাতি লাভ কৰিছিল। তেখেতে চাহ বাগিছাও খুলিছিল।

আমাৰ মাতৃ মৃণালিনী দেৱী গোস্বামী আছিল সাহিত্যানুৰাগী মহিলা। সমাজ সেৱা কামত তেওঁ শেষ বয়সলৈকে সদাব্যস্ত আছিল। ধৰ্ম মূলক কিতাপৰ লগতে ৰবীন্দ্ৰ নাথ ঠাকুৰ, শৰৎ চন্দ্ৰ চট্টোপধ্যায় প্ৰভৃতি বঙলা লেখকৰ গল্প-উপন্যাস আদিও মায়ে পঢ়ি আনন্দ পাইছিল। পিতৃ দেৱেশ্বৰ গোস্বামীয়ে তেওঁৰ ল'ৰা-ছোৱালীক শিক্ষা লাভত যত্ন লোৱাৰ বাবেই জীয়েকহঁতে পৰবৰ্তী কালত কিতাপৰ লগত এটা মধুৰ সম্পৰ্ক ৰক্ষা কৰিবলৈ সুবিধা পাইছিল। মা আছিল গোলাঘাট জিলা মহিলা সমিতিৰ অন্যতম প্ৰতিস্থাপক সদস্যা। অসম প্ৰাদেশিক মহিলা সমিতিৰো তেওঁ আছিল এগৰাকী প্ৰবীণ সদস্যা। ১৯২৯ চনত গোলাঘাটত অনুষ্ঠিত অসম প্ৰাদেশিক মহিলা সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ মা আছিল সভানেত্ৰী। এই অধিবেশন তাৎপৰ্যপূৰ্ণ আছিল এইবাবেই যে ইয়াতে বাল্য-বিবাহৰ (সাৰদা আইন) বিৰুদ্ধে এক যুক্তি সংগত প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। এই সন্দৰ্ভত মায়ে

দিয়া উদ্দীপনাময় ভাষণ আছিল চমকপ্ৰদ। অধিবেশনত দেশ ভক্ত তৰুণৰাম ফুকন, চন্দ্ৰধৰ বৰুৱা, বেনুধৰ শৰ্মা, চন্দ্ৰকমল ভূঞা, দেবেশ্বৰ শৰ্মা, কুলধৰ চলিহা প্ৰভৃতি অসমৰ ভালে সংখ্যক বিশিষ্ট ব্যক্তিয়ে দৰ্শকৰ আসন উপস্থিতিৰে আকৰ্ষিত কৰিছিল। সভাত মা আৰু তেওঁৰ বৰজীয়েক স্বৰ্গীয়া স্বৰ্ণলতা গোস্বামীৰ মাজত প্ৰস্তাৱটোলৈ তুমুল বাক্‌বিতণ্ডা চলিছিল। এই বিষয়ত যোৰহাটৰ পৰা চন্দ্ৰধৰ বৰুৱাই লিখা পত্ৰখন আছিল এনে ধৰণৰ ঃ

শ্ৰীমতী আইদেউ, যোৰহাট,

২২-১০-২৯

তুমি মৰমেৰে পঠোৱা অভিভাষণখনি পাই পৰম সন্তোষ পালোঁ। বিবাহৰ বয়সৰ সম্পৰ্কে সন্মিলনত তোমালোক মাৰা-জীয়েৰাৰ বক্তৃতা শুনি ইয়াত সকলোৱে নথৈ আনন্দ পাইছো। তোমালোকৰ সুখ্যাতিত মই গৌৰৱ অনুভৱ কৰিছোঁ। ঈশ্বৰে তোমাক আৰু তোমাৰ পৰিয়ালবৰ্গক যেন চিৰ সুখী আৰু দীৰ্ঘজীৱী কৰে, ইয়াকে সৰল আৰু শুদ্ধ মনেৰে আশীৰ্বাদ কৰিছোঁ।

তোমাৰ

শ্ৰীচন্দ্ৰধৰ বৰুৱা।

আমাৰ ঘৰত সেই কেইদিন আলহী নধৰা হৈছিল। চন্দ্ৰপ্ৰভা শইকীয়ানী আমাৰ ঘৰতে আলহী আছিল। তেখেত আছিল মাৰ প্ৰিয় বান্ধৱী। মহিলা সভাৰ সংগঠন কাৰ্যত শইকীয়ানীয়ে মাক বিস্তৰ সহায় কৰিছিল। মাৰ দ্বিতীয়া কন্যা ললিতা ফুকনো আছিল এগৰাকী উৎসাহী সাহিত্যপ্ৰেমী। ফুকনৰ (ভৰলুমুখ, গুৱাহাটী) ঘৰলৈ তেওঁক বিয়া দিয়া হৈছিল। ললিতা বাইদেউ আছিল এগৰাকী লেখিকা আৰু সমাজ সচেতক মহিলা। বহুগুণৰে তেওঁ আদৰণীয় মহিলা নেত্ৰী ৰূপে পাছত সু-পৰিচিত হৈ পৰিছিল। ললিতা বাইদেউৰ খুৰা শহুৰ দেশভক্ত তৰুণ ৰাম ফুকনৰ সান্নিধ্যত তেওঁৰ মনলৈ ভাৰত স্বাধীনতাৰ দেশপ্ৰেম প্ৰবাহিত হৈছিল। সৰোজনী নায়ডু, মহাত্মা গান্ধী, নেতাজী সুভাষ চন্দ্ৰ বোস আদি সৰ্ব ভাৰতীয় নেতা সকল আহি দেশভক্ত ফুকনৰ ঘৰত আলহী থাকোতে তেওঁলোকৰ পৰিচৰ্যাৰ দায়িত্ব বোৱাৰী হিচাপে ললিতা বাইদেৱে বহন কৰিছিল। ললিতা বাইদেউ সংগীতৰ প্ৰতি ধাউতি আছিল প্ৰবল। তেওঁ নিজে গান ৰচিছিল, গাইছিল আৰু আনকো সংগীতৰ প্ৰতি ধাউতি বঢ়াইছিল। তেওঁ ৰাইফল চুটিং প্ৰতিযোগিতাত যোগদি প্ৰথম হৈ বঁটা

লাভ কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ হকে লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে আৰম্ভ কৰা পুঁজি সংগ্ৰহৰ কামতো ললিতা ফুকনে মহিলা শাখাৰ ফালৰ পৰা আগভাগ লৈছিল। তেওঁ আছিল সেই সময়ৰ জাতীয় কংগ্ৰেছৰ এগৰাকী সক্ৰিয় কৰ্মী। তেওঁ একেৰাহে গুৱাহাটী মহিলা সমিতিৰ সম্পাদিকা হিচাপে সুখ্যাতিৰে কাম চলাইছিল। ললিতা ফুকন বহুতো অনুষ্ঠানৰ লগত জড়িত হৈ পৰিছিল। ৰাজ্যিক সমাজ উন্নয়ন পৰিষদ, হাজো বালকাজীবাৰী, গুৱাহাটী ছোৱালী সন্দিকৈ কলেজ, কালীচৰণ বৰুৱা ছোৱালী হাইস্কুল, নাৰী শিক্ষা পৰিষদ, গুৱাহাটী চহৰ উন্নতি সাধন সমিতি, ৰাণী সমাজ কল্যাণ পৰিষদ প্ৰভৃতি এইবোৰ অনুষ্ঠানৰ অন্যতম। তেওঁ পঢ়াশুনা কৰিছিল, সভা-সমিতিত শুৱলা বক্তৃতা দিছিল, আকাশবাণীত তেওঁ নিয়মিত ভাৱে বিভিন্ন বিষয়ৰ কথোপকথনত অংশ লৈছিল। মই তেওঁৰ পৰা শিক্ষা কালত বহুতো সজ পৰামৰ্শ লাভ কৰিছিলো। ঘৰুৱা অভাৱ অনাটনৰ দিনতো তেওঁ মোক লগত ৰাখি মৰম চেনেহৰে আৱৰি ৰাখিছিল। মই কটনৰ পৰা স্নাতক হৈ কিছুদিন বহি থাকিব লগাত পৰিছিল। আমাৰ নিজা ঘৰৰ অৱস্থাও আছিল বেয়া। ললিতা বাইদেউৱে সিংহ পুৰুষ ৰাধা গোবিন্দ বৰুৱাক কৈ মোক ট্ৰিবিউনত এটা চাকৰি দিয়াইছিল। এই বিষয়ে মোৰ যি অভিজ্ঞতা সেই বিষয়ে পাছত কবলৈ থলো। চন্দ্ৰপ্ৰভা বৰুৱা মোৰ তৃতীয়া গৰাকী বাইদেউ। এওঁৰ বিবাহ হৈছিল যোৰহাটৰ প্ৰাচীন পৰিয়াল সৰ্বাইবন্ধাৰ ৰসেন্দ্ৰ বৰুৱা বংশধৰ দুলাল চন্দ্ৰ বৰুৱাৰ লগত। এই গৰাকী বাইদেউ আছিল স্বাধীন ভাৱাপন্ন। মহিলা সমিতি, মইনা পাৰিজাত, জাগ্ৰত মহিলা সংঘ আদি সামাজিক অনুষ্ঠানৰ লগত তেওঁ জড়িত হৈ নিজৰ উদাৰ মনোভাৱ প্ৰকাশ কৰিছিল। বিদেশী বহিস্কাৰ আন্দোলনত লাগি, সত্যাগ্ৰহত যোগ দি তেওঁ অসমৰ সমস্যাৰ লগত নিজকে ব্ৰতী কৰিছিল। ভিনদেউ তিনিগৰাকী ক্ৰমে গোলোকেশ্বৰ গোস্বামী (স্বৰ্ণলতাৰ স্বামী) আছিল গুৱাহাটীৰ এগৰাকী প্ৰখ্যাত আইনজীৱী। দ্বিতীয় জন নলীন ৰাম ফুকন (ললিতা ফুকনৰ স্বামী) আৰু তৃতীয় জন দুলাল চন্দ্ৰ বৰুৱা, অসম চৰকাৰৰ কৃষি বিভাগত উচ্চ পৰ্যায়ৰ বিষয়া আছিল।

আমাৰ ককাই ভাই ৪জন। গোবিন্দ চন্দ্ৰ গোস্বামী, হৰিশ্চন্দ্ৰ গোস্বামী, মই ৰাম গোস্বামী আৰু বিমল চন্দ্ৰ গোস্বামী। বৰ্ত্তমান মোৰ বাহিৰে বাকী কেইজন ঢুকাইছে। গোবিন্দ চন্দ্ৰ গোস্বামী মানে বাপদাদাই কটনত পঢ়িছিল আৰু ইয়াৰ সংগীত সম্পাদক (মিউজিক চেক্ৰেটৰি) হৈ জনপ্ৰিয় ছাত্ৰ নেতাৰূপে জনাযাত আছিল। প্ৰথমতে অসম চৰকাৰৰ আবকাৰী বিভাগত পৰিদৰ্শক পদত সোমাইছিল।

পাছত সেই কাম ভাল নলগাত স্বাধীন ভাৱে ব্যৱসায়ত মনোযোগ দিছিল। তেওঁ এজন সমাজকৰ্মী ৰূপে গোলাঘাটত পৰিচিত হৈছিল। স্নাতক হোৱাৰ পাছত বাপদাদাই গুৱাহাটীৰ পাণবজাৰত "ওল্ড বুক ষ্টল" এখন খুলি এটা নতুন প্ৰচেষ্টা আৰম্ভ কৰিছিল। তেওঁ গোলাঘাট সনাতন হিন্দু সমাজ আৰু পূজা সমিতিৰ অন্যতম প্ৰতিস্থাপক। গোলাঘাট কমাৰ্চ কলেজৰো তেওঁ আছিল কাৰ্যকৰী সমিতিৰ সভাপতি। অসম সাহিত্য সভাৰ আজীৱন সদস্য বাপদাদাই গোলাঘাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ এগৰাকী উদ্যোক্তা হৈ সভাৰ হকে দেহে কেহে খাটিছিল। গোলাঘাটৰ ঘৰখনত সভালৈ অহা বিশিষ্ট ব্যক্তি বেণুধৰ শৰ্মা, গিৰিধৰ শৰ্মা, উমাকান্ত শৰ্মা প্ৰভৃতি আলহী হৈছিল। আমাৰ বৰদেউতা পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দৰে বাপদাদাৰো পুৰাতত্ত্ব সামগ্ৰীৰ প্ৰতি আগ্ৰহ পৰিলক্ষিত হৈছিল। তেওঁৰ যত্নতে ঘৰতে জগত চন্দ্ৰ গোস্বামী হোম লাইব্ৰেৰী স্থাপন কৰি পুথি অধ্যয়নত উৎসাহ যোগাইছিল। দ্বিতীয় গৰাকী দাদা আছিল হৰিচন্দ্ৰ গোস্বামী। তেওঁ কটনৰ স্নাতক আৰু বি-টি পাছ। গোলাঘাট গৱৰ্ণমেণ্ট বেজবৰুৱা হাইস্কুলত ৭ বছৰ মাষ্টৰী চাকৰিত থাকি শিক্ষা বিভাগৰ অধিনত থকা সামাজিক শিক্ষা বিভাগৰ সামাজিক শিক্ষা বিষয়া পদত নিযুক্তি পায়। 'হৰিশ গোস্বামী' বুলি জনাযাত সোণদাদা আছিল আসাম ট্ৰিবিউন কাকতৰ গোলাঘাটৰ সংবাদদাতা। তেওঁ আছিল সংগীত প্ৰিয়, অভিনয় প্ৰিয়, গোলাঘাট এমেচাৰ থিয়েটাৰত তেওঁ অভিনয় কৰি কেৰকোছ নামেৰে যশস্যা লাভ কৰিছিল। তেওঁ গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰতো অভিনয় কৰি সু-নাম ৰাখি গৈছে। গীত-মাত, ধেমেলীয়া বাক-বচন আদিত সোণদাদাৰ পটুতা আছিল মন কৰিবলগীয়া গুণ। অৱসৰ লোৱাৰ পাছত তেওঁ ৰাজ্যিক মাদক দ্ৰব্য নিবাৰণ পৰিষদৰ প্ৰায় ৭ বছৰ কাল প্ৰচাৰ বিষয়া হিচাপে কাম কৰিছিল। গুৱাহাটীৰ বামুণীমৈদামৰ এজন স্থায়ী বাসিন্দা ৰূপে বসতি কৰি তাতে দেহ-ত্যাগ কৰিলে। মোৰ ভাইৰ নাম বিমল চন্দ্ৰ গোস্বামী (পোনা)। চাকৰি কৰিছিল অসম বিধান সভা কাৰ্যালয়ৰ এগৰাকী সুদক্ষ বিষয়া হিচাপে। সহকাৰী সচিব পদৰ পৰা অৱসৰ গ্ৰহণ কৰি বিমলে ছয়মাইলৰ ওচৰত মাটি কিনে আৰু তাতে ঘৰ সাজি স্থায়ীভাৱে থাকিবলৈ লয়। দুৰ্ভাগ্যৰ বিষয়, হৃদৰোগত আক্ৰান্ত হৈ বিমলে অকালতে প্ৰাণ হেৰুৱালে। হাইদৰাবাদৰ এপ'ল হস্পিটেলত চিকিৎসা কৰিবলৈ গৈ তাতে মৃত্যুমুখত পৰিল। মই বৰ্তমান অকলসৰীয়া অনুভৱ কৰিছো। পোনাৰ সান্নিধ্য মোৰ বাবে অত্যন্ত সুখদায়ক আছিল। ধৰ্মীয় বিষয়ত তাৰ আধ্যাত্মিক চিন্তা আছিল গভীৰ। সি আছিল জ্ঞানী আৰু সদালাপী।

**বংশ পৰিচয়**

প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী আছিল মোৰ ৰৰদেউতা। ডম্বৰুধৰ গোস্বামীৰ ২পুত্ৰ; প্ৰথম হেমচন্দ্ৰ, দ্বিতীয় জগত চন্দ্ৰ আৰু কন্যা খগেশ্বৰী। গোলাঘাট চহৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ (৭ মাইল) আঁতৰত অৱস্থিত ঢেকীয়ালৰ মৌজাদাৰ আছিল ডম্বৰুধৰ গোস্বামী। এখেত আছিল পণ্ডিত ব্যক্তি। এখেতে ঢেকীয়াল অঞ্চলত পোন প্ৰথম পাঠশালা এখন স্থাপন কৰি ৰাইজৰ শিক্ষাৰ প্ৰতি ধাউতি বঢ়াইছিল। এই পাঠশালাতে হেমচন্দ্ৰ আৰু জগত চন্দ্ৰই গাঁৱৰ অন্য ল'ৰাৰ লগতে পঢ়ি প্ৰাথমিক শিক্ষা লাভ কৰিছিল। এই ঢেকীয়ালেই আমাৰ মূল গৌৰাং সত্ৰৰ পৱিত্ৰ স্থান আৰু কূলদেৱতা শ্ৰীশ্ৰীশ্যামৰাই মহাপ্ৰভূৰ উপাসনাৰ স্থান। এই বিগ্ৰহ মূৰ্তি হৈছে শ্ৰীকৃষ্ণৰ বংশীধাৰী ত্ৰিভংগ উজ্জ্বল ৰূপ। সুন্দৰ বদন, শ্যাম কলেবৰ প্ৰস্তৰ উপাস্য দেৱতা। বৰ্তমান ইয়াত আমাৰ বংশ পৰিয়ালৰ বাসস্থান। মৌজাখনো আমাৰ বংশৰ মাজু দেউতা প্ৰয়াত গংগাধৰ গোস্বামীৰ বৰপুত্ৰ প্ৰয়াত গিৰিশ চন্দ্ৰ গোস্বামীৰ পুত্ৰ সবে (অৰুণ, অনিল, অজিত) চলাই আছে। গৌৰাং সত্ৰখনো তেওঁলোকে পৰিচালনা কৰিছে আৰু শ্যামৰাই প্ৰভূৰ নিত্যনৈমিত্তিক পূজা-অৰ্চনা অবিৰাম ভাৱে চলাই আছে। আজিৰ ঢেকীয়াল বহুতো উন্নত। অনেক শিক্ষিত আৰু যশস্বী সাহিত্যিকৰ জন্মস্থান। ইয়াতেই গৌৰাং সত্ৰ প্ৰায় ১৬৬৯ চনত মোমাই তামুলী বৰবৰুৱাই স্থাপন কৰিছিল। ঢেকীয়াল চাৰি আলিৰ পৰা আধা মাইল শেনচোৱা আলিয়েদি পশ্চিমলৈ গলে গৌৰাং সত্ৰ পোৱা যায়। কাষতে গুড়ৰ বাবে আৰু কুটীৰ শিল্পৰ বাবে বিখ্যাত কুমাৰগাঁও। কুমাৰগাঁৱৰ গুড়ৰ কলহ সুপ্ৰসিদ্ধ। আনহাতে শংকৰী কলা-সংস্কৃতিৰো চৰ্চা, ভাওনা-সৱাহ আদি ঢেকীয়ালৰ এক বৈশিষ্ট্যপূৰ্ণ অংগ। সত্ৰৰ চাৰিঘৰ পৰিয়ালে যথাক্ৰমে ঢেকীয়াল মূল সত্ৰত দৌল উৎসৱ, বেতিয়নীৰ দিবাকৰ গোস্বামী (শিক্ষাবিদ আৰু অসমৰ শিক্ষাধিকাৰ ৰূপে পৰিচিত) হঁতৰ ঘৰত পাল নাম, ঢেকীয়ালৰে কমল চন্দ্ৰ গোস্বামীৰ ঘৰত ৰাস আৰু গুৱাহাটীৰ উজান বজাৰৰ হেমচন্দ্ৰ গোস্বামীৰ ঘৰত জন্মাষ্টমী বাৰ্ষিক উৎসৱ হিচাপে পালন কৰি আহিছে। আজিও এই প্ৰথা অব্যাহত আছে। ঢেকীয়ালক কোৱা হয় মহামিলনৰ ক্ষেত্ৰ। আৰু এটা কিংবদন্তি - যাবৎ ঢেকীয়াল তাবৎ গৌৰাং। বৈষ্ণৱ ধৰ্ম প্ৰচাৰ, শৰণ-ভজন এই সত্ৰৰ মূল লক্ষ্য। পণ্ডিত হেমচন্দ্ৰ গোস্বামী এই ঢেকীয়ালৰে সুযোগ্য সন্তান। ঢেকীয়াললৈ আমি গোলাঘাটৰ পৰা গৰু গাড়ীৰে যোৱা মনত পৰে। কেতিয়াবা ডাঙৰজনে চলোৱা চাইকেলৰ বেকত বহি তালৈ গৈছিলো। ঢেকীয়ালত ভাওনা চাবলৈ আমাৰ হেপাঁহৰ অন্ত নাছিল।

তেতিয়া মৌজাদাৰ আছিল মাজু দেউতা গংগাধৰ গোস্বামী। তেখেত গৌৰাং সত্ৰৰ সত্ৰাধিকাৰ পদত বহি নিজৰ প্ৰতিভা ফুটাই তুলিছিল। ঢেকীয়ালত পতা ভাওনাত গঞা ৰাইজে দলে-বলে ভিৰ পাতিছিল। মুছলমান লোক সকলেও নামঘৰত হোৱা ভাওনা চাবলৈ দূৰৰ গাঁৱৰ পৰা গোট খাইছিল। এবাৰ কালিয় দমন ভাওনা পতা হৈছিল জন্মাষ্টমী উপলক্ষে।

মোক কৃষ্ণৰ ভাওত ওলাবলৈ কোৱা হ'ল। মই হাইস্কুলৰ ছাত্ৰ। নাচ গীতৰ প্ৰতি মোৰ ৰাপ আছিল সৰুৰে পৰা। সেই সময়ত গোলাঘাটৰ স্বনামধন্য কলাকাৰ প্ৰদীপ চলিহাই এই বিষয়ত মোক উৎসাহ দিছিল। তেখেত আছিল বহুতো গুণৰ অধিকাৰী। নৃত্য-গীতত তেখেতৰ বুৎপত্তি আছিল অধিক। মানুহজন দেখাই শুনাই, কথা-বতৰাই, খোজে কাটলে চকুত লগা। ভাৰত নাট্য শাস্ত্ৰৰ তেখেত আছিল এগৰাকী পণ্ডিত। ভাৰত নাট্য শাস্ত্ৰৰ সকলো দিশ তেখেতে আয়ত্ত কৰিছিল। মাজুলীৰ সত্ৰ সমূহৰ সাংস্কৃতিক পটভূমি তেখেতে বঢ়িয়াকৈ জানিছিল। কব পাৰি যে প্ৰদীপ চলিহা আছিল কলা-সংস্কৃতিৰ প্ৰবাদ পুৰুষ। তেখেতৰ দেউতাক টংকেশ্বৰ চলিহা আৰু আমাৰ পিতাদেউ অন্তৰংগ বন্ধু আছিল। মই প্ৰদীপ চলিহাৰ সান্নিধ্যলৈ এই সূত্ৰে আহিছিলো আৰু তেখেতৰ অধীনত নৃত্যৰ পাঠ লৈছিলো। তেখেত আছিল বৰ চিৰিয়াছ। মোক নৃত্যৰ মুদ্ৰা, তাল, লয়, পদচালন, ৰস সঞ্চাৰণ, হস্ত প্ৰদৰ্শন প্ৰভৃতি পদ্ধতিগত ভাৱে শিকাইছিল। মই বহীত সেইবোৰ লিখি লবলগীয়া হৈছিল। গীত সমূহৰ বিষয়ে তেখেতৰ জ্ঞান আছিল বিশাল। নিজে সংস্কৃত জানিছিল আৰু কণ্ঠস্বৰ আছিল সুললিত। মই নিয়মিত ভাৱে তেখেতৰ ঘৰলৈ স্কুল ছুটিৰ পাছত গৈ পাঠ লৈছিলো, লগতে নৃত্য শিকিছিলো। প্ৰায় ৫ মাহ সময় মই তেখেতৰ তত্বাৱধানত নৃত্যৰ তালিম লৈছিলো। কৃষ্ণ নাচৰ বিষয়ে তেখেতে মোক বিতং শিক্ষা দিছিল। তেখেতৰ লগতে খোজত খোজ মিলাই মই নাচ শিকিছিলো। ঢেকীয়ালৰ নামঘৰত ডাঙৰ কৈ পতা কালিয় দমন ভাওনাত সেয়েহে মই কৃষ্ণৰ ভূমিকাত ওলাবলৈ মান্তি হব লগা হৈছিল। কালি নাগৰ ভয়াবহ আকৃতিৰ নিৰ্মিত অবয়ব দীঘলে ৫০ ফুট মান, বহলে ৫ ফুট মান আছিল। ফণা আছিল অনেকখন। ভিতৰত তিনিজন ভাৱৰীয়া সোমাই কালি নাগৰ বচন কৈছিল। চকৰী লগাই কালি নাগৰ অবয়ব নাম ঘৰত প্ৰবেশ কৰা দৃশ্য আছিল দৃশ্য মধুৰ। কালি নাগ হ্ৰদৰ পৰা ওলোৱা দৃশ্যটো নীল বৰণীয়া কাপোৰেৰে গাঁৱৰ শিল্পীয়ে (নামটো পাহৰিলো) এনেকৈ প্ৰদৰ্শন কৰিছিল তাক দেখি ভাৱ হৈছিল- এইয়া যেন কালি হ্ৰদৰ পৰা দুৰন্ত বিষবীৰ্য মহা প্ৰতাপী কালি নাগহে ওলাই আহিছে। তেওঁৰ হ্ৰদত নামি

বৎসপাল সবে আনন্দ কল্লোল ৰোল তুলি তেওঁৰ শান্তি ভংগ কৰা দেখি।

গৰজি দৰপে সৰপ বিশাল,

দেখি নিৰেখয় ৰূপ গোপাল।

মই কৃষ্ণ ৰূপত ওলাই মোৰ কৌতুক অভিনয় কৰি গোকুল বাসীক ৰক্ষা কৰিবলৈ নাগৰ সহস্ৰ ফণাৰ ওপৰত নৃত্য প্ৰদৰ্শন কৰিছিলো।

কালি ৰায়ৰ শিৰে নাচে যদুৰায়।

মদন মোহন ৰূপ দেখায়।

গীত বচনৰ লগতে বাঁহী বজাইছিল গোলাঘাট চহৰৰ জনপ্ৰিয় বাঁহীবাদক শৈবেশ দাসে। নামঘৰত মোৰ গুৰুজন অধিকাৰ সমেত জ্যেষ্ঠ বয়োবৃদ্ধ ভকত সবে মাটিত বহি নৃত্য উপভোগ কৰিছিল। এখন আসনত বহি (ঢাৰি) মোৰ নিমন্ত্ৰণ ৰক্ষা কৰি ঢেকীয়াললৈ ভাওনা চাবলৈ অহা প্ৰদীপ চলিহাই মোৰ নাচ-প্ৰদৰ্শন চাই আছিল। 'কালি দমনং নাম যাত্ৰা' অন্তত যি ভটিমা মুক্তি মংগল গোৱা হয় তাৰ লগতে উপস্থিত সকলো ৰাইজে কৃষ্ণৰূপী মোক মূৰ দোৱাই সেৱা কৰিছিল। দেউতা, মাজু দেউতা প্ৰভৃতিয়েও সেৱা জনোৱা দেখি মই অভিভূত হৈ পৰিছিলো। মই যেন সাক্ষাৎ কালি দমন কৰোতা বালক শ্ৰীকৃষ্ণ, ভকতৰ পৰম গুৰু কৃপাল গোপাল!

নৃত্যৰ প্ৰতি মোৰ আগ্ৰহ বৃদ্ধি কৰাত মই মোৰ নৃত্য গুৰু প্ৰদীপ চলিহাৰ ওচৰত চিৰ কৃতজ্ঞ। আজি এই গৰাকী মহান কলা সাধকৰ দেহাৱসান ঘটিছে। অসমৰ বাবে তেখেতে বহুতো অৱদান দি গৈছে। সেইবোৰ সংৰক্ষণ, সৎব্যৱহাৰ কৰি অসমবাসী ধন্য হব পাৰে।

মই নৃত্য প্ৰদৰ্শন কৰিব লগাত পৰিছিল বিভিন্ন পৰিবেশত। সাংস্কৃতিক অনুষ্ঠান, গোলাঘাট এমেছাৰ থিয়েটাৰত স্ত্ৰী ভূমিকাত, সভা-সমিতিৰ সাংস্কৃতিক কাৰ্যসূচীত নৃত্য প্ৰদৰ্শন কৰিবলৈ মোক আমন্ত্ৰণ কৰা হৈছিল। আৱাহনত "ৰাম ভৱানী গোস্বামীৰ নৃত্য প্ৰদৰ্শন শিৰোনামাৰে ফটো ওলাইছিল। অনেকৰ চকুত এই বাতৰি পৰিছিল আৰু মোক প্ৰশংসা কৰি আশীৰ্বাদ দিছিল। ঢেকীয়ালৰ ঘৰখন আছিল আমাৰ বাবে আদৰৰ ঠাই। নন্দ দাদাৰ পৰিবাৰ, আমাৰ ঢেকীয়ালৰ বৌ আছিল পাকৈত ৰান্ধনী। তেখেতৰ হাতৰ খোলা চাপৰীয়া পিঠা যিয়ে এবাৰ খাইছে তেওঁ তাৰ সোৱাদ পাহৰিব পৰা নাই। বৰদেউতা হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী অনুষ্ঠান পাতিছিল অসম সাহিত্য সভাই ১৯৭২ চনৰ, জানুৱাৰী মাহত। সেই উপলক্ষে

হেমচন্দ্ৰ গোস্বামীৰ নামত গোলাঘাট চহৰৰ পৰা দেৰগাঁৱলৈ যোৱা ১৭ মাইল পি, ডব্লিউ, ডি পথটো (আগৰ গোলাঘাট চিকাৰী ঘাট ৰাস্তা) পণ্ডিত হেমচন্দ্ৰ গোস্বামী পথ নামে ঘোষণা কৰা হৈছে। এই উৎসৱত ঢেকীয়ালৰে উদ্যোগী ব্যক্তি, অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক সাহিত্যিক ড" নগেন শইকীয়াই দেহে কেহে খাটিছিল। ঢেকীয়ালত সকলো সমাগত অতিথিক চাহ-জলপানেৰে ঢেকীয়ালৰ বৌৱে (অনিলহঁতৰ মাক) আপ্যায়িত কৰিছিল। কলহে কলহে ভৰাই ৰখা সুমিষ্ট, মচ্‌মচীয়া খোলা-চপৰীয়া পিঠা আছিল অন্যতম জলপান। সকলোৱে মহা তৃপ্তিৰে এই পিঠা আৰু দৈ-চিৰা জলপান খাই বৌক শলাগি পেট পূৰণ কৰিছিল। বৌৰ নাম আছিল শৰৎবালা, যোৰহাটৰ ধাপকটা সত্ৰৰ জীয়াৰী। এওঁৰে কন্যা অনুক বিয়া কৰাইছিল সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে। শ্ৰীগোস্বামী এগৰাকী আগশাৰীৰ সাহিত্যিক, সাহিত্য সভাৰ ৰহা অধিবেশনৰ সভাপতি।

ঢেকীয়ালয়ত তিথি উপলক্ষে ভাওনা সবাহ সঘনাই হৈছিল। মাজু দেউতা, ভানু গোঁসাই প্ৰভৃতিয়ে নাম প্ৰসংগত আগভাগ লৈছিল। আমাৰ দেউতা জগত গোঁসায়ো আছিল এগৰাকী নাম লগোৱা ব্যক্তি। আমাৰ বংশৰ প্ৰায়সকল জ্যেষ্ঠ লোকৰ নাম প্ৰসংগত ৰাপ আছিল প্ৰবল। নাম ধৰ্মত অগাধ শ্ৰদ্ধা থকা এইসকল বৰ্ষীয়ান লোকৰ ল'ৰা ছোৱালীবোৰেও শুদ্ধ চিত্তেৰে নাম ঘৰত কঠত বহি নামত যোগ দিছিল। ভানু গোঁসাইৰ (ভানু পণ্ডিত) কীৰ্তন ঘোষা আছিল মুখস্থ। গৌৰাং সত্ৰৰ কাতি মহীয়া নাম প্ৰসঙ্গ আৰু ভাগৱত পাঠত ভানু গোঁসায়ে আগ-ভাগ লৈছিল। এখেতৰ গীতা শাস্ত্ৰখনো মুখস্থ আছিল। অনেক ঠাইৰ পৰা এখেতলৈ নাম গাবৰ বাবে নিমন্ত্ৰণ জনোৱা হৈছিল। তেখেত আছিল নাম ধৰ্মৰ পণ্ডিত ব্যক্তি। সকলো শাস্ত্ৰৰ প্ৰতি তেখেতৰ আগ্ৰহ আছিল। সংস্কৃত শাস্ত্ৰ বেদান্ত, উপনিষদ, স্মৃতি প্ৰভৃতিত চিন্তা-চৰ্চা কৰি ভানু গোঁসায়ে পাণ্ডিত্য প্ৰকাশ কৰিছিল। বংশৰ সন্মানীয় ব্যক্তি বেতিয়নীৰ জগন্নাথ দেৱ গোস্বামীও আছিল এগৰাকী সু-প্ৰসিদ্ধ নাম প্ৰসংগৰ গুৰি ধৰোতা। বৰগীত, ঘোষা-দশম প্ৰভৃতিত তেখেতৰ জ্ঞান আছিল পূৰঠ। এখেতৰে পুত্ৰ শিক্ষাবিদ দিবাকৰ গোস্বামী কটন মহাবিদ্যালয়ত অধ্যাপনা কৰি পাছত তেখেতে অসমৰ শিক্ষাধিকাৰ হৈ অৱসৰ গ্ৰহণ কৰে। উপনিষদ ধেনু, 'গীতা প্ৰবেশিকা' প্ৰভৃতি সাৰগৰ্ভ গ্ৰন্থ প্ৰণয়ন কৰি তেখেতে অসমৰ বিদ্বান মণ্ডলীৰ সমাদৃত হৈছিল। ঢেকীয়ালৰ কথা কৈ শেষ কৰিব নোৱাৰি! স্কুলীয়া ছাত্ৰ হৈ থাকোতে আমি তালৈ গৈ অতিশয় উৎফুল্লিত হৈছিলো। বকুল গছৰ তলত বহি ফুল গোটোৱা, পথাৰে পথাৰে ঘূৰি খেল ধেমালি কৰা, গছত লাগি থকা জামু

কৰদৈ, জলফাই, আম কঠাল, লেতেকু পনিয়ল আদি খাই ফুৰা সেই মুক্তমনৰ লৰালি কাল পাহৰিব নোৱাৰি। মাজু দেউতা আছিল মৌজাদাৰ, গহীন গম্ভীৰ, ওখ-পাখ, হৃষ্টপুষ্ট সভাশুৱনী লোক। সকলোৱে তেখেতক সেৱা কৰি আশীৰ্বাদ লৈছিল। ঘৰৰ বৰচ'ৰাত এখন চালপীড়াত বহি তেখেতে খাজনা আদায় দিয়া ভকত সকলৰ লগত মাটি-বাৰী সংক্ৰান্তিয় বিষয় বাদেও ধৰ্মীয় উপদেশো শ্ৰৱণ কৰাইছিল। আমি এইবোৰ দূৰৰ পৰা জুমি চাই ভাল পাইছিলো। ঘৰ (হাউলি)ৰ চাঙত পাৰ বাহ আছিল অলেখ। আমি চাঙত ধানখেৰৰ মাজত ৰাতি শুই পাৰৰ কলৰবৰ "মাত চেনেহৰ পাৰ চৰাই লাক্‌পা, কুৰ কুৰ, লাক্‌পা কুৰ কুৰ মাত" শুনি শুনি টোপনী মাৰিছিলো। মনত পৰে মাজু দেউতা গোলাঘাটৰ আমাৰ ঘৰলৈ ঘোঁৰাত উঠি আহিছিল। সেই সময়ত যান-বাহনৰ সুবিধা নাছিল। ৭ মাইল ঘোঁৰাৰে অহা একো কথাই নাছিল। মৌজাবিষয়ক কথা থাকিলে, মেল মোকৰ্দমা চলিলে মাজুদেউতাই চহৰলৈ আহি দেউতাৰ লগত আলোচনা কৰিছিল। দেউতা যিহেতু কাছাৰিৰ হেঁডক্লাৰ্ক সেই বাবে বহুতো আইন আদালতৰ কথাত বুদ্ধি পৰামৰ্শ দিব পাৰিছিল। দেউতা বয়সত সৰু হলেও দুয়োজনৰ মাজত বন্ধুত্ব গঢ়ি উঠিছিল। একেটা গুৰগুৰীতে দুয়ো ধপাত খাইছিল। দেউতাই পঢ়িবলৈ পইচাৰ নাতনি হোৱাত মাজুদেউতাই দৰমহাৰ সমুদায়ধন দেউতাক দিছিল। কোৱা প্ৰাসংগিক যে মাজুদেউতাই প্ৰথমতে জাহাজ ঘাটত কাম কৰিছিল। জাহাজ ঘাটত খোৱা বস্তু অপৰ্যাপ্ত। জাহাজ আহিলেই বস্তাই বস্তাই চাউল, দাইল, চেনী মা-মছলা প্ৰভৃতি জাহাজ ঘাটত নমোৱা হৈছিল। সেইবোৰৰ দায়িত্বত আছিল ডেকা বয়সীয়া মাজুদেউতা। দৰমহা ৮টকাৰ একো খৰচেই নাছিল। সেই টকা কেইটা মাজু দেউতাই আমাৰ দেউতালৈ পঠাইছিল পঢ়াৰ খৰচ হিচাপে। যেতিয়া জগত চন্দ্ৰৰ পিতাক ডম্বৰু ধৰ মৌজাদাৰ কাশীলৈ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈ শিৱচতুৰ্দশীৰ ৰাতি হঠাৎ ঢুকাল, তেতিয়া দেউতাহঁতৰ অৱস্থা বৰ বেয়া আছিল। আৰ্থিক অৱস্থাত দেউতা জগত চন্দ্ৰই পঢ়াশুনা কৰাত বাধাপ্ৰাপ্ত হৈছিল। মাজু দেউতাই এনে এটা অৱস্থাত দেউতাক দৰমহাৰ ধন খিনি দি সহায় কৰি মহানুভৱতাৰ পৰিচয় দিছিল। পাছত জাহাজৰ কাম এৰি মাজু দেউতা গংগাধৰ গোস্বামী ঢেকীয়াল মৌজাৰ মৌজাদাৰ হ'ল, লগতে গৌৰাং সত্ৰৰ সত্ৰাধিকাৰ ৰূপে দায়িত্ব গ্ৰহণ কৰিলে। বংশৰ অন্য ফালৰ হৈয়ে. মাজুদেউতা আছিল দেউতাৰ নিজ ককায়েকৰ দৰে। তেওঁলোকৰ মাজত থকা চেনেহৰ বান্ধোন আছিল দৃষ্টান্ত স্বৰূপ।

গোলাঘাটত দেউতাৰ এটা আছুতীয়া কোঠা আছিল। এই কোঠালিত দেউতাই

পঢ়াশুনা কৰিছিল, লেখা পঢ়া কৰি নিজৰ মানসিক তৃপ্তি লাভ কৰিছিল। আলমাৰি আছিল কেইবাটাও। তাত আছিল বিভিন্ন ধৰণৰ গ্ৰন্থৰাজি। কাছাৰিৰ পৰা আহি দেউতাই জিৰণি লৈ নিজৰ কোঠালিত সোমাই অধ্যয়নত ডুব গৈছিল। জ্যোতিষ শাস্ত্ৰত দেউতাৰ আগ্ৰহ আছিল বেছি। অনেক ধৰণৰ জ্যোতিষৰ পুথি দেউতাই মনোযোগেৰে চৰ্চা কৰিছিল। সোঁৱৰণী (জন্মপত্ৰিকা) তৈয়াৰ কৰাত দেউতাৰ হাত আছিল পাকৈত অনেকৰ জন্ম পত্ৰিকা দেউতাই সুন্দৰ আখৰেৰে, চিত্ৰ বিচিত্ৰ কৰি তৈয়াৰ কৰি দিছিল। আমি দেউতাক অধ্যয়নৰ সময়ত আমনি দিবলৈ ভয় কৰিছিলো। দেউতাই দেওবাৰে তেখেতৰ লগৰ বন্ধু বান্ধবৰ লগত ফুৰিবলৈ গৈছিল। কেতিয়াবা ঘৰতে সকলো গোট খাই আলাপ আলোচনা কৰিছিল। বন্ধু বান্ধবৰ ভিতৰত মোৰ মনত পৰা কেইগৰাকীমান আছিল - হৰনাথ হাজৰিকা (সাংবাদিক কীৰ্তিনাথ হাজৰিকাৰ পিতৃ) কৃষ্ণ নাথ হাজৰিকা, টংকেশ্বৰ চলিহা (প্ৰদীপ চলিহাৰ পিতৃ) তীৰ্থনাথ গোস্বামী (ঢলৰ সত্ৰাধিকাৰ) প্ৰভৃতি। এখেতসকল প্ৰায়ে লগ লাগিছিল আৰু অন্তৰংগ আলাপ আলোচনা কৰি আজৰি সময়ৰ সজ ব্যৱহাৰ কৰিছিল। ঘাই বিষয় যদিও ধৰ্মীয় প্ৰসংগ তথাপি সামাজিক, সাংস্কৃতিক বিষয়তো তেখেতসকল সচেতন আছিল। গোলাঘাট তেতিয়া সৰু চহৰ, সমস্যাও সীমিত। সেইবোৰতো দেউতাহঁতে উন্নতিমূলক কামবোৰৰ বিষয়ে মনোযোগ দিছিল। কৃষ্ণনাথ হাজৰিকাৰ লগত দেউতাৰ সম্পৰ্ক আছিল অতিকৈ সহৃদয়পূৰ্ণ। টানে বিপদে, আনন্দ উৎসৱে দুয়ো আছিল প্ৰিয়সখা। আমাৰ ডাঙৰ দাদা গোবিন্দ চন্দ্ৰ গোস্বামীৰ বিয়া খন কৰবলৈ গলে কৃষ্ণনাথ হাজৰিকাই পৰিচালনা কৰিছিল। দেউতাৰ অসুখৰ বাবে সকলো যাৱতীয় কাম (কইনা ঘৰলৈ যোৱা পৰ্যন্ত যোৰহাটৰ ছোৱালী, সৰ্বাইবন্ধাৰ ৰসেন্দ্ৰ বৰুৱাৰ বংশৰ মৌজাদাৰ দেবেন্দ্ৰ নাথ বৰুৱাৰ প্ৰথমা কন্যা লিলি গোস্বামী)। কৃষ্ণ হাজৰিকাই দৰা পাৰ্টিক ৰেলেৰে গোলাঘাটৰ পৰা যোৰহাটলৈ তিনিটা ডবা ভাড়া কৰি নিজ তত্ত্বাৱধানত লৈ গৈছিল। কৃষ্ণনাথ হাজৰিকাৰ সংগ লাভ আমাৰ ঘৰখনৰ বাবে অতিকৈ চেনেহৰ আছিল। আমি প্ৰায়ে তেখেতৰ ঘৰলৈ গৈছিলো। আদৰ সাদৰ কৰি হাজৰিকানী খুৰী দেৱে আমাক চাহ জলপান খুৱাইহে বিদায় দিছিল। এই পৰিয়ালটোক আমি অতিকৈ আপোন বুলি ভাবিছিলো। তেনে সম্পৰ্ক আজি কালি বিৰল। আন এগৰাকী ব্যক্তিৰ লগত দেউতাৰ ঘনিষ্টতা আছিল। তেখেত হৈছে লোকনাথ কাকতি। আমোলাপট্টি ৰাজহুৱা নামঘৰ স্থাপনত দেউতাই এই গৰাকী ধাৰ্মিক পুৰুষক পাৰ্যমানে উৎসাহিত কৰিছিল। দুয়ো নামঘৰত নাম প্ৰসংগত আগভাগ লৈছিল। দেউতাই ভোৰতাল বজাই নাম লগোৱা মোৰ

মনত আছে। মাতটো আছিল শুৱলা, কীৰ্তনীয়া সুৰ আছিল নিভাঁজ।

পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু জগত চন্দ্ৰ গোস্বামী (মোৰ দেউতা)ৰ এগৰাকী মাত্ৰ ভনীয়েক খগেশ্বৰী দেৱীৰ ঢেকীয়ালতে জন্ম হৈছিল। ককায়েক হেমচন্দ্ৰ আৰু জগতচন্দ্ৰৰ লগতে থাকি ডাঙৰ দীঘল হোৱা খগেশ্বৰী পেহীক বিয়া দিছিল যোৰহাটৰ কটকী পুখুৰীৰ দুতিৰাম পণ্ডিতৰ পুত্ৰ যজ্ঞেশ্বৰ শৰ্মা কটকীলৈ। এখেতে কলিকতাত স্নাতক শ্ৰেণীত পঢ়ি থাকোতে মিলন, বাঁহী আদি অসমীয়া আলোচনীত ভালেমান ধেমেলীয়া কবিতা লিখি পঢ়ুৱৈ সমাজৰ প্ৰিয়ভাজন হৈছিল। পঢ়াশেষ কৰি কটকীয়ে শিৱসাগৰ বেজবৰুৱা হাইস্কুলত হেডমাষ্টৰ হিচাপে চাকৰি কৰে এই কামত থাকোতেই যজ্ঞেশ্বৰ শৰ্মা কটকীৰ মৃত্যু ঘটিল। তেতিয়া তেখেতৰ ২৮ বছৰ পূৰ হোৱাই নাছিল। মৃত্যুৰ সময়ত এটি কন্যা সন্তান এৰি গৈছিল। নাম ৰাখিছিল প্ৰেমলতা। পেহীও আছিল কমবয়সীয়া। বিধৱা অৱস্থাতে পেহীক বৰদেউতা হেমচন্দ্ৰ গোস্বামীয়ে গুৱাহাটীৰ উজান বজাৰৰ ঘৰলৈ লৈ আহে। তাতে পেহীয়ে পঢ়া শুনা কৰি জ্ঞান আহৰণ কৰে। বৰদেউতাৰ বহল সাহিত্যৰ কুলনিত সোমাই পেহীয়ে লিখা পঢ়াত মন দি দুখৰ বোজা পাতলাবলৈ সুবিধা পায়। পাছত পেহীৰ একমাত্ৰ কন্যা প্ৰেমলতাক তেজপুৰৰ প্ৰিয়লাল বৰুৱালৈ বিয়া দিয়া হৈছিল। কিন্তু তিনি গৰাকী ছোৱালী জন্মদি প্ৰেমলতাৰ অকাল মৃত্যু ঘটিল। প্ৰিয়লাল বৰুৱাই পাছত দ্বিতীয় বিবাহ কৰিলত বৰদেউতা আৰু দেউতাই প্ৰেমলতাৰ কণ কণ ছোৱালী তিনিজনীৰ দায়িত্ব লব লগা হৈছিল। প্ৰিয়লাল বৰুৱাৰ লগত সম্পৰ্ক এনে কাৰ্যত ম্লান পৰা নাছিল, বৰং বেছি ওচৰ চাপিহে আহিছিল। পেহীৰ নাতিনী যথাক্ৰমে লিলি, বিমি আৰু গুণদা। লিলি দেৱীক বিয়া দিয়া হৈছিল সিংহ পুৰুষ ৰাধা গোবিন্দ বৰুৱালৈ। লৰা ছোৱালীৰ ভিতৰত তিনি পুত্ৰ যথাক্ৰমে শ্ৰী তুলসী গোবিন্দ, শ্ৰী প্ৰফুল্ল গোবিন্দ আৰু শ্ৰী প্ৰদীপ গোবিন্দ। কন্যা হৈছে পাৰুল ফুকন, বেলা শৰ্মা, ৰেণু শৰ্মা আৰু শ্ৰীমতী বিনু শৰ্মা।

পেহীৰ দ্বিতীয় গৰাকী নাতিনী বিমি দেৱীক তেজপুৰৰ বামুন গাঁৱৰ ৰজনী কান্ত শৰ্মালৈ বিয়া দিয়া হয়। তৃতীয় গৰাকী নাতিনী গুনদাৰ বিয়া দিয়াৰ আগতেই মৃত্যু ঘটে। খগেশ্বৰী পেহীৰ শেষ কালছোৱা গোলাঘাটত থকা তেওঁৰ সৰু ককায়েক জগত চন্দ্ৰ গোস্বামীৰ লগত থাকি ১৯৫২ চনৰ জুলাই মাহত মৃত্যু মুখত পৰে। ইয়াৰ পূৰ্বতে তেওঁৰ প্ৰথমা নাতিনী লিলি দেৱীবৰুৱাৰ ১৯৪২ চনৰ ৬ ছেপ্তেম্বৰ তাৰিখে অকাল মৃত্যু ঘটে। ট্ৰিবিউন পৰিয়ালৰ লগত আমাৰ সম্বন্ধ অত্যন্ত আপোন। ৰাধাগোবিন্দ ভিনদেউক আমি আমাৰ সকলো বিয়া বাৰুতে লগ পাইছিলো।

গুৱাহাটী ঘৰৰ মাজুদাদা (শৰৎ চন্দ্ৰ গোস্বামী) সৰুদাদা (প্ৰফুল্ল চন্দ্ৰ গোস্বামী) আৰু ৰাধা গোবিন্দ বৰুৱা ভিনদেউ এই তিনিওজন অন্তৰংগ বন্ধু আছিল। তেওঁলোকৰ লগত প্ৰয়াত ৰাষ্ট্ৰপতি ফকৰুদ্দিন আহমেদক সংগী হিচাপে দেখা মনত আছে। মাজুদাদা শৰৎ চন্দ্ৰ গোস্বামীয়ে গোলাঘাটৰ কাযৰীয়া অঞ্চলত শ্যামৰায়পুৰ চাহবাগিছা খুলি তাতে জীৱনৰ অধিককাল ব্যস্ততাৰে অতিবাহিত কৰিছিল। অৱশ্যে তেওঁৰ জ্যেষ্ঠ ভাতৃ কিৰণ চন্দ্ৰ গোস্বামীয়ে মৰঙী মৌজাৰ অটব্য অৰণ্য ভাঙি এই বাগিছাখনৰ প্ৰাৰম্ভিক কাম আৰম্ভ কৰোতেই অকালতে মৃত্যু মুখত পৰাত বাগিছাৰ দায়িত্ব তেওঁৰ ভাতৃ শৰৎ চন্দ্ৰ গোস্বামীয়ে লব লগা হৈছিল। মাজুদাদা আছিল থুলন্তৰ কৰ্মযোগী। ৭৮ বছৰ বয়সত তেওঁ ইংলণ্ড, আমেৰিকা ফৰাচী, চুইডেন প্ৰভৃতি দেশ ভ্ৰমণ কৰি চাহ উদ্যোগৰ বুজ লৈছিল। ৮১ বছৰ বয়সত তেওঁ আফ্ৰিকা দেশলৈ গৈছিল। তাৰ জাম্বিয়া ৰাজ্যত থাকোতে হঠাৎ হৃদৰোগত আক্ৰান্ত হৈ কিড্‌ৱে চহৰত ১৯৮২ চনৰ ২৫ মে তাৰিখে মৃত্যুক সাৱটি লয়। মাজুদাদা বৰ উৎসাহী লোক আছিল। শ্যামৰায়পুৰত থাকোতেই তেওঁ এখন উৰাজাহাজ (monoplane) কিনি নিজে চলাই ফুৰিছিল। মাজুদাদা আছিল সাহিত্যানুৰাগী। বৰদেউতাই সম্পাদনা কৰা ভট্টদেৱৰ কথাগীতা খন তেওঁ ছপা কৰি এক অভাৱ আঁতৰ কৰে। বৰদেউতাৰ নামত মাজুদাদাই বহুতো জনহিতকৰ কাম কৰি গৈছে। অসম সাহিত্য সভাৰ গোলাঘাট শাখাৰ স্থায়ী ভৱন এটা নিৰ্মাণ কৰি তেওঁ সাহিত্য সভাক এটা স্থায়ী ৰূপ দিলে। তেওঁ পিতৃ হেমচন্দ্ৰ আৰু মাতৃ বামা সুন্দৰীৰ নামত কেইবাখনো উচ্চ ইংৰাজী বিদ্যালয় স্থাপন কৰে। গৌৰাংবংশৰ ইতিবৃত্ত এখন মোৰ দাদা প্ৰয়াত হৰিশ চন্দ্ৰ গোস্বামীয়ে বহু পৰিশ্ৰম কৰি ছপা কৰি গৈছে। আমাৰ বংশৰ ঠাল-ঠেঙুলি, অঙহি-বঙহিৰ বিৱৰণ ইয়াত যথা সম্ভৱ উল্লেখ কৰা হৈছে। মই মাত্ৰ মোৰ আদি কালছোৱাৰ লগত জড়িত বংশধৰ কেইজন মানৰ কথাহে এই লিখনীত উল্লেখ কৰিলো। আমাৰ বংশটো আছিল বেছ ডাঙৰ। বংশৰ মানুহবোৰৰ মাজত এটা আপোন ভাৱে বিৰাজ কৰিছিল। আহ-যাহ আছিল সঘণে। আজি এই বংশধৰসকল চেদেলি ভেদেলি হৈ গৈছে সময় পৰিবৰ্তনৰ লগে লগে। চা - চিনাকিও নোহোৱা হৈছে। আঁতি-গুৰি জানিবলৈ সোণদাই (হৰিশ গোস্বামী) লিখি যোৱা গৌৰংবংশৰ ইতিবৃত্ত আৰু বংশাৱলী (জগত গোস্বামী পথ, গোলাঘাট ৭৮৫৬২১, দীপক গোস্বামী মাৰফৎ) চাব লাগিব।

দেউতাৰ আন এগৰাকী সুহৃদ আছিল মধুমিশ্ৰ সত্ৰৰ দ্বাৰিকা নাথ গোস্বামী। স্বাধীনতা সংগ্ৰামী গোস্বামীদেৱ গোলাঘাটলৈ আহিলেই আমাৰ ঘৰত জিৰণি

লৈছিল। দেউতাৰ লগত নানা বিষয় আলোচনা কৰিছিল। দেউতা আছিল ৰাজভক্ত বিষয়া। ৰাজনীতিৰ বিষয় বস্তু পৰাপক্ষত নাপাতিছিল। গোসাঁই আছিল সম্পূৰ্ণ ইংৰাজ শাসন বিৰোধী। যিহেতু গোসাঁইৰ লগত দেউতাৰ এটা পুৰণি চিনাকি আছিল, সেইবাবে দেউতাই তেখেতক অসন্তোষ নকৰি কথা বতৰাবোৰ সহজভাৱে লৈছিল। মধু মিশ্ৰৰ পৰিয়াল বোলে আউনীআঁটি সত্ৰৰ পুৰোহিত। দেউতাহঁতো এই সত্ৰৰে শৰণ-ভজন লোৱা সেৱক। সেই ফালৰ পৰা দ্বাৰিকা গোস্বামী দেউতাহঁতৰ সন্মানীয় ব্যক্তি। এটা ঘটনাৰ প্ৰসংগত গোসাঁই বৰ বিমৰ্ষ হৈ আমাৰ ঘৰত দেউতাক লগ পাবলৈ আহি বহুসময় অপেক্ষা কৰিব লগাত পৰিছিল। দেউতা কাছাৰিৰ পৰা আহোতে পলম হৈছিল। হেডক্লাৰ্কৰ কাম, দায়িত্বও গধুৰ। তাতে মহকুমাধিপতি জন চাহাব। দেউতাই কাছাৰিলৈ যাওতে সৰু চুৰিয়াখন টানি পিন্ধি তাৰ ওপৰত লংপেণ্ট কোট পিন্ধি ফিট ফাট হৈ গৈছিল। কপালত বগা চন্দনৰ ফোঁট এটা সদায় লৈ ইষ্ট দেৱতাৰ নাম লৈ কাছাৰিলৈ গৈছিল। লগত গৈছিল খগেশ্বৰ বোলা পিয়নজন। আমাৰ ঘৰৰ পৰা কাছাৰি বেছি দূৰ নাছিল। তেতিয়া গাড়ী ঘোৰা কম, আলিবাটটো জন সমাগম বেছি নহয়। মানুহে খোজ কাঢ়িয়েই অহা-যোৱা কৰিছিল। প্ৰায় সকল লোকে দেউতাক মান সম্ভ্ৰম কৰিছিল। হেডক্লাৰ্কৰ ঘৰ বুলিলে আমাৰ ঘৰখনকে বুজিছিল। দেউতাই পেঞ্চন পোৱাৰ পিছতো এই নামটো প্ৰচলিত হৈ ৰৈ গৈছিল। আন চিনাকিৰ প্ৰয়োজন নাছিল। দ্বাৰিকা গোঁসায়ে-, দেউতাই সাজ পাৰ খুলি ঘৰুৱা সাজ ধুতি কামিজ, ভৰিত খৰম পিন্ধি আহেমানে উৎকণ্ঠাৰে বাহিৰৰ বহা কোঠাত অপেক্ষা কৰিছিল। চাহ জলপান খাই বহি থকা গোস্বামীয়ে দেউতা অহা মাত্ৰকে কলে, গোঁসাই মোৰ এটা বিপদ হৈছে। মোৰ ঘোঁৰাটো চুৰি হৈছে। চাৰি আলিৰ তেলি দোকানীৰ ঘৰত দেখি আহিছো। 'দেউতাই কথাটো ভালকৈ ধৰিব নোৱাৰি সুধিলে, আপুনি তেলিৰ চোতালত ঘোঁৰাটো দেখিছে যেতিয়া লৈ নাহিল কিয়? সি উত্তৰ নিদি তাৰ ঘোঁৰাহে বুলি মোক বৰ বৰ কথা কলে। দেউতাই ভাবি চিন্তি গোঁসাইক হাই হুলস্থূল নকৰি কাছাৰিত এটা কেছ দিবলৈ পৰামৰ্শ দিলে। তেলি দোকানীৰ চোতালত ঘোঁৰাটো বান্ধি থোৱা অৱস্থাত দেখি আহিছে বুলি দৰ্খাস্তত উল্লেখ কৰিবলৈকো উপদেশ দিলে।

গোসাঁয়ে চিন্তিত মনেৰে ঘৰমূৱা হ'ল। দেউতাৰ পৰামৰ্শতে হাকিমৰ ওচৰত ঘোঁৰা চোৰৰ বিৰুদ্ধে এটা মোকৰ্দমা ৰুজু কৰা হল। যথা সময়ত কেছ চলিল। তেলি দোকানীক ঘোঁৰাটোসহ কাছাৰিত হাজিৰ হবলৈ চমন জাৰি কৰা হ'ল। তেলিয়ে বুকু ফিন্দাই ঘোঁৰা সহ কাছাৰি পালেহি। হাকিমে দেউতাক মাতি পঠাই

কি মিমাংসা কৰা যায় উপায় ৰিচাৰিলে। দেউতাই দিয়া পৰামৰ্শমতে হাকিমে দুয়ো পক্ষৰ ওজৰ আপত্তি শুনিলে আৰু কলে, বিবাদমান ঘোঁৰাটো কাছাৰিৰ চোতালৰ এমূৰত ৰখা হব। ফৰিয়াদী আৰু আছামী দুয়ো আঁতৰত ঠিয় দি থাকিব। ঘোঁৰাটো মাতোতে যিজনৰ ওচৰলৈ আহে তেৱেঁই ঘোঁৰাটোৰ মালিক বুলি বিবেচিত হব। যেই হুকুম, সেই কাম। অনেক লোকৰ উপস্থিতিত কাছাৰিৰ মুকলি ঠাইত হাকিমে বিচাৰ আৰম্ভ কৰিলে। গোটখোৱা ৰাইজৰ এপক্ষ তেলি দোকানীৰ, আনপক্ষ গোঁসাইৰ। কৌতুহল থকা লোকেও তাত জমা হৈ কি হয় চাবলৈ গোট খালে। হাকিমৰ লগত দেউতাও উপস্থিত হৈছিল। কাছাৰিত কাম কৰা আমোলা কৰ্মচাৰী সকলো ওলাই আহি ঠিয় দিছিল। হাকিমে প্ৰথমতে তেলিক হুকুম দিলে - নিৰ্দ্দিষ্ট স্থানত থাকি দূৰৈত ৰৈ থকা ঘোঁৰাটো মাতিবলৈ। তেলিয়ে মাতিলে এবাৰ, দুবাৰ, তিনিবাৰ। তেলিৰ চিঞৰ অথলে গ'ল। ঘোঁৰাই কাণ সাৰকে নকৰি মূৰ ধুৰাই ৰৈ থাকিল। এই বাৰ গোঁসইৰ পাল। হাকিমে গোঁসাইক নিৰ্দ্দিষ্ট স্থানত ঠিয় হৈ ঘোঁৰাটো মাতিবলৈ কলে। গোঁসায়ে 'কৃষ্ণ বোলে চিন্তা কৰি ডাঙৰকৈ মাতিলে - 'মোহন, মোহন', মোহন বুলি মাতিবলৈহে পালে ঘোঁৰাই হো হো শব্দ কৰি কাণ মূৰ লৰাই দৌৰ মাৰি একে কোবে গোঁসাইৰ কাষ পালেহি। সমজুৱা ৰাইজে হৰ্য ধ্বনি দি গোঁসাইক সন্মান জনালে। হাকিমে ঘোঁৰাটো গোঁসাইৰ বুলি ৰায় দিলে। বিচাৰত তেলিক দহটকা জৰিমনা বিহা হ'ল। গোঁসাইৰ ওচৰত লোকে ভিৰ কৰি সন্তুষ্টি প্ৰকাশ কৰিলে। ৰাজহুৱা মোকৰ্দমা অন্ত পৰিল। আচল গিৰিহঁতে ঘোঁৰাটো পাই আনন্দত চকুপানী টুকিলে। এই ঘটনাটোৰ কথা লিখোতে মোৰ মনত পৰিছে জাৰ্মান নাট্যকাৰ বাৰটোল্ড ব্ৰেখটৰ 'দ্য ককেছিয়ান চক্ চাৰ্কোল' নাটক খনলৈ। এই নাটখন ৰচনা কৰোতে ব্ৰেখটে পুৰণি চীন দেশীয়া উপকথা এটাৰ আলমত ঘটনাৰ পৰিক্ৰমাত প্ৰবেশ কৰিছিল। ককেছাছ অঞ্চলৰ দুটা দলৰ মাজত এখন গাঁৱক কেন্দ্ৰ কৰি বিবাদ ঘটিছিল। গাঁওখনৰ মালিকী স্বত্ব কাৰ? কোনো মিমাংসাত উপনিত হব নোৱাৰি গাঁৱতে থকা এজন সাধুকোৱা গায়কক মাতি অনা হ'ল। গায়কজনে লগত সংগীসহ আহি পথাৰত উপস্থিত হলহি। গায়ক জনে আমাৰ ওজাপালিৰ দৰে গীত নাচ আৰম্ভ কৰিলে। প্ৰায় ১৩০০ চনৰ পুৰণি চীনা সাধু এটা এই ওজাপালিত দেখুওৱা হ'ল। সাধুটোত আছে - এটা সন্তানৰ মাক কোনজনী? যি জনীয়ে জন্ম দিয়ে তাই প্ৰকৃত মাক নে? পেলাই থৈ যোৱা কেছুৱাটোক যিয়ে বুটলি আনি মৰম চেনেহৰে আকোঁৱালি ধৰি ডাঙৰ দীঘল কৰে তেওঁহে প্ৰকৃত মাক? গাঁৱৰ ৰাইজে গাঁওবুঢ়াক বিচাৰক পাতিলে। তেওঁ এজন

মানুহক চক্ পেঞ্চিল দি এটা সোঁ মাজত বৃত্ত আঁকিবলৈ দিলে। বৃত্তটোৰ মাজত সৰু লৰাটো ঠিয় কৰালে আৰু বৃত্তটোৰ বাহিৰত বিপৰীত মুখী হৈ মাক বুলি দাবী কৰা মহিলা দুগৰাকীক অপেক্ষা কৰিবলৈ নিৰ্দেশ দিলে। বিচাৰকে কলে যে যি গৰাকী প্ৰকৃত মাক তেওঁ লৰাটো মাতিলে সি বৃত্তটোৰ পৰা ওলাই তাৰ মাকৰ ওচৰলৈ দৌৰ মাৰি আহিব। কিন্তু যি গৰাকী মাক নহয় তেওঁ মাতিলে লৰাটো নাহে। চক চাৰ্কোল ৰহস্যত এই জটিল প্ৰশ্ন সমাধান হ'ল। গায়কজনে চীনা উপাখ্যানটোৰ মাজেদি গাঁওখনৰ প্ৰকৃত মালিক কোন তাক নিৰ্ণয় কৰিবলৈ উপায় দিলে। আমাৰ দ্বাৰিকা গোসাঁইৰ হেৰোৱা ঘোঁৰাটো এনে ধৰণৰ উপায়েৰে হাকিমে নিস্পত্তি কৰি ঘোঁৰাটো গোঁসাইক দি মোকৰ্দমাটোৰ এটা আৰ্হি ৰাখিলে।

দ্বাৰিকা গোস্বামী আছিল স্বাধীনতা সংগ্ৰামী, এগৰাকী কংগ্ৰেছ আন্দোলনৰ সংগঠক। দেশৰহকে সত্যাগ্ৰহ কৰি গোঁসায়ে কাৰাবৰণ ভোগ কৰিছিল। ১৯২১ চনৰ পৰাই তেখেতে মহাত্মাগান্ধীৰ নেতৃত্বত আৰম্ভ হোৱা অসহযোগ আন্দোলনত জপিয়াই পৰিছিল। গোঁসায়ে ধৰ্ম বিষয়ক প্ৰবন্ধ লেখি বাঁহী, বন্তি, অসম বিলাসিনী প্ৰভৃতি সংবাদ পত্ৰত প্ৰকাশ কৰি সাহিত্যৰ লগত এক আত্মীয়তা গঢ়ি তুলিছিল। আমাৰ বংশৰ ভানুনাথ গোস্বামী, কবিৰাজ নবীন চন্দ্ৰ গোস্বামী আছিল দেশ প্ৰেমিক স্বাধীনতা সংগ্ৰামী। বিদেশী বৰ্জন, স্বদেশী গ্ৰহণ নীতিৰে দুয়োগৰাকী ব্যক্তিয়ে স্বাধীনতাৰ হকে গাঁৱে ভূঞে প্ৰচাৰ চলাইছিল। দ্বাৰিকা গোসাঁই আছিল এখেত সকলৰ উৎসাহ যোগোৱা নেতা। গোঁসাইৰ বক্তৃতা আছিল মৰ্মস্পৰ্শী। ৰাইজে তেখেতৰ বক্তৃতা শুনি পৰম গৌৰৱ বোধ কৰিছিল। দেউতাৰ লগত এওঁলোকৰ যোগাযোগ ঘটিছিল মেল মোকৰ্দমা সংক্ৰান্তত। দেউতাই ৰাজনীতিৰ কথা বতৰাত তেনেকৈ সোমাই পৰা নাছিল।

দেউতাৰ ওচৰলৈ প্ৰায়ে আহিছিল মুকলি মুৰীয়া গোঁসাই। গোঁসাই আছিল শাস্ত্ৰত পণ্ডিত। আমাৰ ঘৰত পতা মাংগলিক কাৰ্য বোৰত মুকলি মুৰীয়া গোঁসাই আহি সদস্য ৰূপে সন্মানীয় আসন গ্ৰহণ কৰিছিল। তেখেতৰ অভিমত আছিল তাৎপৰ্যাপূৰ্ণ। ধৰ্মীয় সমস্যা আহিলে মুকলি মুৰীয়া গোঁসাইৰ মত বিচৰা এটা আছিল পৰম্পৰা। আৰু এগৰাকী ব্যক্তিৰ নাম মনত পৰিছে। তেখেত থুকুৰিয়াল গোঁসাই। নাম প্ৰসঙ্গত তেখেত আছিল সদা আদৰণীয়। আমাৰ ঘৰত গোঁসায়ে নাম লগোৱা শুনিছিলো। সুন্দৰ কণ্ঠস্বৰ, সুন্দৰ তাল বাদন। কেবাটাও আছিল তেখেতে লগোৱা প্ৰিয় নাম। মোৰ মনত পৰা দুটা হৈছে এনে -

(ক) ঘোষা - ত্ৰাহি দেৱ দামোদৰ যাদৱানন্দ, দীন দয়াশীল স্বামী।

কৰাহে নিস্তাৰ তোমাৰ চৰণে, শৰণ পশিলো আমি।। (স্যমন্তক হৰণ)

(খ) ঘোষা - যদুমণি যাদৱ, যাদৱ, যাদবানন্দ হৰি।। (চতুৰ্বিংশতি অৱতাৰ বৰ্ণন)

এবাৰ আমাৰ ঘৰত ডাঙৰকৈ এষাৰ নাম পাতিছিল। থুকুৰিয়াল গোসাঁইক নিমন্ত্ৰণ জনোৱা হৈছিল - নাম প্ৰসংগ ধৰিবৰ বাবে। ঢেকীয়ালৰ পৰা মৌজাদাৰ মাজুদেউতাও আহিছিল। ভকতো গোট খাইছিল চাৰি পাছ গৰাকী, আমি সৰু লৰা। আনন্দত উৎত্ৰাৱল। পকা মিঠৈ আছিল, মায়ে তৈয়াৰ কৰা। ঢেকীয়ালৰ পৰা কোমল চাউল আৰু দৈ, গুড় পঠোৱা হৈছিল। পুৱাৰ প্ৰসংগৰ পৰা নিশা ভাগলৈকে নাম চলিছিল। আমাৰ গোঁসাই ঘৰৰ বাহিৰত আঁৰ কাপোৰেৰে ঘেৰ দি বহাৰ যোগাৰ কৰা হৈছিল। মানুহৰ সমাগমে, নাম প্ৰসংগৰ সুললিত কণ্ঠস্বৰে হাত চাপৰিৰ শব্দৰে ভোৰতালৰ শব্দ ভেদী বাদনেৰে গোটেই অঞ্চলটো ৰজনজনাই গৈছিল। গোঁসাইৰ তাল বজোৱা নিয়মেই আছিল ৰিজনিবিহীন। তেখেতৰ লগত মাজুদেউতা আৰু ঢেকীয়ালৰ কমল চন্দ্ৰ গোস্বামী দুয়ো দুজোৰ তাল বজাইছিল। কমল গোস্বামীৰে বৰপুত্ৰ কবিৰাজ নবীন চন্দ্ৰ গোস্বামী। এই নাম প্ৰসংগ আছিল দেউতাৰ পৰম বিশ্বাস আৰু শ্ৰদ্ধাৰ আয়োজন।

বৰ্তমান আমাৰ বংশত প্ৰসংগত আগৰ দৰে নাম লগোৱা ব্যক্তি নাই। কমল গোস্বামীৰ ৫ম পুত্ৰ মাধৱ চন্দ্ৰ গোস্বামীয়ে এই বিদ্যা ৰাখিছে। তেওঁ নাম গোৱা মই শুনিছো। মাত সুললিত, তাল, লয় মান সকলোতে মাধৱদাৰ পাৰ্গতালি আছে। দেউতাহঁতৰ দিনত বংশৰ প্ৰত্যেক ঘৰতে তিথি সবাহে নাম গোৱা এটা নিয়মীয়া অনুষ্ঠান ৰূপে পালন কৰা হৈছিল। নাম গোৱা পাতিলে যোগ দিয়া আমাৰ সাংস্কৃতিক পৰম্পৰা ৰূপে পৰিগণিত হৈছিল। কাতি মাহত যি মাহেকীয়া নাম ধৰা হয় তাত আমি ভকতৰ শাৰীত বহিছিলো। সোণদাদাই (হৰিশ গোস্বামী) দেউতাৰ পৰা এই বিদ্যা কিছু আয়ত্ত কৰি লৈছিল। মই নোৱাৰিলো। দেউতাহঁতৰ নাম ধৰ্মত অগাধ বিশ্বাস আছিল। সেয়েহে ঘৰত প্ৰয়ে নাম পতা হৈছিল। গৌৰাংসত্ৰ দামোদৰীয়া যদিও নাম ভজনত প্ৰাধান্য আছিল অধিক। গৌৰাং সত্ৰৰ জনদিয়েক ব্যক্তি হৈছে পণ্ডিত হেমচন্দ্ৰ গোস্বামী, জগন্নাথদেৱ গোস্বামী, গংগাধৰ দেৱ গোস্বামী, জগত চন্দ্ৰ গোস্বামী, কমল চন্দ্ৰ গোস্বামী, গোলাপ চন্দ্ৰ গোস্বামী, গিৰিশচন্দ্ৰ গোস্বামী, শৰৎ চন্দ্ৰ গোস্বামী, প্ৰফুল্ল চন্দ্ৰ গোস্বামী, তৰুণ চন্দ্ৰ গোস্বামী,

দিবাকৰ গোস্বামী, কবিৰাজ নবীন চন্দ্ৰ গোস্বামী, বিপিন চন্দ্ৰ গোস্বামী, কণক চন্দ্ৰ গোস্বামী, গোবিন্দ চন্দ্ৰ গোস্বামী, হৰিশ চন্দ্ৰ গোস্বামী, বিমল চন্দ্ৰ গোস্বামী, লোকনাথ গোস্বামী, কৃষ্ণ চন্দ্ৰ গোস্বামী, প্ৰভৃতি এওঁলোক ইতিমধ্যে ঢুকাইছে। বংশটোৰ বংশলতা ইমান ব্যাপক ৰূপে সিচৰিত হৈ আছে তাক মনত পেলোৱা সম্ভৱ নহয়। সোণদাই প্ৰস্তুত কৰি যোৱা বংশাৱলী খনেই আমাৰ মূলভিত্তি।

আমাৰ ঘৰখনৰ প্ৰতিবেশী সকল আছিল সদালাপী। টানে বিপদে তিথি সবাহে তেওঁলোক আছিল সদা উৎসাহী। ৰাধা বৰুৱা-কৃষ্ণ বৰুৱা, বিষ্ণু গোস্বামী, ৰাধানাথ গোস্বামী উকীল, যোগেন গোস্বামী উকীল, খুৰাতি গোলাপ চন্দ্ৰ গোস্বামী (শিক্ষক) আনন্দেশ্বৰ বৰুৱা, প্ৰভৃতি প্ৰতিবেশীসকল আমাৰ আপোন হৈ পৰিছিল। বিষ্ণু গোস্বামী, ৰাধানাথ গোস্বামী, যোগেন গোস্বামী, আটাই কেইজন আছিল গোলাঘাটৰ প্ৰখ্যাত উকীল। এই ঘৰখনৰে ছোৱালী নিৰু গোস্বামীক তেজপুৰৰ সু প্ৰসিদ্ধ অভিনেতা চন্দ্ৰধৰ গোস্বামীলৈ বিয়া দিয়া হৈছিল। এওঁলোকৰে লৰা নিপন গোস্বামী, বৰ্তমান জনপ্ৰিয় শিল্পী অভিনেতা। বিষ্ণু গোস্বামীকে ধৰি আটাইকেইজন ভাই ককাই নাটক অভিনয়ত জনপ্ৰিয় আছিল। 'কুবেৰ' নামৰ হাস্যৰসৰ নাটখন বিষ্ণু প্ৰসাদ গোস্বামীৰ ৰচনা। নাটখন অসমীয়া নাট্যজগতৰ উল্লেখযোগ্য অৱদান। এই জনৰ পুত্ৰ তৰুণ চন্দ্ৰ গোস্বামী। (প্ৰয়াত) তৰুণ চন্দ্ৰ গোস্বামী ((বুলু) অকালতে ঢুকাল। তেওঁ আছিল শাস্ত্ৰীয় সংগীতৰ গায়ক। উত্তৰ পূৰ্বাঞ্চলৰ থলুৱা বাদ্যযন্ত্ৰৰ ওপৰত এওঁ গৱেষণা কৰিছিল। তেওঁৰ বিখ্যাত গ্ৰন্থখন হৈছে Tuning in to Dimasa Folk instruments। এই আধাৰ সত্ৰৰ পৰিয়ালটোৰ সংগীত চৰ্চা আছিল সৰ্বজন সমাদৃত। আমি ঘৰৰ পৰা তেওঁলোকে উচ্চ স্বৰত নিতৌ সন্ধিয়া গোৱা শাস্ত্ৰীয় সংগীত উপভোগ কৰিছিলো। ৰাধা নাথ গোস্বামী উকীল হিচাপে নাম থকা ব্যক্তি আছিল। যোগেন গোস্বামী আছিল গোলাঘাট এমেছাৰ থিয়েটাৰৰ এগৰাকী কৰ্ম কৰ্তা। তেওঁৰ লগত মই নাৰী চৰিত্ৰত অভিনয় কৰা মনত আছে। উকীল বুলিও তেওঁৰ বুৎপত্তি আছিল।

যোগেন দাই থিয়েটাৰত গান গাব লগা অভিনেতা (যেনে প্ৰেমিক, বৰাগী, সখি)ৰ ভাও লৈছিল। সেই দিনত অভিনেতাজনে বা অভিনেত্ৰী গৰাকীয়ে নিজে গীত গাব লগা হৈছিল। আজি কালিৰ দৰে 'বেক্‌গ্ৰাউণ্ড' মিউজিক কমেইহে ব্যৱহৃত হৈছিল।

প্ৰতিবেশী আনন্দেশ্বৰ বৰুৱাই কাছাৰিত চাকৰি কৰিছিল। গহীন মানুহ। বন্ধ

দিনত তেখেতৰ ঘৰত সংগীতৰ বৈঠক বহিছিল। আমি সৰু লৰাবোৰে গান শুনিবলৈ কেতিয়াবা গৈছিলো। চাহ মিঠাইৰ ব্যৱস্থা কৰা হৈছিল। গানৰ মজলিচত দেখিছিলো ৰাধা উকীলে গান ধৰিছে, আনন্দেশ্বৰ বৰুৱাই তাল ধৰিছে, কংগ্ৰেছ নেতা ৰাজেন্দ্ৰ নাথ বৰুৱাই তবলা বজাইছে। আনন্দেশ্বৰ বৰুৱাৰ গান বাজনাত বৰ ৰাপ আছিল। তেখেতৰ লৰা বাবাই মোৰ লগৰ। খুৰাতি গোলাপ চন্দ্ৰ গোস্বামী আছিল এজন আদৰ্শ শিক্ষক। গোলাঘাট গভৰ্ণমেণ্ট বেজবৰুৱা হাইস্কুলত তেখেতে আমাৰ অংকৰ ক্লাচ লৈছিল। পদুম তেখেতৰ লৰা, মোৰ লগৰ, লগৰে বন্ধু। পানী খোৱা চুটিত খুৰাতিৰ ঘৰলৈ লগৰ শিক্ষক জীৱন তামুলী, উমা কাকতি আহি চাহ খাইছিল। ধপাতো হুপিছিল। হাইস্কুল আছিল সামান্য দূৰৈত। আমাৰ পঢ়া শুনাত খুৰাতিয়ে মন দিছিল। আমি তেখেতক ভয় কৰি সাৱধানে চলিছিলো। দেউতাৰ লগত খুৰাটিয়ে প্ৰায়ে কথা বতৰা পাতিছিল। আন এগৰাকী প্ৰতিবেশী ৰাধা নাথ বৰুৱা। তেখেতেও কাছাৰীত কাম কৰিছিল। তেখেতৰ ভায়েক কৃষ্ণ নাথ বৰুৱা আৰু মেঘনাথ বৰুৱা। মেঘ মোৰ লগত পঢ়া ছাত্ৰ। পৰিশ্ৰমী আৰু সাহসী। ব্যায়াম কৰি দেহচৰ্চা কৰিছিল। ৰাধা দাইতিৰ ঘৰখন আমাৰ পূব ফালে অৱস্থিত। পূৰ্বৰ নাজিৰা ফালৰ মানুহ। ডাঙৰ বংশ পৰিয়াল। দাইতিৰ ঘৰখন চকুত লগা। খেতি-ফুলনি সকলো ঘৰ শুৱনী। চালেই ভাল লাগে। তেখেতৰ ছোৱালী ননীক আমাৰ ঘৰলৈ বিয়া দিয়া হৈছিল। ননীবৌক সোণদাদাই বিয়া কৰালে। আমাৰ সম্পৰ্ক বেছি ওচৰ চাপিল। ননীবৌৱে আমাক আদৰ সাদৰ কৰি আপোন কৰি লৈছিল। সোণদাদা ইতিমধ্যে ঢুকাইছে। ননী বৌও অলপতে ঢুকাল।

দেউতাক সকলোৱে শ্ৰদ্ধা কৰিছিল। চানমাৰি অঞ্চলৰ এগৰাকী জ্ঞানী আৰু বিদ্যাবন্ত ব্যক্তি ৰূপে দেউতাৰ এটা খ্যাতি আছিল। প্ৰতিবেশী সকলে এই মানুহজনক সৰ্বদা সন্মান দেখুৱাই গৌৰৱ বোধ কৰিছিল। সৰুৰে পৰা দেখিছিলো দেউতাই নিতৌ এটা ধৰা বন্ধা নিয়মত কাম কৰি ভাল পাইছিল। সোনকালে পুৱা উঠিছিল। বাৰীত কোৰ মাৰি ফুলনিবাৰী চিকুনাইছিল। বিধে বিধে ফুল লগাই সেইবোৰ আবদাৰ কৰি ভালকৈ মাটি চপাই দিছিল। পূজা কৰিবলৈ কোন দেৱতাক কি ফুল দিব সেই কথা দেউতাই পালন কৰিছিল। (যেনে শনি পূজাত কলা বৰণীয়া ফুল, দেৱী পূজাত ৰঙা জবা ফুল, শিৱ আৰু বিষ্ণু পূজাত বগা ফুল, গনেশ দেৱতাক ৰঙা বা হালধীয়া ফুল ইত্যাদি) আমাৰ বাৰীত তুলসী, দোৰোণ, বেল ফুলৰ অভাৱ নাছিল। পুৱা গা-পা ধুই ফুল তুলি দেউতা গোঁসাই ঘৰত বহি পূজা সেৱা ভক্তি ভাৱে পালন কৰিহে চাহ জলপান খাইছিল। আমাৰ গোঁসাই

ঘৰটো বেছ আহল বহল। ২০/২৫ জন লোক বহিব পাৰে। আগ খণ্ড মণিকূট। তাত ৫খলপীয়া ৰঙীন চিত্ৰ বিচিত্ৰৰ সিংহাসন, ওখ ৫ ফুট মান, ওপৰত চন্দ্ৰতাপ আঁৰা। এই খন সিংহাসন বহুদিনৰ পুৰণি, দেউতাৰ পিতাকৰ দিনৰ, দেখাত চকুত লগা। তাৰ থাপনাত শালগ্ৰাম বিগ্ৰহ দেৱতা। দেউতাই সদায় শুদ্ধ চিত্তেৰে ঘণ্টা ধ্বনিৰে গোসাঁই ধুৱায়। পূজাশেষ হলে তাল, ডবা ঘণ্টা প্ৰভৃতি বজোৱা হয়। সন্মুখত থকা খোলা ঠাই ডোখৰত এই মংগল ধ্বনি শুনাৰ লগে লগে এজাক পাৰ পৰেহি। পাৰক প্ৰসাদ চটিয়াই দিয়া হয়। পাৰৰ সমাবেশ চাবলগীয়া দৃশ্য। ভাত পানী খাই ৯-৩০ মান বজাত দেউতাই সাজপাৰ পিন্ধি কাছাৰিলৈ খোজ লয়। দেউতাৰ এই কামবোৰত মায়ে বিশেষ যত্ন লোৱা দেখিছিলো। দেউতাই আমাক কৈছিল যে পূজাসেৱা প্ৰাৰ্থনা আদি এটা প্ৰয়োজনীয় পৰম্পৰা। শাৰীৰিক আৰু মানসিক দুয়োদিশতে এই নিয়মে মানুহক সহায় কৰে, শৰীৰ মন নিৰ্মল কৰে। যি পদ্ধতিৰে এই নিয়ম প্ৰণালী পালন কৰা হয় তাত পাৰ্থক্য থাকিলেও মূল উদ্দেশ্য কিন্তু একেটাই। শূচিতা পবিত্ৰতা মানৱীয় অৱদান। দেউতাই ভগবানক প্ৰাৰ্থনা জনাইহে দিনটোৰ কাম আৰম্ভ কৰিছিল। এটা কৃতকাৰ্য পূৰ্ণ দিন আশা কৰিবলৈ প্ৰাৰ্থনাৰ প্ৰয়োজন। যদি দিনটোত কিবা অথন্তৰ ঘটে, তেতিয়া হয়তো কিবা ভুল বা অপৰাধ লগা বাবেই এনে হৈছে বুলি দেউতাই বিশ্বাস কৰি ঈশ্বৰৰ চৰণত মূৰ দোঁৱাই অপৰাধ মাৰ্জনা কৰিবলৈ খাটিছিল। ভগৱানৰ আশীষৰ ওপৰত দেউতাৰ আস্থা আছিল গভীৰ। আমাকো দেউতাই এনে উপদেশ পালন কৰিবলৈ শিক্ষা দিছিল। এই নৈতিক শিক্ষাই আমাৰ পৰবৰ্ত্তী কালত বহুতো সহায় কৰিছিল। ধৰ্মৰ প্ৰতি বিশ্বাস, ধৰ্মীয় আচৰণৰ প্ৰতি ভক্তি আছিল আটাইৰে জীৱনৰ অন্যতম দিশ। মই দৃঢ়তাৰে কব পাৰো যে দেউতা আছিল মোৰ বাবে প্ৰেৰণা। অকল প্ৰেৰণাই নহয়, মোৰ আদ্য শক্তিও। যি সময়ত দেউতাই বাস কৰিছিল সেই সময় আছিল আজিৰ সম্পূৰ্ণ বিপৰীত, তেনেকৈ মূল্যবোধো আছিল বেলেগ। আজি আমি নৈতিক জ্ঞান আৰু মূল্যবোধ হেৰুৱাই পেলাইছো, এক অবাস্তৱ পৰিমণ্ডলত সোমাই পথ ভ্ৰষ্ট হৈছো। ডাঙৰ হলো যেতিয়া, তেতিয়া বুজিলো যে মোৰ জীৱনৰ গঢ় দিয়া দায়িত্ব মোৰ নিজৰ। মই দেউতাৰ আদৰ্শক কাৰ্যক্ষেত্ৰত প্ৰতিফলন কৰা প্ৰয়োজন বোধ কৰিলো। সেয়েহে মই সদায় যত্ন কৰো এটা সৎ জীৱন যাপন কৰিবলৈ। মোৰ পৰিয়ালৰ প্ৰতি মোৰ ভাল দিশটো, ভাল গুণখিনি, সজ আদৰ্শ খিনি দিবলৈ যত্ন কৰো।

গোলাঘাটত কটোৱা এইয়া মোৰ সুদীৰ্ঘ অভিজ্ঞতা। ১৯২৬ চনৰ পৰা ১৯৪২

চন ব্যাপি মই পাৰ হৈ অহা শৈশৱৰ পৰিক্ৰমা, আগবয়সৰ স্মৰণীয় দিনবোৰৰ প্ৰতিপাদ্য। এই সময় খিনিয়ে মোৰ জীৱনত এক বিশেষ দায়িত্ব বহন কৰিছিল। ঘৰুৱা হলেও এই সময়ছোৱা আছিল মোৰ বাবে তাৎপৰ্য পূৰ্ণ। গোলাঘাটৰ ঘৰখনতে মই কিতাপৰ প্ৰতি আকৰ্ষিত হৈছিলো। দেউতাই মোক কিতাপৰ দোকানলৈ লৈ গৈছিল, মোৰ উপযোগী কিতাপ কিনি দিছিল, কেতিয়াবা দেউতাই কিতাপ পঢ়ি মোক শুনাইছিল, বুজি নোপোৱা খিনি বুজাই দিছিল। দেউতাৰ পৰাই মই শিকিছিলো কিতাপক আদৰ কৰি পৰি পাটিকৈ সজাই থবলৈ।

অৱসৰ লোৱাৰ পাছতো দেউতাই চৰকাৰী কামৰ পৰা ৰেহাই পোৱা নাছিল। ইংৰাজ চৰকাৰে দেউতাক অনাৰেৰী মেজিষ্ট্ৰেট পদ আগবঢ়াই কিছুমান বিশেষ ধৰণৰ মেল মোকৰ্দমা লবলৈ ক্ষমতা দিলে। এই কাম এজন হাকিমৰ পৰ্যায়ৰ। দুবছৰ কাল সুখ্যাতিৰে এই চাকৰিত থাকি দেউতাই অব্যাহতি ললে। ইংৰাজ চৰকাৰে দেউতাক 'ৰায়-চাহাব' উপাধিৰে সন্মান জনালে। উপাধি মান-পত্ৰ খনত চহী কৰিছিল তেতিয়াৰ বৃটিছ ভাইচৰয় লৰ্ড লিনলিথগোৱে। আমি দেউতাৰ এই সাফল্যত উৎফুল্লিত হৈছিলো। কংগ্ৰেছী লোক সকলে এই সন্মান গ্ৰহণ ভাল পোৱা নাছিল। কিন্তু পৰাধীন ভাৰতবৰ্ষত কাম কৰা অনেক চৰকাৰী বিষয়া বৰ্গই ৰাজধৰ্মক আন্তৰিকতাৰে পালন কৰিছিল। বৃটিছৰ শাসনৰ বিপক্ষে এওঁলোকে প্ৰকাশ্যে বিৰূপ মত প্ৰকাশ কৰা নাছিল। কৰা উচিত বুলি ভৱা নাছিল। কিন্তু সেই বুলি এওঁলোকৰ অন্তৰত দেশ প্ৰেম নাছিল বুলি কব পৰা নাযায়। বহু গুণৰ সংমিশ্ৰণৰ মাজেদি মানুহ তৈয়াৰ হয়। তাৰে মাজত কৰ্তব্য পালন হৈছে এটা গুণ। দেউতাৰ জীৱনৰ এটা বিশেষ দিশ আছিল কৰ্তব্য পালন। ইয়াৰ মাজতে দেউতাই নিজক গঢ় দিছিল। অৱসৰ গ্ৰহণৰ পাছত দেউতাৰ পৰিবৰ্তন আমি লক্ষ্য কৰিছিলো। সামাজিক আৰু আধ্যাত্মিক দিশত তেখেতে মানোনিবেশ কৰিছিল। পুথি অধ্যয়ন আছিল নিয়মীয়া অভ্যাস। বিলাতী সাজ পোছাক যেনে লংপেণ্ট, কোট পৰিহাৰ কৰি দেউতাই অসমীয়া ভদ্ৰলোকৰ সাজপাৰ পিন্ধি ঘৰুৱা হৈ পৰিছিল। পিন্ধনত ধুতি কামিজ, দিঙিবন্ধ কোট, গাত এৰি চাদৰ, হাতত হাতী দাঁতৰ তৈয়াৰী মুৰেৰে (ধৰা মুঠি) লাঠিদাললৈ দেউতা একেবাৰে স্বদেশী হৈ পৰিছিল। দেউতাইঁতৰ লগৰীয়া সকলে ধুতিৰ লগত কামিজটো ভৰাই, ভৰিত ফিটামৰা জোতা, লগতে মোজা পিন্ধি বাহিৰলৈ গৈছিল। মই দেউতাৰ লগত বজাৰলৈ গৈছিলো আৰু বজাৰৰ টোপোলা কঢ়িয়াইছিলো। এবাৰ গুৱাহাটীলৈকো মই দেউতাৰ লগত আহিছিলো। পাণ বজাৰত থকা পুৰণি জোতাৰ দোকান এখনত দেউতাই এজোৰ

জোতা কিনিলে। কেইদিন মান গুৱাহাটীত থাকি আমি গোলাঘাটৰ ঘৰলৈ আহিলো। জোতাৰ বাকচটো খুলি পিন্ধি দেখুৱাব খুজিলে। মই মা আৰু দাদাইঁতে কৌতুহলেৰে বাকচটো খোলা চাই আছিলো। সাধাৰণতে দেউতাই নিজৰ বাবে একো নিকিনে বা নলয়। মায়ে জোৰ কৰি দিলেহে লাগতিয়াল দুই এপদ বস্তু নিজৰ বাবে ৰাখে। এইবাৰ দেউতাই গুৱাহাটীৰ পৰা জোতা এযোৰ নিজৰ বাবে অনাদেখি আমি আটায়ে ৰং পাইছিলো। জোতাৰ বাকচৰ পৰা জোতাযোৰ উলিয়াই পিন্ধি দেখেযে এপাত জোতা চাইজতকৈ ডাঙৰ। দোকানত ভুলতে এনে হ'ল বুলি দেউতাই আক্ষেপ কৰিলে। দুবছৰৰ পাছত দেউতা গুৱাহাটীলৈ কিবা সকামত যাওতে পানবজাৰৰ জোতাৰ দোকান খনত লগত লৈ যোৱা জোতা দুপাত দেখুৱালে। দোকানৰ কৰ্মচাৰী অবাক। দুবছৰৰ আগতে কিনা জোতাযোৰৰ কথা ক'ত মনত থাকিব? দেউতাৰ হাতত ৰচীদ পত্ৰও নাই। তথাপি দোকানৰ মালিকে দেউতাৰ কথাকে সাৰোগত কৰি এযোৰ নতুন জোতা দি ভুলৰ বাবে ক্ষমা বিচাৰিলে। দোকানখনৰ নাম "গুৱাহাটী চু' ফেক্টৰী"। ১৯২৬ চনতে স্থাপিত।

দেউতাৰ ব্যক্তিত্ব আৰু সততাৰ ওপৰত মানুহৰ আস্থা আছিল বাবেই সকলোৰে তেখেতক সমীহ কৰি চলিছিল। আমাক তেখেতে স্নেহ কৰিছিল আৰু সৎপথেৰে চলিবলৈ শিক্ষা দিছিল। কিতাপ পঢ়াত কেনেকৈ মনোনিবেশ কৰিব লাগে, সেই কথা আমি দেউতাৰ পৰা আহৰণ কৰিছিলো। ১৯৪৬ চনৰ মাৰ্চ মাহৰ ৪ তাৰিখে তেখেতৰ পৰলোক প্ৰাপ্তি হলত আমি এক অনিশ্চয়তাৰ মাজত ডুব গৈছিলো। এগৰাকী আদৰ্শবান পিতৃক হেৰুৱাই আমি মৰ্মাহত হৈ পৰিছিলো। বহুত দুশ্চিন্তাই আমাক অবিৰাম কষ্ট দিছিল। আৰ্থিক দিশত আমি নিৰুপায় অৱস্থাত অভাবগ্ৰস্ত হৈছিলো। সেই দিন বোৰৰ কথা ভাবিলে চকুপানী ওলায়। দেউতাই আমাক অভাব কি জানিবলৈ দিয়া নাছিল। তেখেতৰ যেতিয়া মৃত্যু হ'ল তেতিয়া বুজিব পাৰিলো যে দেউতা ধনী মানুহ নাছিল। এক সাধাৰণ মধ্য বিত্তৰ মানুহ হিচাপেই তেখেতে জীৱন অতিবাহিত কৰিছিল। কোনো ধন সম্পত্তিৰ প্ৰতি দেউতাৰ আকাঙ্খা নাছিল। জন্মৰ পৰা স্কুলীয়া শিক্ষা শেষ কৰালৈকে সুদীৰ্ঘ ১৬ বছৰ দেউতাৰ ছত্ৰছায়াত ডাঙৰ দীঘল হৈ আমি তেখেতৰ সজ পথকে অনুকৰণ কৰিবলৈ হাবিয়াস কৰিছিলো। কিমান সফল হ'লো কব নোৱাৰো। সদায় দেউতাৰ সজ আদৰ্শই আমাক শক্তি আৰু সাহস দিছিল। তেখেতৰ পুত্ৰ ৰূপে আমি গৌৰৱ অনুভৱ কৰিছিলো।

## ২

**প্ৰথম কিতাপৰ প্ৰতি আগ্ৰহ ...**

কিতাপৰ প্ৰতি মোৰ প্ৰথম আকৰ্ষণ আমাৰ ঘৰ খনতে আৰম্ভ হৈছিল। দেউতাই নিজে কিতাপ পঢ়িছিল আৰু মোকো কিতাপ পঢ়ি জ্ঞান লভিবলৈ উৎসাহ দিছিল। কিতাপ কিনা প্ৰবৃত্তি থকা বাবেই দেউতা যলৈকে গৈছিল তাত কিতাপ পালেই আমালৈ লৈ আহিছিল।

গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুলত মই যেতিয়া পঢ়িছিলো তেতিয়া স্কুলত ভাল লাইব্ৰেৰী এটা পোৱা নাছিলো। শিক্ষকৰ কমনৰুমতে চাৰি পাঁচটামান আলমাৰিত যি কিতাপ ৰখা হৈছিল, সেই বোৰ কিতাপ লৰাৰ বাবে মুকলি নাছিল। এজন শিক্ষক আছিল এই কিতাপবোৰৰ তদাৰককাৰী। আলমাৰি কেইটা প্ৰায়ে তলা লগাই ৰখা হৈছিল। দুই এজন শিক্ষকে কাচিৎ কিতাপ পঢ়িবলৈ সুবিধা পাইছিল। স্কুলৰ হেডমাষ্টৰ কেইবাগৰাকীক মই পঢ়া সময় চোৱাত শিক্ষক ৰূপে পাইছিলো। ইয়াৰ মাজত ৰামেশ্বৰ বৰুৱা, ৰোযেশ্বৰ শৰ্মা আছিল উল্লেখযোগ্য হেডমাষ্টৰ। দুয়ো গৰাকী গুণী জ্ঞানী আৰু আদৰ্শবান শিক্ষক। ৰামেশ্বৰ বৰুৱা চাৰে হাইস্কুল খনৰ উন্নতিৰ হকে অশেষ যত্ন লৈছিল। সেই যত্নৰ সফলতা পৰবৰ্তী কালত গোলাঘাটৰ ৰাইজে বুজি পাইছিল। ৰোযেশ্বৰ শৰ্মা চাৰ পঢ়াশুনা কৰা ব্যক্তি। কিতাপৰ লগত তেওঁৰ পৰিচয় থকাৰ বাবে আমি শ্ৰেণীত বহুতো দেশী বিদেশী বিখ্যাত কিতাপৰ বিষয়ে মনোগ্ৰাহী কথা শুনিছিলো। শৰ্মা চাৰ নিজেও এগৰাকী লেখক আছিল। তেওঁ ৰচিত 'নৱৰত্ন" গ্ৰন্থখন মই হাইস্কুলৰ নৱম শ্ৰেণীতে পঢ়িছিলো। আজিও মোৰ ব্যক্তিগত সংগ্ৰহত শৰ্মাচাৰৰ 'নৱৰত্ন' কিতাপখন সুৰক্ষিত হৈ আছে। এইটো নুবুজায় যে মই সদায় কিছুমান পুৰণি দিনত গোটোৱা মোৰ ভাল লগা কিতাপ বোৰ পঢ়ো। মই মাত্ৰ কিতাপবোৰলৈ চকু ফুৰাওঁ। কাৰণ মই ভাবো যে পঢ়াৰ পাছতে কিতাপবোৰ চাই থকাটোও এক বেলেগ আনন্দ। সংগৃহীত প্ৰত্যেক খন কিতাপৰে একোটা বিশেষত্ব আছে। প্ৰত্যেক খনেই বেলেগ বেলেগ ভাষাৰে কথা কয়। সেই কিতাপবোৰ মোৰ ৰেকত দেখিলে মই পুলকিত হওঁ। মনত পৰে, কেতিয়া কেনেকৈ কিতাপখন আহি মোৰ হাত পালেহি। শৰ্মা চাৰৰ নৱৰত্ন খন মই কেইবাবাৰো পঢ়িছো। ইয়াত থকা ৰসাল বৰ্ণনাই মোৰ সৈতে কিতাপখনৰ সম্পৰ্ক মধুৰ কৰি ৰাখিছে। সংস্কৃতৰ পৰা অনুবাদ এই কিতাপখনত নটা আখ্যান আছে। নাগানন্দ (হৰ্ষদেৱ), মালতীমাধৱ (ভৱভূতি), বিক্ৰমোৰ্ব্বশী

( কালিদাস), প্ৰিয়দৰ্শিকা, মৃচ্ছকটিক (শূদ্ৰক), স্বপ্নবাসৱদত্তা (ভাস), কৰ্পূৰমঞ্জৰী (ৰাজসেখৰ) ৰত্নাৱলী (হৰ্ষদেৱ) আৰু মালবিকাগ্নিমিত্ৰ (কালিদাস)। কিতাপখনৰমূল্য আছিল ১ এটকা মাথোন। এটকাতে শৰ্মাচাৰে আমাক সংস্কৃত সাহিত্যত থকা প্ৰেমৰ অমৰ কাহিনী পঢ়িবলৈ সুযোগ দিছিল। শৰ্মাচাৰৰ ভাষা আছিল সহজ, বাক্যগাঠনি আছিল সৰল! সহজেই পঢ়ি ৰসপান কৰিব পৰা ৰচনা। গোলাঘাট হাইস্কুলত পঢ়ি থাকোতে এখন আলোচনী প্ৰকাশ কৰা উৎসাহ পৰিলক্ষিত হৈছিল শিক্ষক কেইজন মানৰ যত্নৰ ফলশ্ৰুতি স্বৰূপে। খুৰাতি গোলাপ চন্দ্ৰ গোস্বামীয়ে আলোচনীখনৰ সম্পাদনাৰ দায়িত্বত আছিল। তেখেত হাইস্কুল খনৰ এগৰাকী প্ৰবীণ শিক্ষক। আলোচনীখনৰ নাম ৰখা হৈছিল 'সেউতী' আমাৰ ক্লাছৰ চিদানন্দ শইকীয়াৰ এই আলোচনী খন প্ৰকাশত অৰিহণা আছিল প্ৰচুৰ। প্ৰবন্ধ পাতি তেওঁ সংগ্ৰহ কৰিছিল। অনেক ছাত্ৰৰ বছা বছা প্ৰবন্ধ কবিতা, গল্প, অনুবাদ সেউতীত ছপা হৈছিল। মই ইয়াত ঈদৰ জোন নামৰ গল্প এটা লিখিছিলো। আমাৰ ভূগোলৰ শিক্ষক চাহাবুদ্দিন চাহাবে গল্পটো পঢ়ি মোক কমনৰুমলৈ মাতি পঠাই বহুত প্ৰশংসা কৰিলে আৰু কলে, ৰাম, তোমাৰ লেখাখিনি পঢ়ি মই বৰ আনন্দ পাইছো। আনকো তোমাৰ লেখাটো দেখুৱাইছো। তুমি ডাঙৰ হলে এজন নামজলা সাহিত্যিক হব পাৰিবা। খোদাই তোমাক দোৱা (আশীৰ্বাদ) কৰক। মই চাহাবুদ্দিন চাৰৰ উদগণিত পৰম উৎসাহিত হৈছিলো। আজি তেখেতক কৃতজ্ঞতা চিত্তেৰে স্মৰণ কৰিছো। মোৰ প্ৰতীক্ষা নামৰ উপন্যাস খনত চাহাবুদ্দিন চাহেব নামে এটা চৰিত্ৰ অংকন কৰিছো। এনে গুণী, জ্ঞানী হৃদয়বান শিক্ষক আজি কালি বিৰল।

আমাৰ নৱম শ্ৰেণীৰ ছাত্ৰ সকলৰ এচামে সাহিত্য চৰ্চাত নিষ্ঠাৰে ব্ৰতী হৈছিল। আমি সাহিত্য চ'ৰ্চাত নানা বিষয় আলোচনা কৰিছিলো। গোলাঘাটৰ ইউনিয়ন লাইব্ৰেৰীটো আছিল আমাৰ আড্ডা। ইয়াত কীৰ্তি নাথ হাজৰিকা, সদানন্দ চলিহা, প্ৰফুল্ল চলিহা, গিৰীণ পটংগীয়া, দেৱীচৰণ গগৈ, ভগৱতী প্ৰসাদ লাডিয়া, চিদানন্দ শইকীয়া প্ৰভৃতি আছিল নিয়মীয়া সদস্য। আমি হুচৰী গাই লাইব্ৰেৰীৰ বাবে বিহুৰ বতৰত পইচা তুলিছিলো। পূজাত দোকান দিছিলো। দান বৰঙণি বিচাৰি ধনবান ব্যক্তিৰ কাষ চাপিছিলো। ইউনিয়ন লাইব্ৰেৰীৰ যোগেদি আমি বহুতো সমাজ উন্নয়ন কামত ব্যস্ত হৈছিলো। লাইব্ৰেৰীটো আছিল গোলাঘাট এমেছাৰ থিয়েটাৰ হলৰ কাষত। লগত এটা ক্লাব, আন এটা অংশ আছিল আমাৰ লাইব্ৰেৰীটো। ক্লাৱত জ্যেষ্ঠ সকলে সন্ধিয়া তাচ খেলিছিল দুৱাৰ জপোৱা অৱস্থাত। লাইব্ৰেৰীত আমি

বহি আলাপ আলোচনা কৰিছিলো, তৰ্ক সভাও বহিছিল। এটা বিষয়, যেনে 'কথাটো সচাঁ কিন্তু মানি নলও।' ইয়াৰ ওপৰত যুক্তি-তৰ্ক চলিছিল পুৰাদমে। আমাৰ লাইব্ৰেৰীত যথেষ্ট কিতাপ সংগৃহীত হৈছিল আৰু এইবোৰ আছিল নিৰ্বাচিত গ্ৰন্থ। সভ্যসকলে লাইব্ৰেৰীৰ পৰা ঘৰলৈ কিতাপ ধাৰে নিয়া ব্যৱস্থা ৰখা হৈছিল। মই লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান হিচাপে কেইবামাহো দায়িত্ব পালন কৰিছিলো। আলমাৰী কেইটা মান (পুৰণি) আৰু পঢ়া টেবুল চকী কেইখন মান আছিল লাইব্ৰেৰীটোৰ সম্পত্তি। ইয়ালৈ আহি সভ্য সকলে নিজ ৰুচিমতে কিতাপ পঢ়িব পাৰিছিল। সভা সমিতি পাতিলে লাইব্ৰেৰী বন্ধ ৰখা হৈছিল। সভ্যসকলৰ ভিতৰত সদানন্দ চলিহা আছিল তীক্ষ্ণবুদ্ধি সম্পন্ন পঢ়ুৱৈ। পৰবৰ্ত্তী কালত তেওঁ তেজপুৰলৈ গৈ কলেজত অধ্যাপনা কৰিছিল। বুৰঞ্জী, বিষয়টো আছিল চলিহাৰ প্ৰিয় বিষয়। ইয়াৰ যোগেদি তেওঁ গৱেষণা কামত ব্ৰতি হৈছিল। দুৰ্ভাগ্যৰ কথা, তেওঁৰ অকালতে মৃত্যু ঘটিল। প্ৰফুল্ল চলিহা সাহিত্য আলোচনা শাখাৰ সম্পাদক আছিল। তৰ্ক সভাও তেৱেঁ চলাইছিল পঢ়াশুনা কৰা সভ্য, মোৰ অন্তৰংগ বন্ধু। বন্ধ দিনত আমি দুয়ো প্ৰায়ে ফুৰিবলৈ গৈছিলো। কীৰ্তিনাথ হাজৰিকা বয়সত মোতকৈ ডাঙৰ। দাদা হৰিশৰ লগৰ। কিন্তু আচাৰ ব্যৱহাৰত তেওঁ আছিল বিনয়ী। অধ্যয়ন পুষ্ট মন এটাৰে তেওঁ লাইব্ৰেৰীলৈ দিনৌ আহিছিল। লাইব্ৰেৰীত ৰখা বাতৰি কাকত আৰু আলোচনী পঢ়া তেওঁৰ দৈনন্দিন কাম আছিল। ৰসাল মানুহ। গোলাঘাট এমেচাৰ থিয়েটাৰত তেওঁ অনেক বাৰ অভিনয় কৰিছে। স্ত্ৰী চৰিত্ৰৰ ভূমিকাত তেওঁৰ অভিনয় আছিল মনোমুগ্ধ। চিদানন্দ শইকীয়া বোকাখাতৰ যদিও পঢ়া কালত গোলাঘাট চহৰতে আছিল। পঢ়া শুনাত চোকা, আখৰ পাতিও সুন্দৰ। কিতাপ অধ্যয়নত তেওঁৰ গভীৰ আস্থা। বহুতো বিষয় তেওঁ চৰ্চা কৰিছিল। বিশেষকৈ মাৰ্ক্সীয় পুথি সমূহৰ প্ৰতি তেওঁ আছিল আগ্ৰহী। গিৰীণ পটঙ্গীয়া এজন চিৰিয়েচ পঢ়ুৱৈ ৰূপে জনাজাত আছিল। ইউনিয়ন লাইব্ৰেৰীত তেওঁ প্ৰায়ে পঢ়াত ব্যস্ত আছিল। পাছত তেওঁ ডাক্তৰ হল। চুডানত বহুত দিন থাকি বৰ্তমান গুৱাহাটী। এওঁৰে ছোৱালী বিয়া কৰাইছে অধ্যাপক ৰঞ্জিত দেৱ গোস্বামীয়ে। গিৰীণ মোৰ সহপাঠী আৰু অন্তৰংগ বন্ধু। দেবী গগৈ চোকা লৰা। পঢ়া শুনাত যথেষ্ট ৰাপ আছিল। সদালাপী গগৈ আছিল ৰসিক বন্ধু। ভগৱতী প্ৰসাদ লাডিয়া মাৰোৱাৰী সম্প্ৰদায়ৰ যদিও গ্ৰন্থজগতৰ লগত তেওঁ আছিল ওতঃপ্ৰোত ভাৱে জড়িত। আমাৰ প্ৰায়বোৰ মিটিঙত তেওঁ যোগদান কৰিছিল। হিন্দী ভাষা প্ৰচাৰৰ হকে তেওঁ কামো কৰিছিল ঘনিষ্ঠ ভাৱে। কাপোৰৰ দোকান এৰি কিতাপৰ দোকান খুলি তেওঁ গোলাঘাটৰ এজন

জনপ্ৰিয় লোক হৈ পৰিছে। আজিও তেওঁ জীৱিত আছে আৰু মোৰ খবৰ খাটি ৰাখে। অসমীয়া ভাষা সাহিত্যৰ বিকাশৰ হকে তেওঁ যথেষ্ট বৰঙণি আগবঢ়াইছে, বহুতো কিতাপ প্ৰকাশ কৰিছে। গোলাঘাটৰ নবীন পুস্তকালয় বুলিলে সকলোৱে ভগৱতী লাডিয়াৰ নাম লয়। এই প্ৰতিষ্ঠানৰ তেৱেঁই মালিক, জনপ্ৰিয় জ্যেষ্ঠ নাগৰিক। পুতেকহঁতেও কিতাপৰ ব্যৱসায়ত হাত দিছে।

আমাৰ সকলো সভ্যৰে এটা আত্ম প্ৰকাশৰ বাসনা আছিল। সাহিত্যৰ বৈঠকত কোনোৱে কবিতা, কোনোৱে গল্প প্ৰবন্ধ পঢ়িছিল। এইবোৰৰ ওপৰত আলোচনা হৈছিল। প্ৰায় বিলাক সভ্যৰ একো একোটা দিশ আছিল আৰু সেই দিশটো গভীৰ আস্থাৰে সভাত ব্যাখ্যা কৰিছিল। মন কৰিবলগীয়া বিষয়টো আছিল বামপন্থী সাহিত্যৰ প্ৰতি অনুৰাগ। Pro C.P.I. দৃষ্টি ভংগীয়ে কোনো জনক আকৃষ্ট কৰিছিল বাবে তেওঁলোকে মাৰ্ক্সীয় সাহিত্যৰ প্ৰসংগ বখানিছিল। সেই সময়ত অসমত আছাম ষ্টুডেণ্ট ফেডাৰেশ্যন (ASF) আছিল প্ৰগতি বাদী যুৱক যুৱতীৰ বাবে আকৰ্ষণৰ ক্ষেত্ৰ। চিদানন্দ শইকীয়াৰ এনে এটা মানোভাৱ প্ৰায়ে প্ৰকাশ পাইছিল। ইউনিয়ন লাইব্ৰেৰীলৈ যদুনাথ শইকীয়া খগেশ্বৰ তামুলী, দধি মহন্ত প্ৰভৃতি বাঁও পন্থী লোকসকল আহি আলোচনাত যোগ দিছিল আৰু এজন আছিল ধীৰেণ দত্ত। এওঁৰ কবিতাত বাঁও পন্থী ভাৱধাৰা প্ৰকাশ পাইছিল। এনেবোৰ বিষয়ে প্ৰাধান্য লাভ কৰাত বহুতে আমাক 'কমিউনিষ্ট' বুলি সন্দেহ কৰিছিল। সেই সময়ৰ ছাত্ৰ সমাজত এনে মাৰ্ক্সীয় ভাৱধাৰাই প্ৰভাৱ পেলাইছিল সমগ্ৰ দেশতে। সেই বুলি সকলো সভ্যযে কমিউনিষ্ট আছিল এনে নহয়। ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ স্পৃহাই সকলোকে উদ্দীপনা যোগাইছিল। যদু শইকীয়া দধি মহন্ত, খগেশ্বৰ তামুলী, দৌলেশ্বৰ দত্ত প্ৰভৃতিৰ বক্তৃতা বোৰ আছিল তৰ্কাশ্ৰয়ী। তেওঁলোকে বিষয় প্ৰসংগ ভাল ভাৱে আয়ত্ত কৰিব পাৰিছিল। মই মাৰ্ক্সীয় কিতাপ পঢ়িছিলো। পৰৱৰ্ত্তী কালত কাৰ্ল মাৰ্ক্সৰ ডাচ কেপিটেলৰ ওপৰত এটা তত্ত্বগধুৰ প্ৰবন্ধও লিখিছিলো। প্ৰবন্ধটো মোৰ 'মন আৰু মন' নামৰ গ্ৰন্থ খনত সন্নিবিষ্ট কৰা হৈছে। লেনিনৰ ওপৰত এখন নাটকো মই ৰচনা কৰিছিলো। লেনিনৰ ভূমিকাত নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাই সুন্দৰ অভিনয় কৰিছিল। এই নাটকখন কেইবাবাৰো অভিনীত হৈছে, মঞ্চ সফল নাটক। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনত মই বাঁওপন্থী ভাৱধাৰা ত্যাগ কৰিছিলো আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰামত সোমাই পৰিলো। চিদা শইকীয়াহ'ত বৈ গ'ল। এই মতবিৰোধ হৈছিল আদৰ্শৰ সংঘাত। দ্বিতীয় মহাসমৰত হিটলাৰে চোভিয়েট ইউনিয়নক আক্ৰমণ কৰাত ASF য়ে ১৯৪১ চনৰ

পাটনা প্ৰস্তাৱ অনুসৰি মিলিত শক্তিৰ হিটলাৰৰ বিৰুদ্ধে আৰম্ভ কৰা যুদ্ধনীতি সমৰ্থন কৰে। এই বিবাদক কেন্দ্ৰ কৰি ASF বিভাজন হল। মই, লগতে কেইবাজনো সভ্যই চি. পি. আইৰ পৰা আঁতৰি আহিলো। ভাৰত ত্যাগ (The Quit India movement) আন্দোলনত লগা বহুতো ছাত্ৰ নেতাক ফাটেকত ভৰোৱা হৈছিল। অনেকে নিৰুদ্দেশ হৈ আছিল পলাতক হিচাপে। ৪২ চনৰ আন্দোলনত মই সক্ৰীয় ভাৱে জড়িত হৈছিলো। এই বিষয়ে পাছত উল্লেখ কৰিছো। গোলাঘাটত থাকোতে ইউনিয়ন লাইব্ৰেৰীৰ পৰা এখন আলোচনী প্ৰকাশ কৰা হৈছিল। আলোচনী খনৰ নাম ৰখা হৈছিল - প্ৰগতি। এই নামৰ লগত সংগতি ৰক্ষা কৰি প্ৰবন্ধ পাতি সজোৱা হৈছিল। আলোচনীখন হাতে লিখা। মোৰ আখৰ ভাল বাবে ময়ে প্ৰবন্ধবোৰ লিখি লৈছিলো। কবিতাৰ সংখ্যা সৰহ। গল্প আৰু জীৱনীও ওলাইছিল। অৰুণ কলিতা সেই সময়ৰ এগৰাকী পৰিচিত চিত্ৰশিল্পী আৰু ফটোগ্ৰাফাৰ। তেওঁ আমাক আলোচনীখন দেখিবলৈ চকুত লগা কৰিবলৈ নানা ধৰণৰ চিত্ৰ পট অংকণ কৰি দিছিল। কবিতাৰ সংখ্যা বেছি, বাদো দিব নোৱাৰি, ভাল বেয়া বিচাৰো কৰিব নোৱাৰি বাবে প্ৰফুল্ল চলিহা আৰু দেবী গগৈক কবিতা বাছি দিয়া দায়িত্ব দিয়া হৈছিল। আলোচনীখন যিহেতু হাতেলেখা, সেইবাবে লাইব্ৰেৰীতে চকুত পৰাকৈ ৰাখি থোৱা হৈছিল। পঢ়ুৱৈ সকলে তাতে বহি পঢ়িব লগা হৈছিল। আলোচনীখন ওলালেই আনুষ্ঠানিক ভাৱে উন্মোচন কৰা হৈছিল আৰু প্ৰবন্ধ পাতিৰ ওপৰত এজনে সমালোচনা আগবঢ়াইছিল। সভ্যৰ বাহিৰেও আন বন্ধু বান্ধৱ লাইব্ৰেৰীলৈ অহাত বাধা নাছিল। এবাৰ এটা হুলস্থুল লাগিল। এটা লৰাই কিতাপ এখন পেন্টৰ ভিতৰত ভৰাই চুৰ কৰি ধৰা পৰিল। কোনোবা এজনে এই চৌৰ্যকৰ্ম লক্ষ্য কৰি আছিল আৰু লৰাটো ওলাই যাব খোজোতেই তাক হাতত ধৰি টানি আনি ঘটনাটোৰ বিৱৰণ দিয়াত আমি তাক কি কৰিম, কি নকৰিম বুলি ভাবি থাকোতেই মই আগবাঢ়ি গৈ তাক এটা চৰ সোধালো। মই যিহেতু লাইব্ৰেৰীয়ান সেই বাবে মোৰ খং উঠিছিল বেছি। লৰাটো চৰ খাই লাহে লাহে ওলাই গল। এই ঘটনাটোক কেন্দ্ৰ কৰি আমাৰ বহুত সময় খৰচ হল, মিটিঙো ভাগিল আগ দোখৰতে। প্ৰফুল্ল চলিহাই মোৰ লগত আহি ঘৰ পোৱালেহি। বাটত মোক লৰাটোৰ লগৰীয়াই আক্ৰমণ কৰে বুলি প্ৰফুল্লই মোক লৈ আহিছিল। বাটত আহোতে তেওঁ মোক এনেভাৱে খং উঠা স্বভাৱটো ভৱিষ্যতে এৰিবলৈ উপদেশ দিছিল। মোৰ নিৰাপদ তেওঁৰ বাবে দায়িত্ব বুলি ভাবিছিল। প্ৰফুল্লৰ সান্নিধ্যত মই বহুতো সজ কথা শুনিছিলো। কবলৈ গলে তেওঁ আছিল মোৰ স্কুলীয়া জীৱনৰ

পৰম সুহৃদ। ঘৰত মই এই ঘটনাটোৰ বিষয়ে একো কোৱা নাছিলো।

আমাৰ স্কুলীয়া কালত কবিতাৰ আবৃত্তি আছিল এটা জনপ্ৰিয় অনুষ্ঠান। মোৰো কবিতা আবৃত্তিৰ চখ্ আছিল। কবি নহলেও সংগীতৰ পাছতে মই কবিতা ভাল পাইছিলো। আৰু আবৃত্তি কৰি সন্তুষ্টি লভিছিলো। দুগৰাকী শিক্ষকৰ কথা মনত পেলাই কব খুজিছো যে সাহিত্য ৰত্ন গোলাপ চন্দ্ৰ গোস্বামী আৰু নৰেন্দ্ৰ নাথ গোহাঁই চাৰ আছিল আবৃত্তি পাঠৰ উৎসাহ দিওতা। প্ৰথম জনে অসমীয়া আৰু দ্বিতীয়জনে ইংৰাজী আবৃত্তি পাঠ আৰু প্ৰদৰ্শন কৰাত অনেক সহায় কৰিছিল। গোলাপ চন্দ্ৰ গোস্বামী সম্পৰ্কত মোৰ খুৰা হলেও মই তেখেতক শিক্ষা গুৰু হিচাপেহে শ্ৰদ্ধা কৰিছিলো। তেখেতৰ ৰচিত অসমীয়া সাহিত্যৰ বাছনি, ১ম আৰু ২য় খণ্ড পাঠ্যপুথি ৰূপে স্বীকৃত হৈছিল। তেখেতে অসমীয়া কবিতা বাছি আমাক আবৃত্তি কৰিবলৈ শিকাইছিল। ধনাই বৰাৰ 'অমৰ সিজন কৰে যেইজন সদায় আনৰ হিত। সত্য কথা কয় ধৰ্ম পথ লয়, পাপত নিদিয়ে চিত।' বলদেব মহন্তৰ কেতিয়া কাক চিনি - প্ৰভৃতি কবিতা আবৃত্তি কৰিছিলো।

বজালেই কাঁহ-পাত্ৰ ভগা ভাল চিনি,
সাক্ষী কলে চিনি লোক কতদূৰ জ্ঞানী।
ভাল কৰি চিনি পায় বিবাহৰ পৰে,
পিতা-মাতা প্ৰতি ভক্তি পুত্ৰ কেনে কৰে।
পুৰিলেই চিনি, ভাল বেয়া ৰূপ সোণ,
বিপদত চিনি মিত্ৰে কেনে কৰে গুণ - ইত্যাদি।

আন এটা কবিতা আছিল মহম্মদ চোলেমান খাঁ ৰচিত - ৰাতিপুৱা।

ৰাতিপুৱা হ'ল উঠা সোণ ফেৰি
উঠা গিৰিসাই চাৰিপাটী এৰি।
নুশুবা, নুশুবা উঠা ঘপৰাই
এতেপৰ কেও শুই থকা নাই।
বীণা, বীণা, মীনা উঠিল আটাই
এলাহত কেও শুই থকা নাই
সকলোৱে চোৱাঁ পুথিমেলি লই
শিকে নিজ পঢ়া মন থিৰ কই। ইত্যাদি

সদানন্দ চলিহা আছিল মেধাবী ছাত্ৰ। তেওঁ ইংৰাজী আবৃত্তি কৰিছিল। এটা

কবিতা

The charge of the Light Brigade
Half a league, half a league
Half a league on ward
All in the valley of death
Road the Six hundred ..... etc.

এলফ্রেড টেনিশ্যনৰ এই প্ৰখ্যাত কবিতাটো সদানন্দ চলিহাই সুৱলাকৈ আবৃত্তি কৰি সকলোকে মুগ্ধ কৰিছিল। তেওঁৰ উচ্চাৰণ আছিল শুদ্ধ। আৰু এটা ইংৰাজী কবিতা তেওঁ প্ৰায়ে আবৃত্তি কৰিছিল। সেইটো আছিল কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ বিখ্যাত বঙলা কবিতা ---

চিত্ত যেথা ভয় শূন্য, উচ্চ যেথা সিৰ,
জ্ঞান যেথা মুক্ত, যেথা গৃহে প্ৰাচীৰ .... ইত্যাদি

ইয়াৰ ইংৰাজী ভাষ্য যথা –

Where the mind is without fear and the head is held high,
Where knowledge is free;
Where the world has not been broken up
Into fragments by narrow domestic walls
Where words come out from the depth of truth; etc.

চলিহাই এই কবিতাটো আবৃত্তি কৰি সকলোকে আপ্লুত কৰিছিল। ইংৰাজী ভাষাত লিখা অনেক কিতাপ ছাত্ৰ অৱস্থাতে পঢ়ি আমাক সেই বোৰৰ সাৰাংশ কৈছিল। এবাৰ চলিহাই অসমীয়া বিষয়ৰ প্ৰশ্ন কাকতত থকা ৰচনা এখন ইংৰাজীতে লিখি আহি পাছতহে ভুলটো বুজিব পাৰি শিক্ষকৰ ওচৰত দোষ স্বীকাৰ কৰিলে। নম্বৰ তেওঁ ঠিকেই পাইছিল। আৰু এজন কৃতীছাত্ৰ আমাৰ লগত কিছুদিন স্কুলত পঢ়িছিল। তেওঁ আছিল যোৰহাটৰ অমূল্য বৰুৱা। গণেশ গগৈৰ কবিতাত তেওঁৰ ৰাপ আছিল অধিক। সেইবোৰ তেওঁ সভা সমিতিত আবৃত্তি কৰি শুনাইছিল। ছাত্ৰ অৱস্থাতে অমূল্য বৰুৱাই কবিতা ৰচনা কৰি প্ৰতিভাৰ পৰিচয় দিছিল। পাছত তেওঁ এগৰাকী সুপ্ৰসিদ্ধ কবিৰূপে জনাযাত হৈছিল। দূৰ্ভাগ্যৰ কথাযে উচ্চ শিক্ষাৰ বাবে কলিকতাত পঢ়ি থাকোতে হিন্দু মুছলীম সাম্প্ৰদায়িক সংঘৰ্ষত তেওঁক নিষ্ঠুৰ ভাবে হত্যা কৰা হ'ল (১৯৭৬?) আমাৰ পৰম বন্ধু এজনক এনেদৰে হেৰুৱাই আমি লগৰীয়াসকল মৰ্মাহত হৈছিলো।

গোলাঘাটৰ স্কুলীয়া জীৱনৰ মধুৰ স্মৃতি মোৰ বাবে সদা প্ৰেৰণাদায়ক। সাহিত্যৰ লগত মোৰ এক সৌহাদ্য পূৰ্ণ সম্পৰ্ক গঢ়ি তোলাত ইউনিয়ন লাইব্ৰেৰী আছিল মূল ভিত্তি।

১৯৪২ চনৰ পৰা মোৰ আৰম্ভ হৈছিল কলেজীয়া জীৱন গুৱাহাটীত। কটন কলেজৰ ছাত্ৰ হিচাপে কলেজীয়া শিক্ষাৰ কালছোৱা যদিও উৎসাহজনক তথাপি সেই সময়ৰ ৰাজনৈতিক অস্থিৰতাই এই শিক্ষাৰ সময়খিনিত অশান্তিৰ সূচনা কৰিছিল। কটন কলেজৰ ছাত্ৰসকলে বৃটিছ সাম্ৰজ্যবাদৰ বিৰুদ্ধে প্ৰতিবাদ কৰি এক আন্দোলন আৰম্ভ কৰিছিল। বৃটিছ চৰকাৰে যুদ্ধৰ বাবে অৰ্থ সংগ্ৰহৰ নামত এখন যুদ্ধ সম্পৰ্কীয় প্ৰদৰ্শনী পাতিছিল আৰু এই প্ৰদৰ্শনীৰ স্থান কলেজৰ বিজ্ঞান বিভাগত স্থিৰ কৰিছিল। এই সিদ্ধান্তৰ বিপক্ষে অসম ছাত্ৰ সন্মিলনে পিকেটিং কৰি বৃটিছৰ যুদ্ধ নীতিৰ প্ৰতিবাদ সাব্যস্ত কৰিছিল। মহাত্মা গান্ধীয়ে ঘোষণা কৰা ভাৰত ত্যাগ (The quit India movement 1942 Aug) আন্দোলনত ছাত্ৰসকলে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিলত বৃটিছ চৰকাৰ ক্ষুন্ন হৈ ভাৰতীয় জাতীয় কংগ্ৰেছক নিষিদ্ধ সংগঠন বুলি ঘোষণা কৰিলে, লগে লগে জাতীয় নেতাসকলক জেলত ভৰালে। ১৯৪২ চনৰ ভাৰতত্যাগ আন্দোলনত কটন কলেজৰ প্ৰশাসনীয় বান্ধোন অতিকৈ ক্ষতিগ্ৰস্ত হ'ল। হোষ্টেল খালি কৰি সেইবোৰত গোড়া পল্টন ৰখা হ'ল। ছাত্ৰৰ শোভাযাত্ৰাৰ ওপৰত লাঠি চাৰ্জ কৰি অনেকক ঘাইল কৰা হ'ল। জিলাধিপতিয়ে নিজে এই দমনক্ৰীৰা পৰিচালনা কৰি নিৰ্দয়তাৰ পৰিচয় দিছিল। এই শোকাৰহ অধ্যায়ৰ বিষয়ে ইতিমধ্যে বিতং বিৱৰণ অসমৰ ৰাজনৈতিক ইতিহাসত লিপিবদ্ধ হৈছে। এই ক্ষেত্ৰত অধ্যাপক কেশৱ নাৰায়ণ দত্তই ৰচনা কৰা ইংৰাজী গ্ৰন্থ "Land Marks of the Freedom Struggle in Assam, 1958 উল্লেখযোগ্য। দত্তই লিখিছে যে ৪২ চনৰ আন্দোলনত অসমৰ ছাত্ৰ সম্প্ৰদায়ৰ সহযোগ আছিল অভূতপূৰ্ব। ছাত্ৰসকলৰ ওপৰত শাৰীৰিক উৎপীড়ন, বাচ-বিচাৰ নকৰাকৈ আটক আৰু জেল প্ৰেৰণ প্ৰভৃতিয়ে ৪২ চনৰ ভাৰতত্যাগ আন্দোলনৰ ইতিহাসত এক বিশেষ স্থান লাভ কৰিছে। মই পঢ়া বাদদি ঘৰ পালোহি আৰু আন্দোলনত ধৰিলো। দেশ প্ৰেমিক শংকৰ বৰুৱা আছিল আমাৰ পথ প্ৰদৰ্শক। তেখেতৰ ঘৰৰ চৌহদত খেৰিঘৰ এটাত আমাৰ ৰাতি গোপনে মিটিং বহিছিল। শংকৰ বৰুৱাক ধৰিবলৈ চৰকাৰৰ পুলিচ বিষয়াই প্ৰায়ে তালাচী চলাইছিল। বৰুৱা আছিল পলাতক। তথাপি আন্দোলনৰ লগত গোপনে যোগাযোগ ৰাখিছিল। বৈকুণ্ঠ সিং বাৰ্মা আছিল আমাৰ প্ৰশিক্ষক। ক'ত কি কৰিব লাগে, কেনেকৈ বাৰ্তা প্ৰেৰণ কৰিব লাগে, কি ধৰণেৰে

বৃটিছৰ আস্থান সমূহ ধ্বংস কৰিব লাগে, এইবোৰ বাৰ্মাজীয়ে আমাক শিকাইছিল। চাবলৈ গলে, তেওঁ প্ৰকাশ্যে হিন্দী শিক্ষাৰ ক্লাচ লোৱা দেখুৱাইছিল। কিন্তু গোপনে তেওঁ আছিল ৪২ চনৰ আন্দোলনত সক্ৰিয় অংশ লোৱা এজন মুক্তি সংগ্ৰামী। মই ইষ্টাহাৰ লিখিছিলো। বাহিৰৰ পৰা গোপনে বেতাৰ বাৰ্তা আহিছিল। ৪২ চনৰ আন্দোলন আসাম ষ্টুডেন্ট ফেডাৰেশ্যনৰ এটা গোটে সমৰ্থন কৰা নাছিল। চি. পি. আই সমৰ্থক সকল আছিল বিৰোধী পক্ষত। এই বিষয়টোক কেন্দ্ৰ কৰি আমাৰ মাজত মতবিৰোধ দেখা দিছিল।

মোৰ পঢ়া শুনা ক্ষতি হৈছিল। ৪২ চনৰ আন্দোলনত জড়িত হোৱা বাবে এটা বছৰ লোকচান হ'ল। দেউতাক এজন হাকিমে মোৰ বিৰুদ্ধে আহি সবিশেষ জনোৱাত, লগতে মোক সাৱধান কৰি দিবলৈ অনুৰোধ কৰাৰ বাবে দেউতাই মৰনান্তিক বেজাৰ পালে। দেউতা আছিল ৰাজ ভক্ত চৰকাৰী বিষয়া। তাতে ৰায়চাহাব। মোৰ কাৰ্যকলাপ দেউতাই গম পোৱা নাছিল। মই গোপনে ঘৰৰ পৰা ওলাই আন্দোলনৰ কাম কৰিছিলো। দেউতাই মোকলৈ দুশ্চিন্তাত পৰিছিল। মায়েও মনত দুখ পাইছিল। মোক বুজনি দিয়া হ'ল আৰু আন্দোলনত নালাগিবলৈ সাৱধান কৰি দিলে। মই একো উত্তৰ দিয়া নাছিলো। দেউতাৰ চিন্তাধাৰা জানো বাবেই কোনো উত্তৰ দিয়া প্ৰয়োজন বোধ কৰাৰ পৰা বিৰত থাকিলো। দেউতাৰ লগতে গোটেই ঘৰখনত মোৰ বাবে অশান্তি হ'ল। মোক এৰেষ্ট কৰা কথা ওলাইছিল। কিন্তু জিলা হাকিমে দেউতাৰ কথা ভাবি এটা সাৱধান সূচক বাৰ্তাকে হাকিম এজনৰ যোগেদি দেউতাৰ কাণত পেলাইছিল। মই ঘৰতে আবদ্ধ হৈ থাকিলো। এটা হতাশাগ্ৰস্ত মন লৈ মই অনিশ্চিত ভৱিষ্যতৰ কথা ভাবি থাকিলো। এদিন, এই অৱস্থাতে দেউতাই মোক এখন কাগজত চহী এটা কৰি দিবলৈ দি কলে যে চৰকাৰে এখন ৰেচন দোকান খুলিব। তাত ৰেচন ক্লাৰ্ক হিচাপে মই কাম কৰিব লাগিব। সেই সময়টো আছিল বস্তুবাৰীৰ অভাৱৰ দিন। যুদ্ধৰ বাবে সকলো বস্তুৰ ওপৰত কাঢ়া নিয়ন্ত্ৰণ। চেনী, আটা, চুজি, ময়দা, নিমখ, চাউল, দাইল, মিঠাতেল, কেৰাচিন তেল সকলোতে কণ্ট্ৰোল, নিয়ন্ত্ৰণ। গোলাঘাট এমেচাৰ থিয়েটাৰ হলটো অধিগ্ৰহণ কৰি জিলা প্ৰশাসনে ৰেচন দোকান খুলিলে। মোক দেউতাই বুজাই বঢ়াই, দাবি ধমকি দি মহকুমা ধিপতিক কৈ তাতে ৰেচন ক্লাৰ্ক কামত ভৰাই দিলে। মোৰ সময় নাযায় নুপুৱাই, ঘৰ বন্দী জীৱনটোক সকাহ দিবলৈ দেউতাই এই কামটো মোক কৈ মেলি দিয়াইছিল। এনে ধৰণৰ অভিজ্ঞতা মোৰ বাবে আছিল একেবাৰে আচহুৱা। কৰ্মচাৰী দুজন। মই আৰু নন্দেশ্বৰ দত্ত। দত্ত ঢেকীয়ালৰ

মানুহ, হৃষ্ট-পুষ্ট। মই তেনেই লেহুকা। পঢ়াশুনা, নাচ বাগ কৰি থকা কলেজীয়া ডেকা। মহকুমা প্ৰশাসনে ৰেচন কাৰ্ড ইচ্যু কৰে। আমি ষ্টোৰৰ পৰা ৰেচনৰ মাল দিওঁ। নন্দেশ্বৰ দত্ত মোতকৈ বয়সত বহুত ডাঙৰ। তেওঁ আছিল ষ্টোৰ ক্লাৰ্ক। মই আছিলো ৰেচন কাৰ্ডখন চাই প্ৰাপ্য খিনিৰ বাবে ৰচীদ দিয়া আৰু নিৰ্দ্ধাৰিত মূল্য আদায় কৰা কেৰাণি। মোৰ শ্লিপ পালেহে দত্তই ষ্টোৰৰ পৰা মাল দিয়ে। গ্ৰাহকৰ ভিৰ সদায় ভয়ংকৰ। মূৰ দাঙিবৰ অৱসৰ নাই। ঘৰ পাওতে ৯ বাজে ৰাতি। অৱশ্যে কামত খাটিৰো আছে, কেতিয়াবা গ্ৰাহকে জোৰ ঝুলুমো কৰে, গালিও পাৰে। ৩/৪ মাহ কাম কৰি মই ভাগৰি পৰিলো। এনে লেতেৰা কাম মই কৰিব নোৱাৰো। দেউতাক মোৰ ভাল নলগা কথাটো কলো। দেউতাই কলে - 'ঘৰত বহি খাই কি কৰিবি। কাম কৰি দুপইচা ঘটিছ, বেয়াটো হোৱা নাই। মন বহিব যা, কলেজলৈ অহা বছৰতহে যাব পাৰিবি। এতিয়া যুদ্ধৰ দিন। পঢ়াশুনা সকলোৰে ক্ষতি হৈছে। মই ধৈৰ্য্য হেৰুৱাই কামলৈ যোৱাত হেলা কৰিবলৈ ধৰিলো। এদিন কামৰ ভিৰতে দেখিলো চাহাব মহকুমা ধিপতি জন সমুখত বৈ মোৰ কাম নিৰীক্ষণ কৰিছে। মোক ভগা ভগা অসমীয়াতে সুধিলে 'কাম কেনে পাইছে?' মানুহবোৰে ঠিকমতে ৰেচন পাইছে? মই অসমীয়াতে কলো। চাৰ, বৰ ভিৰ, কাম কৰিবই নোৱাৰি। মোৰ ভাল লগা নাই। চাহাবে কলে বাৰু হামি তোমাৰ ফাদাৰক এই কথা কব। চাহাব গুছি যোৱাত মই ৰক্ষা পৰিলো। কেনেকৈনো চাহাবক কথাখিনি কলো ভাৱিবই পৰা নাছিলো। পিচদিনা চাহাবে দেউতালৈ এখন শ্লিপ পঠালে। তাত লিখা আছিল 'আপোনাৰ লৰাই কাম কৰি ভাল পোৱা নাই। We don't want any unwilling hand.

মই কামটোৰ পৰা নিস্কৃতি পালো। ঘৰত সকলোৱে মোক খং কৰি যি মন যায় কলে, উদণ্ড, এলেহুৱা, বহিখোৱা --- ইত্যাদি ইত্যাদি। মায়ে অৱশ্যে একো কোৱা নাছিল। বৰং আনক বুজাইছিল যে এনেবোৰ কাম এনেধৰণৰ লৰাৰ বাবে ভাল নহয়। ইমান কষ্ট কৰা তাৰ বাবে সম্ভৱ নহয়। দেউতাই বেয়াপালেও মোক একো কোৱা নাছিল। অন্য কামত মন দিবলৈ উপদেশ দিছিল। মোক দেউতাই পঞ্চতন্ত্ৰৰ সাধু, গালিভাৰ্ৰ্চ ট্ৰেভেলছ আৰু দুখন মান জীৱনী গ্ৰন্থ পঢ়িবলৈ দি সেই বোৰত মন দিবলৈ পৰামৰ্শ দিছিল। এখন কিতাপে মোক বৰ আকৰ্ষণ কৰিছিল। সেইখন আছিল ইংৰাজী কিতাপ Enemies of promise। লিখক জনৰ নাম বোধকৰো Cyril Connolly ইয়াত মানুহৰ কিছুমান স্বভাৱৰ কথা গল্পৰ আকাৰে লিখা হৈছে। মানুহৰ স্বভাৱ যে কিমান ৰহস্যময় সেই কথা হাস্যৰসৰ মাজেদি

লিখক গৰাকীয়ে সহজ সৰল ভাষাৰে বৰ্ণনা কৰিছে। দেউতাই কিতাপখন পঢ়িছিল। তেখেতক শ্বিলঙত থাকোতে গৰ্ডন চাহাবে উপহাৰ দিছিল। আমাৰ ইউনিয়ন লাইব্ৰেৰীটো যুদ্ধৰ সময়তে বন্ধ হ'ল। যি কিতাপ পত্ৰ আছিল সেইবোৰ বহুত পাছত গুণাভিৰাম দাস পুথি ভৰালত ৰখা ব্যৱস্থা হৈছিল।

১৯৪৩ চনৰ পৰা ১৯৪৭ চনলৈ মই পুনৰ গুৱাহাটীলৈ আহিলো। এই সময়খিনি মোৰ দুৰ্যোগৰ কাল। ঘৰৰ আৰ্থিক অৱস্থা বেয়া। কলেজত পঢ়িবলৈ প্ৰয়োজনীয় সা-সুবিধাৰ অভাৱ। পান বজাৰৰ ভাৰতীয় চেণ্ট্ৰেল বেংকত চাকৰি এটা যোগাৰ কৰি কটনত পঢ়াটো সম্ভৱ কৰিছিল বেংকৰ মেনেজাৰ প্ৰফুল্ল দাস বাবুৱে। কাষতে কলেজখন থকা বাবে দৌৰ মাৰি ক্লাচটো কৰোগৈ। মেছত কিছুদিন আছিলো। কিন্তু মেছটো বন্ধ হলত দুলাল ভিনদেউৰ ঘৰতে আশ্ৰয় ললো। এই সময়ছোৱাতে ১৯৪৬ চনত দেউতা ঢুকাল, সোণ দাদাৰ চাকৰি গল। বাপদাই ভাস্কৰ লাইফ ইনশ্বুৰেঞ্চৰ এজেণ্টৰ সাধাৰণ চাকৰি কৰি কোনোমতে নিজে চলিছিল মাত্ৰ। দুলাল ভিনদেউৰ তাত থাকোতে মই সংগীত বিদ্যালয়তো সন্ধিয়া চেতাৰ শিকিছিলো। সম্পূৰ্ণ নহল। চাৰু বৰদলৈয়ে ভাস্কৰ নাট্যমন্দিৰত এখন 'ভাৰত নৃত্য নাটিকা' পাতি মোকো এটা ভাও দিছিল। কোনো প্ৰকাৰে অভাৱ অনাটনৰ মাজেদি দুটা বছৰ ক্ষতি কৰি ১৯৪৭ চনত কটন কলেজৰ পৰা স্নাতক হলো। কলিকতা বিশ্ববিদ্যালয়ৰ আমি আছিলো শেষৰ স্নাতক পৰীক্ষাৰ্থী। মোৰ সহপাঠী আছিল আজিৰ খ্যাতি সম্পন্ন ব্যক্তি যথা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, ড° গোলোক চন্দ্ৰ গোস্বামী, ড° উপেন্দ্ৰ নাথ গোস্বামী প্ৰভৃতি। এওঁলোকৰ সান্নিধ্যত মই পৰম আনন্দিত হৈছিলো। প্ৰমোদ ভট্টাচাৰ্য আছিল মোৰ ঘনিষ্ঠ বন্ধু। তেওঁ মোক বহুতো সহায় কৰি সহৃদয়তাৰ পৰিচয় দিছে। ড° উপেন গোস্বামীৰ লগত মই প্ৰায়ে ব্ৰহ্মপুত্ৰৰ পাৰত আবেলি ভ্ৰমণ কৰিছিলো। তেওঁ আছিল ভিনদেউ হঁতৰ ঘৰৰ ওচৰতে থকা উকীল শশী গোস্বামীৰ তাত, সম্বন্ধত ভায়েক। উকীল গোঁসাই আছিল এগৰাকী সংগীত সাধক। ধ্ৰুপদী গানত তেখেতৰ ৰাপ আছিল অধিক। দুলাল ভিনদেউৰ ঘৰত থাকি মই উজান বজাৰৰ অমিয় মোহন দাসৰ সান্নিধ্য লাভ কৰো। বয়সত মোতকৈ সৰু বাবে তেওঁ মোক মৰমতে 'ধনমামা' বুলি মাতে। অমিয় শেষলৈ মোৰ অন্তৰঙ্গ বন্ধু হৈ পৰিল। তেওঁৰ ঘৰখনো মোৰ ঘৰুৱা হৈ উঠিল। পুৱা গধূলি আমি একেলগে ফুৰা হলো। মিউজিক স্কুলতো দুয়ো যোগ দিলো। ব্ৰজেন বৰুৱাই পৰিচালনা কৰা নাটক 'উল্কা' ভাস্কৰ নাট্যমন্দিৰত কেইবাদিনো সফলতাৰে অভিনীত হৈছিল। জীবেশ্বৰ চক্ৰবৰ্ত্তীয়ে চন্দন, গণেশ

শৰ্মা (চুলুবে) ই শিবামিশ্র, ৰমেন বৰুবা (তেতিয়া সৰু অৱস্থা) গায়ক, অমিয়ই মূল নাৰী চৰিত্ৰত অভিনয় কৰিছিল। মাখন চৌধুৰীও ওলাইছিল। বাকী বোৰৰ নাম মনত পৰা নাই। মই ৰাজমহলৰ নাচনী ৰীতা আছিলো। তেতিয়া লৰাই ছোৱালীৰ ভাও দিছিল। ভাস্কৰ নাট্যমন্দিৰত মই কেইবাবাৰো নাৰী চৰিত্ৰত ওলাইছো। এবাৰ প্ৰবীণ ফুকনৰ লাচিত বৰফুকন নাটকত সুৰেন দাস, অনিল চৌধুৰী আৰু মই একেলগে নাৰী ভূমিকাত ওলাই সকলোৰে হাত চাপৰি পাইছিলো। উল্কা নাটখন হাতে লিখা অৱস্থাতে মোৰ হাতলৈ আহিছিল। এতিয়া সেই পাণ্ডুলিপি হেৰাল। বৰ সুন্দৰ নাটক। ১৯৪৭ চনতো মোৰ অনিশ্চয়াতে পাৰ হ'ল। দুলাল ভিনদেউৰ ভাড়া ঘৰত আছো, ঘৰ সৰু। ভিনদেউৰ সীমিত আয়। তথাপি মোক আদৰ-সাদৰ কৰি ৰাখিছিল। ললিতা বাইদেউ থাকে ভৰলুমুখত। কেতিয়াবা তালৈ যাওঁ আৰু দুই তিনিদিন পাৰ কৰো। এদিন ললিতা বাইদেউৱে মোক কলে যে সিংহ পুৰুষ ৰাধাগোবিন্দ বৰুৱা আহিছিল। বাইদেউৱে তেওঁক মোৰ কথাকৈ ট্ৰিবিউনত এটা চাকৰি দিবলৈ অনুৰোধ জনালে। মোৰ কৰ্মহীন জীৱনটো লক্ষ্য কৰি বাইদেউৱে দুখ পাইছিল। সেই সময়ত ট্ৰিবিউন নতুন অৱস্থাত। তথাপি বৰুৱা ভিনদেৱে বাইদেউৰ কথা পেলাব নোৱাৰি মোক তেওঁৰ কাৰ্যালয়লৈ পঠাই দিবলৈ কৈ বিদায় ললে। মই বাইদেউৰ কথামতে পিচদিনা দহ বজাত ট্ৰিবিউন পালোগৈ। বৰুৱা দেৱক লগ ধৰাত তেখেতে মোৰ শিক্ষা অভিজ্ঞতা, আগ্ৰহ প্ৰভৃতিৰ বিষয়ে জানিব খুজিলে। ময়ো নম্ৰ ভাৱে উত্তৰবোৰ দিলো। মোৰ কথাত সন্তুষ্ট হৈ বৰুৱা দেৱে মোক দুদিনৰ পাছত কামত ভৰ্তি হবলৈ কৈ অন্য কামত ওলাই গল। মই ভয় আৰু আশামিশ্ৰিত মন এটা লৈ ভৰলুমুখলৈ খোজ ললো। ললিতা বাইদেউৱে মোৰ পৰা সু খবৰটো শুনিবলৈ অপেক্ষা কৰি আছিল। সকলো শুনিলত বাইদেউৱে মোক ভালকৈ মনোযোগেৰে কাম কৰিবলৈ উপদেশ দিলে। পিচদিনা মই উজানবজাৰৰ দুলাল ভিনদেউৰ ঘৰ ওলালোহি। ভিনদেউ আৰু মাকন বাইদেৱে মোৰ চাকৰি হোৱাত অতিশয় আনন্দিত হৈছিল। ৰাতি ভাত খোৱা টেবুলত ভিনদেউৱে ৰসিকতাৰে সুধিলে, 'ধন, তোমাৰ চাকৰি জীৱন এতিয়া আৰম্ভ হ'ল। মইতো অৱসৰ লব লগা সময় পালেহি। তুমি ইয়াতে থাকিবা। ওচৰ হব, অহাযোৱা কৰিবলৈ। খবৰ কাগজৰ কাম ভালেই হব লাগে। তুমি পাৰিবা। পিচে এটা কথা নকলাদেখোন? দৰমহা কিমান পাবা?

মই দৰমহাৰ কথা নাজানো। কোৱাও নাই।

ভিনদেউৱে ৰসিকতাৰে কলে, সেইটো তোমাৰ চাকৰি কৰাৰ প্ৰাপ্যবেতন।

ময়ো চাকৰি কৰিছো, দৰমহাও লৈছো। অলপ বৈ ভিনদেউৱে হাঁহি এটা মাৰি কলে - ভাৰিব লগা কথা নহয়। বৰুৱা খাটি মানুহ। শ্ৰমৰ মূল্য তেখেতে বেছি বুজে। তোমাক কামত লৈছে যেতিয়া দৰমহাও দিব। মই একো নামাতিলো। দুলাল ভিনদেউৰ খুহুতীয়া কথাবোৰ যিবে এবাৰ শুনিছে, তেওঁ সেইবোৰ আমোদী কথা সহজে পাহৰিব নোৱাৰে। মই তেখেতৰ লগত থাকি বহুতো ৰসাল কাহিনী শুনিছিলো। প্ৰত্যুৎপন্নমতি গুণেৰে দুলাল ভিনদেউ মোৰ বৰ মৰমৰ মানুহ আছিল। ঘৰৰ অভাৱত তেখেত কোনোদিনে বিচলিত হোৱা নাছিল। শেষ বয়সতো তেখেতে ৰগৰ কৰিয়েই দেহ ত্যাগ কৰিলে। কেনচাৰ ৰোগত ভুগিও ভিনদেউৱে মানুহৰ লগত হাঁহি উঠা কথা কৈয়ে দিন শেষ কৰিলে। মই গুৱাহাটীৰ চেনিকুঠিত এটা ঘৰ বান্ধিছিলো। তাৰে কিছুমান কাঠ বৈ গল। ভিনদেউৰ সেই সময়ত অসুখ। ঘৰৰ বেৰ এখন দিবলৈ তেখেতৰ পুৰশৰণীয়া ঘৰত অলপ কাঠৰ প্ৰয়োজন হোৱাত ময়ে মোৰ বৈ যোৱা কাঠ খিনি দিম বুলি কৈ আহিলো। কলো, যদিও মই পঠাবলৈ পাহৰি গলো। এদিন ভিনদেউ হঁতৰ ঘৰলৈ গৈছিলো। কথাৰ মাজতে বাইদেউৱে মই পঠাই দিম বোলা কাঠ খিনি কি হ'ল বুলি প্ৰশ্ন কৰিলে। ভিনদেউৱে বিচনাৰ পৰাই হাঁহি হাঁহি কলে, ইমান দূৰলৈ কাঠ পঠাব নালাগে, বৰং তুমি নৱগ্ৰহ শ্মশানলৈকে পঠাবা। ওচৰ হব। মোৰ সময় আহি উপস্থিত। সৎকাৰৰ বাবে কামত লাগিব। মই কান্দি পেলালো। নিজকে ধিক্কাৰ দিলো। কিয় পাহৰিলো বাৰু? এনেহেন দেৱতুল্য ভিনদেউক মই পাহৰিব নোৱাৰো। টানৰ দিনতো তেখেতে মোক অতি সাদৰেৰে লগত ৰাখি আশ্ৰয় দিছিল।

আসাম ট্ৰিবিউনত কামত যথাসময়ত যোগ দিলো। দেখিলো ভাৰতীয় চেণ্ট্ৰেল বেংকৰ মেনেজাৰ প্ৰফুল্ল বাবু অফিচত কাম কৰি আছে। অফিচৰ মুখ্য গাণনিক। মোক দেখি তেওঁ হাঁহি এটা মাৰিলে। কলে, বেংকটো ফেইল মাৰিলে। বৰুৱা চাহাবে দয়া কৰি এই কামটো দি মোক মহৎ উপকাৰ কৰিছে। এদিন প্ৰফুল্ল বাবুৰ তলতে পানবজাৰত থকা ভাৰতীয় চেণ্ট্ৰেল বেংকত মই কাম কৰিছিলো, লগতে কলেজৰ ক্লাছো চলাইছিলো। মানুহ জন আছিল সৎ আৰু পৰোপকাৰী। হিচাপ পত্ৰত কতো ভুল হোৱা নাছিল। ৰাধাগোবিন্দ বৰুৱাই এগৰাকী অভিজ্ঞ লোককে একাউণ্টচ্ৰ দায়িত্ব দিছিল। দাস মহাশয়ক দেখি ভাল লাগিল। মোৰ কাম প্ৰুফ চোৱা, লগতে পেপাৰ বোৰৰ কাটিং সংগ্ৰহ কৰি ফাইলত ৰখা। দেখিছিলো বৰুৱা [illegible] বহুত কামৰ লেঠা মাৰে। নিজে চিঠি লেখা, টাইপ কৰা, হিচাপ [illegible] অফিচ তদাৰক কৰা, বেংকৰ কামত অহাযোৱা কৰা। কামৰ অন্ত

নাই। কঠোৰ পৰিশ্ৰম কৰিব পৰা এই ব্যক্তিজনৰ তলত কাম কৰিবলৈ পোৱাটো মোৰ ভাগ্যৰ কথা। মাজতে কাযতে থকা নিজ বাস ভৱনটোলৈ যায় - (ঘৰটো এতিয়াও আছে) দুপৰীয়া আহাৰৰ বাবে। নিজ চকুৰে দেখিছিলো - কাগজ পুৰি, ষ্টভ্ জ্বলাই প্ৰফুল্ল, ভাইটি বিনু ইঁতক গাখীৰ খুৱাইছে। তেতিয়া তেওঁলোক নিচেই সৰু, বৰুৱাই হয়তো কেতিয়াবা ৰন্ধা বঢ়াও কৰিব লগা হৈছিল। পৰিবাৰ লিলি বাইদেউৰ অকাল মৃত্যুত ৰাধাগোবিন্দ বৰুৱা ভিনদেউৱে ঘৰখন চম্ভালিবলৈ ভাবিব নোৱাৰা ত্যাগ, কষ্ট আৰু শ্ৰম কৰিব লগাত পৰিছিল। টুল (তুলসী গোবিন্দ বৰুৱা) আৰু নৰ বৰঠাকুৰ আছিল ভিনদেউৰ সোঁহাত, বাঁওহাত। দুয়ো পাৰ্যমানে খাটিছিল আৰু কিছুমান কামত  দায়িত্ব পালন কৰিছিল। টুল আৰু মই বয়সত সমবয়সীয়া যদিও মোক মামা বুলিয়েই  মাতিছিল। ৰাধা গোবিন্দ বৰুৱাই এদিন চাহৰ টেবুলত কৈছিল, 'নৰ, টুল আৰু ধন' এই তিনিটা লৰাই মোক বহুত কামত সকাহ দিছে। এদিন ইহঁত তিনিটাই নাম জিলিকাব। সেই সময়ত ট্ৰিবিউনৰ অৱস্থা চালুকীয়া। বহুত কষ্ট স্বীকাৰ কৰি বৰুৱা দেৱে এই অনুষ্ঠানটোক গঢ় দিছিল। মই তাতে সম্পাদকৰ দায়িত্বত থকা লক্ষ্মীনাথ ফুকনক দেখিলো। ৰুমত সোমাবলৈ ভয়েই লাগিছিল। কথা বেছি নকয়, কিন্তু তীক্ষ্ণ বুদ্ধিৰ এই  মানুহজন বহুগুণৰ অধিকাৰী। কেতিয়াবা কাগজ পত্ৰ দিবলৈ বা আনিবলৈ বৰুৱা চাহাবে মোক ফুকন ডাঙৰীয়াৰ তালৈ পঠাইছিল। মোৰ কাম তেখেতক সহায় কৰা যদিও মোৰ মুখ্য দায়িত্ব, তথাপি সংবাদ পত্ৰৰ সম্পাদনা বিভাগতো কেতিয়াবা লাগিব লগাত পৰিছিল। কৰ্মী আছিল মুষ্টিমেয়, আৰ্থিক ভাৱেও সমৰ্থ নথকাত বৰুৱাই অশেষ দুশ্চিন্তাৰে কাগজখন চলাই আছিল। সম্পাদক ফুকন আছিল প্ৰেৰণা দাতা, দুখ সুখৰ সহযোগী। আসাম ট্ৰিবিউনত খাটনি বেছি হোৱাত মই বহুতো ব্যক্তিগত কাম কৰিব পৰা নাছিলো। গান-নাচ, অভিনয় প্ৰভৃতিত মোৰ ৰাপ আছিল সৰুৰে পৰা। সেই বোৰত লাগিবলৈ সময় নোহোৱা হ'ল। অফিচ এৰোতে বিয়লি ৬/৭ টা বাজি যায়। ভাগৰি পৰো।  ৩ মাহ মান ট্ৰিবিউনত কাম কৰিছিলো। এটা অভিজ্ঞতাও লাভ হৈছিল। এদিন এটা ঘটনা ঘটিল। মই এখন সাংস্কৃতিক অনুষ্ঠানত নৃত্য অভিনয়ত যোগ দিব লগা আছিল। আবেলি ৫বজাত মই অফিচৰ পৰা আগতীয়াকৈ ঘৰ বুলি ওলাই আহিছিলো। বৰুৱা ঘৰত আছিল মই অনুষ্ঠানটোৰ বাবে অনুমতি লবলৈ অপেক্ষা কৰা নাছিলো। গেট খন খুলি ওলাব খোজোতেই বৰুৱাই দেখি মাত লগালে, 'তুমি কলৈ যোৱা?' মই ভাস্কৰ নাট্যমন্দিৰত অনুষ্ঠিত সাংস্কৃতিক অনুষ্ঠানটোৰ কথা কলো। বৰুৱাই গুৰুত্ব নিদি কলে, 'আহাচোন এখন

চিঠি মই টাইপ কৰিছো, তুমি Compare কৰি দিবা, আহা, কথাষাৰ কৈ তেখেত অফিচ পালেহি। ময়ো উভতি আহিবলৈ বাধ্য হলো। কামটো শেষ কৰোতে প্ৰায় ৬টা বাজি গল। তেতিয়া বৰুৱাই কলে, এতিয়া যাব পাৰা। এই চিঠিখন অফিচত দি আজিয়েই পোষ্ট কৰিবলৈ কবা। মই ৰুমৰ পৰা ওলাই কাগজখন যথাস্থানত দি ঘৰলৈ ওলালো। সাংস্কৃতিক অনুষ্ঠানত যোগদিয়া নহল। বিৰক্ত হৈ কাম নকৰাটোকে স্থিৰ কৰিলো। মনটো বিষাদ পূৰ্ণ দেখি বাইদেউ-ভিনদেউৱে কাৰণটো সুধিলে। মই কলো, আৰু লগতে মোৰ সিদ্ধান্তৰ কথাটোও কলো। বাইদেউ-ভিনদেউৱে কৈছিল যে মোক বিচাৰি নাট্য মন্দিৰৰ পৰা দুবাৰো মানুহ আহিছিল। মোক কথাটো ইমান Serious ভাৱে নলবলৈ দুয়ো উপদেশ দিছিল। মই কিন্তু মোৰ সিদ্ধান্ত সলনি নকৰিলো। বাইদেউ ভিনদেউৱে জানিছিল যে মোৰ এটা আকোঁৰ গোজ স্বভাৱ আছে। পিচদিনা কামলৈ নগলো। তিনদিন মান ঘৰতে সোমাই থকাত মনটো চৎফট কৰিবলৈ ধৰিলে। তিনদিন নোযোৱা দেখি ট্ৰিবিউনৰ পৰা তাগিদা আহিল। মোক বৰুৱাই মাতি পঠাইছে। মই উত্তৰত কলো চাহাবক কবি মই আৰু কামলৈ নাযাও। ভিনদেউৱে কোৱা স্বত্বেও মই নগলো। আকৌ এদিন পিয়ন গোবিন্দ (?) আহিছিল মোক মাতিছে বুলি কবলৈ। মই নগলো। দুদিনৰ মূৰত ট্ৰিবিউনৰ পৰা মৈলৈ ৬০০ টকা পঠাই দিলে। দৰমহাৰ কথা মই কোৱা নাছিলো, দিয়াও নাছিল। এতিয়া একেলগে তিনিমাহৰ বেতন বৰুৱাই পঠাই দিলে। সেই সময়ত ৬০০ টকা এটা ডাঙৰ অংক। ট্ৰিবিউনত কাম কৰা অধ্যায় অন্ত পৰিল। বৰুৱাই এই কথা ললিতা বাইদেউক জনালে। মোক আমাৰ ঘৰৰ সকলোৱে কটু কথা শুনাই গালি পাৰিলে। কলে মোৰ জীৱনত একো নহয়। এনে এটা কাম পায়ো মই নিজৰ অহংভাৱৰ বাবে ৰাখিব নোৱাৰাত বাপদাদা, ললিতা বাইদেউ দুয়ো মোক তিৰস্কাৰ কৰিলে। বৰুৱাৰো মোৰ ওপৰত আস্থা নোহোৱা হ'ল। মোৰ যি অহমিকা (Ego) তাৰ বাবে মই জীৱনত বহুতো সুযোগ হেৰুৱাইছিলো। গোলাঘাটত দেউতাই যোগাৰ কৰি দিয়া ৰেচন ক্লাৰ্কৰ চাকৰি, ট্ৰিবিউনৰ চাকৰি দুয়োটা হেৰুৱালো। মোৰ মনত ক্ৰিয়া কৰা শয়তানৰ চাতুৰীত। অৱশ্যে মোৰ আত্মনিৰ্ভৰশীলতা আছিল প্ৰবল। মই ঘাত প্ৰতিঘাত বোৰক জীৱনৰ চেলেঞ্জ হিচাপে লৈছিলো। ইয়াৰ বাবে মই জীৱনটো গঢ়াত প্ৰতিশ্ৰুতি বদ্ধ হৈ পৰিলো। পৰবৰ্ত্তী কালত মোৰ কৃতকাৰ্যতা অৰ্জনত এই আত্ম নিৰ্ভৰ শীলতাই মোক বিস্তৰ সহায় কৰিছিল। ৰাধাগোবিন্দ বৰুৱা বাস্তবিকতে সিংহ পুৰুষ আছিল (He was like a lion and he could work for his true worth and excellence everyday)। মই তেখেতৰ মহত্ব বুজিব নোৱাৰি পাছত অনুতপ্ত হৈছিলো।

গুৱাহাটীত থকা কৰ্মবিহীন জীৱনটোত মোক এজন সদাশয় ব্যক্তিয়ে সহায় কৰি ব্যস্ত ৰাখিবলৈ যত্ন কৰিছিল। তেওঁ আছিল আকাশবাণীত কাম কৰা মোৰ বন্ধুবৰ মৃগেন ৰায়চৌধুৰী। আকাশবাণীৰ বাবে তেওঁ মোক 'ফিচাৰ' লিখিবলৈ সুবিধা দিছিল। মই তেওঁৰ প্ৰয়োজন বোধে প্ৰচাৰৰ বাবে বিভিন্ন বিষয়ত ফিচাৰ লিখিছিলো। এইবোৰৰ পৰা মোৰ কিছু হাতখৰচ ওলাইছিল। মই ৰচনা কৰা চিত্ৰাংগণা, বসন্তসেনা নাটিকা দুখন আকাশবাণীয়ে প্ৰচাৰ কৰিছিল। কেতিয়াবা মই কথিকাও পঢ়িছিলো। মৃগেন ৰায় চৌধুৰীৰ এই উপকাৰ মোৰ বাবে সেই সময়ত আৰ্শীৰ্বাদ স্বৰূপ আছিল। আৰু এগৰাকী হিতাকাংক্ষী আছিল ৰঞ্জন বৰা। তেওঁ মোৰ অন্তৰংগ বন্ধু হৈ পৰিছিল। মোক মাতিছিল ৰামদাস বুলি। কবিত্ব ভাবাপন্ন ৰঞ্জন বৰা আছিল ৰবীন্দ্ৰ সংগীতৰ ভক্ত। তেওঁ নিজে ৰবীন্দ্ৰ সংগীত গাইছিল। দেশ বিদেশৰ বহুত কথা তেওঁৰ মুখত শুনিছিলো। মই আমেৰিকাত থাকোতে বৰা আৰু তেওঁৰ পৰিবাৰ লাবণ্যক ৱাচিংটনত সঘনাই লগ পাই ফুৰাচকা কৰিছিলো।

গুৱাহাটীত থাকোতে বাপদাদাই কৰবাত চাকৰিৰ বিজ্ঞাপন দেখিলেই মোলৈ পঠাই দিছিল। তেওঁ বুজিছিল যে মই বহি খাই, ভিনদেউ হঁতৰ ঘৰত থাকি নাচ গান কৰি থাকিলে নচলিব। বয়সটো আছিল চঞ্চল, অনুভূতি সম্পন্ন। এবাৰ বাপদাদা গুৱাহাটীলৈ আহিছিল গোলাঘাটৰ ঘৰৰ পৰা। মোক কলে, গোপাল শৰ্মা বৰুৱা (এ.ডি.পি.আই) ক লগ পাইছিলো - যোৰহাটৰ এখন বিয়াত মোৰ প্ৰসংগটো ওলাওতে বৰুৱা চাৰে আসাম গভৰ্ণমেণ্ট পাব্লিক লাইব্ৰেৰী (শ্বিলং, তেতিয়া অসমৰ ৰাজধানী) ৰ বাবে এজন লাইব্ৰেৰীয়ান লাগিব বুলি কৈছিল। কলিকতা বিশ্ববিদ্যালয়ত লাইব্ৰেৰী চায়েঞ্চৰ পষ্ট গ্ৰেজুবেট কৰ্চ আছে। তাত পাছ কৰি আহিব পাৰিলে এটা ভাল চাকৰি পোৱাৰ সুযোগ ওলাব। বাপদাদাই বিশেষ নাজানে বাবে মোক সবিশেষ বিচাৰিবলৈ জোৰ দিলে। শৰ্মা বৰুৱা চাৰে পঢ়াৰ ক্ষেত্ৰত Scholarship এটা যোগাৰ কৰি দিয়া আশ্বাস দিলে। এটা নতুন নিচিন্তা আয়ডিয়া মোৰ মনত সুমাই মোক বিবুদ্ধিত পেলালে। মই কাক সুধিম, কেনেকৈ যাম, লাইব্ৰেৰী বিজ্ঞাননো কি, মই একোকে নাজানো। বিৰক্তও হলো। কোনোবা এজনে কলে (সম্ভৱ প্ৰমোদ ভট্টাচাৰ্য হবপায়, পাহৰিলো) গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই হয়তো জানিব। মই কেইবাদিনো গৈ এদিন পুৱা তেখেতক ঘৰতে লগ ধৰিলো। মোৰ আঁতি গুৰি লৈ বুজিলে যে মই বিখ্যাত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ভায়েক গোলাঘাটৰ জগত চন্দ্ৰ গোস্বামীৰ পুত্ৰ। কলিকতা বিশ্ব বিদ্যালয়ৰ

লগত ড° বৰুৱাৰ এটা যোগাযোগ আছিল-, গুৱাহাটীত নতুনকৈ স্থাপিত হোৱা বিশ্ববিদ্যালয়ৰ সম্পৰ্কত। তাত পুথিভঁৰাল বিজ্ঞানৰ যি স্নাতকোত্তৰ পাঠ্যক্ৰম, তাৰ মুৰব্বী অধ্যাপক আছিল ড°নীহাৰ ৰঞ্জন ৰায়, বিদ্বান ব্যক্তি, বঙলা ভাষা সাহিত্যত দখল আছে, অনেক গ্ৰন্থৰ লেখক। বাঙালীৰ ইতিহাস নামৰ সু প্ৰসিদ্ধ বৃহৎ গ্ৰন্থখন তেঁৱেই ৰচনা কৰি খ্যাতি লাভ কৰিছিল, পুৰস্কৃত হৈছিল। ড° বিৰিঞ্চি কুমাৰ বৰুৱা তেওঁৰ আছিল বন্ধু অধ্যাপক। মোক কলে যে ড° নীহাৰ ৰঞ্জন ৰয়লৈ তেওঁ এখন চিঠি দিব। লাইব্ৰেৰী কৰ্চত মোক এটা চিট দিবৰ বাবে। গুৱাহাটী বিশ্ববিদ্যালয়ত পুথিভঁৰাল স্থাপনৰ বাবে প্ৰশিক্ষণ প্ৰাপ্ত যোগ্য ব্যক্তিৰ প্ৰয়োজন। পাছদিনা মোক আহি চিঠিখন নিবলৈ কলে। মই পিচদিনা গৈ চিঠিখন আনিলো। বৰুৱাই এখন সুন্দৰ চিঠি ড° নীহাৰ ৰঞ্জন ৰায়লৈ লিখি মোৰ হাতত দি কলে, "তুমি ততালিকে কলিকতালৈ যোৱা, চিঠি খন ড° ৰায়ক হাতে হাতে দিবা। সম্ভৱ কৰ্চ আৰম্ভ হবই পায়। তথাপি যোৱা, কামটো হলে মোক জনাবা।" মই ড° বৰুৱাৰ উদাৰ আৰু উপকাৰ কৰা মনোবৃত্তি দেখি তেখেতক ভৰিত ধৰি সেৱা এটা কৰিলো। মোক মৰম কৰি এই ফেৰা দয়া কৰা দেখি মোৰ অন্তৰ কৃতজ্ঞতাৰে ভৰি পৰিল। ঘৰলৈ আহি ভিনদেউ বাইদেউক সবিশেষ জনোৱাত তেওঁলোকে অতি আনন্দ পালে। মোক অতি শীঘ্ৰে কলিকতালৈ যোৱা ব্যৱস্থা কৰিবলৈ উদগনি দিলে। চিঠি এখন বাপদাদালৈ লিখি পষ্ট কৰিলো। ভিনদেউৱে ৰেলৰ ভাড়া আৰু অতিৰিক্ত হাতখৰচ দি মোৰ কলিকতা যাত্ৰা খৰটকীয়া কৰি দিলে।

ভাৰতীয় চেণ্ট্ৰেল বেংকত থাকোতে এবাৰ কলিকতালৈ যাব লগাত পৰিছিল বেংকৰ ডাঙৰ পদবীত থকা ৰথীন সেনৰ লগত। তাত গৈ আইডিয়েল হোম 'নামৰ আমহাষ্ট ষ্ট্ৰীতত থকা হোটেলতে উঠিলোগৈ। আগৰ বাৰো বেংকৰ কামত যাওতে ইয়াতে তিনদিন থাকি আহিছিলো। অসমীয়া মানুহ গৈ প্ৰায়ে আইডিয়েল হোমত থাকেগৈ। হোটেলত থাকি ৰাতিটো পাৰ কৰি পিচদিনা ১০ বজাত কলিকতা বিশ্ববিদ্যালয়লৈ গৈ ড° ৰায়ৰ বাবে অপেক্ষা কৰিলো। হোটেলৰ ওচৰতে কলিকতা বিশ্ববিদ্যালয়, ৪ মহলা বিল্ডিং। লাইব্ৰেৰীটো যথেষ্ট আহল বহল, কিতাপেৰে ভৰি আছে। টেবুল বোৰত প্ৰত্যেকতে পঢ়ুৱৈয়ে অধ্যয়ন কৰি আছে। এটা নিস্তব্ধ পৰিবেশ। কাষতে ড° ৰায়ৰ কক্ষ। লাইব্ৰেৰীত বহি থাকোতেই ৰায় আহি ৰুমত সোমাল। পিয়নজনক মোক ভিতৰ সোমাবলৈ দিবলৈ অনুৰোধ কৰিলো। সি প্ৰথমতে 'এতিয়া নহব, চাহাবৰ মিটিং আছে বুলি মোৰ অনুৰোধ প্ৰত্যাক্ষাণ কৰিলে। মই কলো, মই অসমৰ পৰা আহিছো। গুৱাহাটী বিশ্ববিদ্যালয়ৰ এখন চিঠি আনিছো,

হাতে হাতে দিব লাগে। পিয়নজনে এখন স্লিপত মোৰ নাম আৰু ঠিকনা লিখিদিবলৈ কলে। মই দিলো। পিয়নজনে ভিতৰলৈ সোমাই ৰায় চাহাবক দি ওলাই আহি মোক ৰবলৈ কলে। ১০ মিনিট বৈ থকাৰ পাছত পিয়ন জনে মোক চাহবে মাতিছে বুলি কৈ ভিতৰলৈ সোমাবলৈ দিলে। ৰায়ৰ লগত তিনিজন মান লোকে কথা পাতি আছে। মোক দেখি তেখেতে সুধিলে, কি লাগে তোমাক? মই নমস্কাৰ এটা জনাই ড° বিৰিঞ্চি কুমাৰ বৰুৱাই দিয়া চিঠি খন আগবঢ়াই দিলো। তেওঁ লেফাফাটো খুলি চিটিখন পঢ়িলে। পাছত মোলৈ নিৰীক্ষণ কৰি কিছু সময় চিন্তা কৰি কলে, You are late for admission Let me ask Mr. Dasgupta, the University Librarian তেখেত যে লাইব্ৰেৰীয়ান নহয় মই তেতিয়াহে গম পালো। তেখেত বুৰঞ্জীৰ অধ্যাপক। লাইব্ৰেৰীৰো দায়িত্বত থকা মুৰব্বী অধ্যাপক। দাসগুপ্তক মতাই আনি ৰায়ে কলে (বঙালী ভাষাত) এই লৰাজন গুৱাহাটীৰ পৰা আহিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই পঠাইছে। ড° বৰুৱা মোৰ বন্ধু, অনুৰোধ কৰিছে লৰাটোক লাইব্ৰেৰী চায়েঞ্চত এটা চিট দিবৰ বাবে। দাসগুপ্তই বিনম্ৰৰে কলে, চেছনটো আৰম্ভ হৈ গৈছে এমাহেই হব। ড° ৰায়ৰ উত্তৰ আছিল Special case, মই ৰিকমেণ্ড কৰি লিখিদিছো, ৰেজিষ্ট্ৰাৰক কব। মোক দাসগুপ্তৰ লগত পঠাইদি কলে, 'যাও ভালকরে পড়া শুনা কর। তোমাৰ Seat আর হোষ্টেল accommodation হয়ে যাবে। অসুবিধা হলে আমাকে দেখা কর।' ড° নীহাৰ ৰঞ্জন ৰায়ৰ ব্যক্তিত্ব ভৰা সুদৰ্শন চেহেৰা আছিল চমকপ্ৰদ। পৰিধানত চুট, টাই বুটামত গোলাপ ফুল লগোৱা। ডাঠ ফ্ৰেমৰ চচমা, দেখিলে বৰ সৌখিন লোক বুলি ধৰিব পাৰি। গুৱাহাটী বিশ্ববিদ্যালয়লৈ দুবাৰো গৈ আহিছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত পুৰণি বন্ধুত্ব।

ড° বৰুৱাৰ অনুগ্ৰহতে, তেখেতৰ লগত থকা ড° ৰায়ৰ সৌহাদ্য পূৰ্ণ সম্পৰ্কৰ ফলতে মই কলিকতা বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী চায়েঞ্চৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ ৰূপে ভৰ্তি হবলৈ সুযোগ পালো। মোৰ জীৱন ধাৰাই এটা নিৰ্দ্দিষ্ট পথত অগ্ৰসৰ হবলৈ উপায় পালে। মই লাইব্ৰেৰীয়ান প্ৰফেশ্যনত আনুষ্ঠানিক ভাৱে সোমাই পৰিলো। প্ৰথমতে আয়ডিয়েল হোম নামৰ হোটেলতে কিছু দিন থাকিব লগা হৈছিল। পাছত বিশ্ব বিদ্যালয়ে মোক ৯৯ নম্বৰ প্ৰেমচাঁদ বড়াল ষ্ট্ৰীটত অৱস্থিত পোষ্ট গ্ৰেজুৱেট হোষ্টেলত থাকিবলৈ চিট এটা যোগাৰ কৰি দিলে। কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক এগৰাকী আছিল এই হোষ্টেলটোৰ চুপাৰিণ্টেনডেন। জনা বুজা পণ্ডিত ব্যক্তি। তেখেতক দেখা কৰিলো। ইতিমধ্যে

মোৰ নামত এটা চিট এলট্ কৰা হৈ আছে। নতুন পৰিবেশ, নতুন অভিজ্ঞতা। বিভিন্ন ৰাজ্যৰ ছাত্ৰ ইয়াত লগ পালো। হোষ্টেলটো প্ৰকৃততে হাডিঞ্জ হোষ্টেল, ইডেন হোষ্টেলৰ দৰে ডাঙৰ নহয়। মানুহে মেচ বুলিয়েই কৈছিল। তাত থকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ সকলেই মেচটো পাল পাতি চলাইছিল। আমাৰ সময়ত (১৯৪৮-৪৯) আমি তিনিজন অসমীয়া ছাত্ৰ তাত আছিলো। কবি নৱকান্ত বৰুৱা (ইংৰাজী বিভাগৰ ছাত্ৰ) দীনেশ দত্ত (সংস্কৃত) আৰু মই (পুথিভঁৰাল বিজ্ঞান)। কবি নৱকান্ত বৰুৱাক মই আগৰে পৰা জানিছিলো। দীনেশ দত্তক মেচত লগ পালো। দীনেশ আছিল অধ্যয়ন শীল, লগতে ৰসিক। পাছত আৰু এজন অসমীয়া ছাত্ৰ আহি আমাৰ লগ লাগিছিল। তেওঁ ভৱ কৃষ্ণ মিশ্ৰ, বৰপেটাৰ মিশ্ৰ পৰিয়ালৰ মেধাবী ছাত্ৰ। উজনিৰ নৱকান্ত বৰুৱা আৰু মই। নৱকান্ত ঘুটমুটীয়া, চুটি চাপৰ, ঘূৰি পকি ফুৰা জনপ্ৰিয় ছাত্ৰ তাতে ৰসিক কবি আৰু ৰবীন্দ্ৰ নাথৰ প্ৰতি আবেগিক। ভৱ কৃষ্ণ মিশ্ৰ বেহেলা বাদক, বৰপেটা কলা-সংস্কৃতিৰ প্ৰতি বিশেষ অনুৰাগী। শাস্ত্ৰীয় সংগীতৰ প্ৰতি তেওঁৰ ৰাপ বংশগত। দীনেশ আছিল ৰসিক, ফুচুৰি কথা কোৱাত পাকৈত। ৰুমে ৰুমে সোমাই ৰগৰ কৰি ফুৰাবিধৰ। কেতিয়াবা খালি গাৰে গামোছা পিন্ধিয়েই পিত পিতাই ফুৰে। আমাৰ মাজত এটা সৌহাদ্যপূৰ্ণ সম্পৰ্ক গঢ়ি উঠিছিল। তলৰ ৰুমত আছিল নৱকান্ত। এটা এজনীয়া ছাত্ৰ থকা সৰু ৰুম। আমি কেইজনে তাতে আড্ডা মাৰিছিলো। বিমল বিশ্বাস, কল্যাণ চক্ৰৱৰ্ত্তী নামৰ দুজন বঙলাভাষী ছাত্ৰও কেতিয়াবা আমাৰ লগ হৈছিল। দুয়ো পূৰ্ব পাকিস্তানৰ। নৱকান্ত শান্তি নিকেতনত পঢ়ি অহা ল'ৰা। গতিকে লগত পঢ়া বঙলা ভাষা-ভাষী লৰা ছোৱালীৰ লগত বন্ধুত্ব অন্তৰংগ। নৱকান্তৰ যোগেদি তেওঁলোকৰ লগত মোৰো এটা আন্তৰিক পৰিচয় গঢ়ি উঠিছিল। কলিকতাত শান্তি নিকেতনৰ প্ৰাক্তন ছাত্ৰ-ছাত্ৰী সকলৰ এটা সাংস্কৃতিক অনুষ্ঠান আছিল, নাম 'আশ্ৰমিক সংঘ'। তাত সঘনে অনুষ্ঠান হৈছিল, ৰবীন্দ্ৰ সংগীত নৃত্য-নাটিকা, কবিতা আবৃত্তি নানা কথা বতৰা, আলাপ আলোচনা আদিৰে অনুষ্ঠানটো ৰসাল হৈ পৰিছিল। নৱকান্তই তালৈ গৈছিল, কেতিয়াবা মোকো লগত লৈ গৈছিল। এবাৰ আশ্ৰমিক সংগই সুকুমাৰ ৰায় ৰচিত 'হযবৰল' বোলা বিখ্যাত কিতাপ খনৰ অভিনয় ৰূপ দিবলৈ ঠিৰাং কৰিলে। হযবৰল ঃ সুকুমাৰ ৰায় ৰচিত (জন্ম ১৩ কাৰ্তিক, ১২৯৪ (বং) মৃত্যু ২৪ ভাদ্ৰ ১৩৩০ (বং)) অভিনয় আৰু নৃত্যানুষ্ঠান শান্তি নিকেতনৰ প্ৰাক্তন ছাত্ৰ ছাত্ৰীৰ দ্বাৰা আয়োজিত, ব্যৱস্থাপনা অসীম চৌধুৰী, পৰিচালনা ৰামকিংকৰ বেইজ, সুৰ সংযোজনা - ৰবি বিশ্বাস, ব্যাঙৰ গান - অমিতাভ চৌধুৰী। তাত নৱকান্তই লৈছিল

নেড়া (বেঙা) আৰু মই নাচি নাচি গীতেৰে বেঙৰ অভিনয় কৰিলো। নৰকান্তৰ যোগেৰে অনুপ্ৰাণীত হৈ মই ৰবীন্দ্ৰ নাথৰ 'নটীৰ পূজা' নাটখন অসমীয়ালৈ ভাঙি অভিনয় কৰালো। ছপাও হ'ল। বিশ্ব ভাৰতীয়ে অনুমতিতো দিলেই আৰু এটা পুৰস্কাৰো দিলে।

আমাৰ মেচৰ মালিক মানে হোষ্টেল বিল্ডিংটোৰ মালিক স্বনামধন্য ব্যক্তি চলচ্চিত্ৰ জগতৰ এক বিখ্যাত পুৰুষ ৰায়চাঁদ বড়াঁল। তেখেতৰ বিৰাট ঘৰটো আমাৰ সমুখতে, আলিবাটৰ ইটো পাৰে। তেখেতৰে পিতৃ প্ৰেমচাদ বড়াঁল, আমি থকা ঘৰটো এখেতৰ নামেৰে উচৰ্গিত। কলিকতা বিশ্ববিদ্যালয়ক ভাড়া দিছে। ৰায়চাঁদ বাবুক মই দেখিছিলো। সুন্দৰ চেহেৰা, সুন্দৰ সাজ পোচাক, আভিজাত্যৰ এক গহীন গম্ভীৰ ব্যক্তিত্ব। প্ৰায়ে ধুতি, পাঞ্জাবী, চাদৰ, চকুত দামী উজ্বল চচমা, ভৰিত নাগেৰা জোতা, সদায় চিকমিকাই থকা পলিচ। দেখিছিলো দূৰৰ পৰা, যেতিয়া মটৰ গাড়ীত উঠিবলৈ বাহিৰলৈ ওলাই আহে ৰাজকীয় ভংগীমাৰে। নিউ আৰ্ট থিয়েটাৰৰ মালিক, ধনবান জমিদাৰ। নৰকান্ত বৰুৱাৰ (পাছত ঘৰুৱা হৈ নৰকান্ত বোলা হলো) ৰুমটোৰ পৰা মুখে মুখে চাই পঠিয়ালে ৰায়চাঁদ বাবুৰ বৈঠকখানা। ইয়াত সন্ধিয়া সমাগম বেছি, প্ৰায়বোৰ নামজ্বাদা শিল্পী আৰু চলচ্চিত্ৰ জগতৰ অভিনেতা অভিনেত্ৰী। মৃণাল সেন, উৎপল দত্ত, সুচিত্ৰা সেন, কানন দেৱী প্ৰভৃতি ইয়াত গোট খাই বৈঠক ৰসাল কৰিছিল। গোট খাইছিল টেকনিচিয়ান, মিউজিচিয়ান, প্ৰেছ জাৰ্ণেলিষ্ট আৰু স্ক্ৰীপ ৰায়টাৰ আদি। আমি কৌতুহলেৰে এইবোৰ সঘনাই মেচৰ পৰা চাইছিলো। বঙালী বন্ধুৱে কোন আহিছে, নাম কি সবিশেষ আমাক কৈ নিজৰ তথ্য সম্ভেদ জনাই গৌৰৱ বোধ কৰিছিল। নৰকান্তৰ ৰুমৰ পৰা আমি কোলাহল ভালকৈ শুনিছিলো, লগতে শুনিছিলো গান বাজনাৰ সুমধুৰ সংগীত। বন্ধু দিনেশে নৰকান্ত পঢ়া টেবুলতে এইবোৰ শুনি তবলা বজাই ৰগৰ তুলিছিল। এইবোৰ উপভোগ কৰিবলৈকে আমি অসমৰ লৰা কেইজন সন্ধিয়া নৰকান্তৰ ৰুমত আড্ডা মাৰিছিলো। মই মেচৰ চকিদাৰ জনৰ খাটিৰৰ যোগেদি দুই এজন মজলীয়া বিধৰ শিল্পীৰ লগত পৰিচয় হোৱাৰ সুযোগ পাইছিলো। এজন আছিল অমৰ সিং, ক্লাৰোনেট বাদক, এজন বেহেলা বাদক ফটিক বাবু। ফটিক বাবু পাছত আহি গুৱাহাটীৰ আকাশবাণীৰ ষ্টাফ আৰ্টিচ হৈছিল। মই ইয়াত লগ পাইছিলো। ঘৰলৈকো আহিছিল। অমৰসিং আছিল সুন্দৰ ক্লাৰোনেট বাদক। তেওঁৰ বাজনা আমি মেচৰ পৰাই উপভোগ কৰিছিলো। তেওঁৰ লগত মোৰ বন্ধুত্ব ঘটিলত তেওঁৰ অনুগ্ৰহতে মই নিলিগঞ্জত থকা নিউ আৰ্ট থিয়েটাৰৰ ফ্লৰ এক্টিং চাবলৈ সুবিধা

পালো। এটা সুযোগৰ কথা উনুকিয়াব খুজিছো। ইন্দ্ৰলোক ষ্টুডিঅ'ত মোৰ হঠাৎ চিনাকী ঘটিল কল্যাণ গুপ্তৰ লগত। সুদক্ষ পৰিচালক টেকনিচিয়ান। অসমৰ কথাছবি জগতৰ লগত তেওঁ জড়িত। মোৰ লগত কথা পাতি এই ব্যস্ত মানুহজনে মোক আপোন কৰি পেলালে। তেওঁ ি'দৰ সাদৰ কৰা দেখি মই অভিভূত হৈছিলো। প্ৰায়ে ইন্দ্ৰলোক ষ্টুডিঅ'ত তেওঁক লগ পোৱা মোৰ সৌভাগ্য ঘটিল। তাত অসমীয়া মানুহকো লগ পাইছিলো। কমল নাৰায়ণ চৌধুৰী, পুৰোষোত্তম দাস, ভবেন দাস, ড° ভূপেন হাজৰিকা আদি অনেক কলা সংস্কৃতিৰ লগত সদা ব্যস্ত লোক। অসমীয়া কথাছবি 'পাৰঘাট' ইন্দ্ৰলোক ষ্টুডিঅ'তে শব্দ গ্ৰহণ আৰু ফিল্ম লেবৰেটৰীৰ যাবতীয় কামৰ বাবে ব্যৱহাৰ কৰা হৈছিল। কল্যাণ গুপ্তই কাৰিকৰী দিশত তদাৰক কৰিছিল। পাৰঘাট কথাছবি খনৰ কাহিনী আৰু সংলাপ আছিল প্ৰবীন ফুকনৰ। সহযোগিতাত কমল চৌধুৰী, ভবেন দাস আৰু চিত্ত বৰ্দ্ধন। গীতিকাৰ আনন্দিৰাম দাস, পুৰোষোত্তম দাস, ভূপেন হাজৰিকা আৰু পূণ্য প্ৰসাদ দুৱৰা। পৰিচালনা খনিকৰ (গুপ্ত নাম)। ভূমিকাত জ্ঞানদা কাকতী, মলয়া দাস, চন্দ্ৰ ফুকন, সৰ্বেশ্বৰ চক্ৰৱৰ্ত্তী, যোগেন বৰকাকতী, ভুৱনেশ্বৰ বুজৰ বৰুবা, যোগেন বৰদলৈ, প্ৰবীণ ফুকন, কমল চৌধুৰী প্ৰভৃতি শিল্পী সকল। ময়ো এটা চৰিত্ৰত ওলাইছিলো। গোটেই প্ৰজেক্টৰ গুৰি ধৰোতা আছিল তিলক দাস। তেখেতে নাম প্ৰকাশত অনিচ্ছুক আছিল। প্ৰগ্ৰেমখন লগতে ৰাখিছো-আনৰ জ্ঞাতাৰ্থে - "প্ৰাগজ্যোতিষ কলা চিত্ৰৰ নিবেদন 'পাৰঘাট', ড° ভূপেন হাজৰিকাৰ সংগীত পৰিচালনাত" বিপ্লৱী কথা ছবিতো মই ঐটা সামান্য ভূমিকাত ওলাইছিলো। এইবোৰ ৰোমাঞ্চকৰ টুকুৰা খবৰ। কল্যাণ গুপ্তৰ লগত নলীন দুৱৰাক মই পৰিচয় কৰাই দি চলচ্চিত্ৰ জগতৰ কেমেৰামেন হোৱাত সুবিধা দিবলৈ অনুৰোধ জনাইছিলো। নলীন দুৱৰা মোৰ জন্মস্থান গোলাঘাটৰ ল'ৰা। কেমেৰামেন হোৱা প্ৰবল বাসনা। এটা ট্ৰেইনিং লৈ আহিছে। সুবিধা পোৱা নাই। নলীনৰ ককায়েক প্ৰফুল্ল দুৱৰা, সদা দুৱৰা মোৰ স্কুলীয়া জীৱনৰ লগৰীয়া। প্ৰফুল্ল দুৱৰাই মই কলিকতাত থকা কথা জানিছিল। সেই সূত্ৰে এখন চিঠি লেখি নলীনক মোৰ লগ লগাই দিছিল। মই কল্যাণ গুপ্তক খাটনি ধৰাত তেওঁ মান্তি হ'ল আৰু নলীনক সুধিলে, "ট্ৰলি টানতে হবে কিন্তু কষ্ট করতে পারবি? চিন্তা করে দেখো, বেজায় খাটনির কাজ... আরাম চলবে না।" নলীন মান্তি হ'ল। তেওঁৰ দৃঢ়তা দেখি কল্যান গুপ্তও ৰাজি হল। কষ্ট কৰিবলৈকে নলীনে এই দৃঢ় মনোবল অটুট ৰাখি পৰবৰ্ত্তী কালত অসমৰ এগৰাকী আগশাৰীৰ কেমেৰামেন হোৱা যোগ্যতা লাভ কৰিলে। মোৰ এই সামান্য

সহায় খিনিৰ কথা নলীনে শতমুখে স্বীকাৰ কৰি সভা-সমিতিত, সম্বৰ্দ্ধনা অনুষ্ঠানত ব্যক্ত কৰিছিল। দূভাৰ্গ্যৰ বিষয়, এই প্ৰতিভাসম্পন্ন কেমেৰামেনজনে অকালতে মৃত্যু বৰণ কৰিলে। কলিকতাত পঢ়াকালত মই তবলাও শিকিছিলো। ওস্তাদ হৰিগোপাল চক্ৰৱৰ্ত্তী আছিল মোৰ তবলা মাষ্টৰ। আমাৰ মেচৰ কাষতে তেখেতৰ ঘৰ। তাতে তেখেতে ক্লাচ লয়। ফটিক সাহাই মোক তবলা মাষ্টৰৰ লগত যোগাযোগ কৰাই দিছিল। তিনিমাহ মান শিকাৰ পাছত হাত বহিব পৰা হওতেই চক্ৰৱৰ্তী মাষ্টৰ বেনাৰসলৈ যাব লগা হ'ল। মোৰো তবলা শিক্ষা অসম্পূৰ্ণ হৈ ৰৈ গ'ল। আমি থকা মেচটো অৱস্থিত ৰাস্তাটো যেনেকৈ ৰায় চাঁদ বড়ালৰ দৰে সুবিখ্যাত লোকৰ বাসভূমি, তেনেকৈ ৰাস্তাটোৰ দুৰ্নামো আছে। ইয়াৰে নিকটবৰ্তী হাড়কাটা গলি" নামে পৰিচিত গণিকালয়। নৈশ কালত এই ফালে লোকৰ আহযাহ বেছি। কলিকতা চহৰৰ সংস্কৃতিৰ ৰহস্যময় পৰিবেশত পৰস্পৰ বিৰোধী কাৰ্যকলাপ নিৰন্তৰ প্ৰবাহিত হৈ আছে। এদিন পুৱা ভাগত শুনিলো আমাৰ মেচৰ ওপৰৰ খোলা ছাঁদত হুলস্থূল লাগিছে। আমি তলৰ পৰা ওপৰ মহলা পালোঁগৈ। দেখিলো, আমাৰ মেচৰ সহপাঠী কল্যাণ চক্ৰবৰ্তীয়ে উচ্চ বাক্যৰে কাষতে থকা পাৰাবাসী ছোৱালী কেইজনীৰ লগত তৰ্কাতৰ্কি কৰিছে। সিহঁতেও ওপৰৰ খোলা ছাঁদত গোট খাই আমাৰ মেচৰ লৰা বোৰক গালি পাৰিছে, গা-মূৰ লৰাই কিবা কিবি কৈছে। গোটেই কাজিয়া খন ছোৱালী জোকোৱা বিষয় এটাক কেন্দ্ৰ কৰি আৰম্ভ হৈছে বুলি গম পালো। পূৰ্ব বংগীয় থলুৱা ভাষাত চলি থকা তৰ্কাতৰ্কি বুজাত আমাৰ অসুবিধা হৈছিল। দীনেশে কল্যাণক ধৰি শান্ত কৰাবলৈ বৃথা চেষ্টা কৰিছিল। নোৱাৰি, তললৈ নামি নৱকান্তক মাতি আনিলে। নৱকান্ত সকলোৰে প্ৰিয় তাতে কবি মানুহ। যাহওক নানান্ গোলমাল আৰু কাণ ফটা দ্বন্দ হাই কাজিয়া-নৱকান্তৰ মধ্যস্থতাত শাম কাটিলে। কল্যাণ চক্ৰবৰ্ত্তীয়ে নৱকান্তক সমীহ কৰি চলিছিল। আমি সকলো তললৈ নামি আহিলো। কলিকতাৰ পাৰাবাসীৰ মাজত এটা সাধাৰণ কথা লৈয়ে বেছ চিৎকাৰ কৰি কাজিয়া চলে। কল্যাণে বোলে ওপৰ মহলাৰ পৰা কাষৰ মহলাৰ ছোৱালীক জোকাইছিল। এইটোলৈয়ে কাজিয়াৰ সূত্ৰপাত। হাস্য পৰিবেশত নৱকান্তৰ ৰুমত ঘটনাটো পৰিস্কাৰ হল। কলিকতা চহৰ আৰু মধ্যবিত্ত শ্ৰেণীৰ হৃদয় জড়িত সৰু-সুৰা ঘটনাবোৰে মোৰ স্মৃতি আজিও অম্লান কৰি ৰাখিছে। নৱকান্তৰ ৰোমাণ্টিক কবিতা বোৰেও প্ৰবাহিত কৰিছিল মোৰ কলিকতাৰ সময় খিনিৰ উদ্দীপনা। কবিতাত আছিল কবিমনৰ আশা আকাঙ্খা, বিনত নম্ৰতা। কবি নৱকান্তৰ কবিতাই দিছিল চমকপ্ৰদ ৰহস্যৰ অনুসন্ধান, অসীম পৰিব্যাপ্তি। তেওঁ

মোক ভাল পাইছিল আৰু পৰম আগ্রহেৰে কবিতা পাঠ কৰি শুনাইছিল। মই সংগীতৰ পাছতে ভাল পাঁও কবিতাক। নৱকান্তই এই কথা বুজিছিল। অনেক ক্ষেত্রত সংগীত আৰু কবিতাই মোৰ শূন্যতাক উদ্ভাসিত কৰিছিল যৌৱনৰ কালছোৱাত।

আৰু এটা আনন্দ লাভৰ ঘটনা। মেচৰ লগৰীয়াবোৰে মিলি এবাৰ সৰস্বতীপূজা পাতিলে ৰমক জমককৈ। গান বাজনা চলিল, কবিতা পাঠ হ'ল। যিয়ে যি জানে, সকলোবোৰ উদঙাই পূজাৰ সন্ধিয়াটো ৰসাল কৰি তুলিলে। সৰস্বতী দেবী মূর্তিৰ সৈতে সমাহিত হল আমাৰ সাংস্কৃতিক সন্ধিয়া। অসমীয়া বঙলা, উড়ীয়া, ভোজপুৰী গীত মাতৰ নৃত্য ভঙ্গীমা উপভোগ কৰিলো। পিচদিনা দেবী বিসর্জন, লগতে চহৰ ভ্ৰমণ। এখন ভেন যোগাৰ কৰা হ'ল। তাতে গোসানী স্থাপন কৰি শোভাযাত্ৰা আৰম্ভ হল। আমি দহ বাৰ জন উঠি ললো। ধূপ-ধূনা, শংখ, ঘণ্টা প্রভৃতিৰে দেবী বিসর্জনৰ শুভযাত্ৰা আৰম্ভ হল। মই, নৱকান্ত আৰু দীনেশ গাড়ীত উঠিলো। শোভাযাত্ৰাত আমি নাচ বাগ কৰি দেবী বিসর্জনৰ উৎসৱ ৰঙীয়াল কৰিলো। গানৰ ষ্টক্ শেষ হৈ অহাত নৱকান্তই মোক কলে, ধন (মোৰ ঘৰুৱা নাম) তুমি কিবা এটা কৰা। অসমীয়া গান এটাকে লগোৱা"। মই বিবুদ্ধিত পৰিলো। সেই পৰিবেশত কি গান চলিব? মই ভাবি চিন্তি মনলৈ অহা এটা গীতকে আৰম্ভ কৰিলো। যথা -

অস্তি গোদাবৰী তীৰে, বিশাল শাল্মলি তৰু (শাল্মলি - শিমলুগছ)
বিশাল শাল্মলি তৰু।
হায়ৰে আমাৰ শাল্মলিতৰু।
অস্তি গোদাবৰী তীৰে ....

এইটো আচলতে গীতেই নহয়, মনলৈ অহা সংস্কৃত পাঠৰ এষাৰি বাক্য। তাকে কীর্তনীয়া সুৰেৰে, নাচ বাগ্দি মই গাই গলো; একেটা শাৰী - অনেক বাৰ বেলেগ বেলেগ ভংগীৰে গালো। লগৰীয়া সকলেও মোৰ লগতে যোগ দি অংগী ভংগীৰ (আমাৰ নাগেৰা নামৰ দৰে) পৰিবেশেৰে সমলয় গীত ৰসময় কৰি তুলিলে। এই পৰিবেশন ইমান আমোদজনক হৈছিল যে পথত জমা হোৱা মানুহ বোৰে ৰ'লাগি আমালৈ চাই আনন্দৰ প্ৰত্যুত্তৰ জনাইছিল। এটা উপভোগৰ পৰিমণ্ডল সৃষ্টি হলত আমি আমোদ প্রমোদৰ সার্থকতা বুজি পালো। নৱকান্তই মোক সাৱট মাৰি চুমা এটা খাই বাহ বাহ দি কলে, "তুমি অসমৰ মান ৰাখিলা, চাবাইচ্ ধন।"

সন্ধিয়া দেৱী বিসৰ্জন দি আহি মেচত আমাৰ আড্ডা চলিল। খোৱা বোৱাও হ'ল। কেনোৱে মোদকো সেৱন কৰি হাঁহিৰ ৰগৰ তুলি মজলিচ জমাই পেলালে। এনে অবৰ্ণনীয় আনন্দৰ কথা এতিয়া স্মৰণ কৰি মনটো এক অজান জগতলৈ উৰা মাৰিব খোজে। ভাব হৈছিল ডেকা বয়সৰ কি অসীম ক্ষমতা, নাই তাত বৃদ্ধ বয়সৰ দুশ্চিন্তাৰে ভৰা সমুদ্ৰৰ গৰ্জন। সেই বয়সটো যদিও অস্থিৰ, তথাপি ইয়াত আছে প্ৰাণবন্ত আৰু ৰহস্যময় মাদকতা, শৰীৰ আৰু মন ৰোমাঞ্চকৰ কৰা পথৰ সন্ধান। কামৰ মাজতো আনন্দৰ আবিস্কাৰ।

আন এটা ঘটনা কলিকতাৰ হোষ্টেলত থকা সময়ৰ। আমাৰ হোষ্টেলৰ বিমল বিশ্বাসৰ (পূৰ্ব পাকিস্তান, বংগৰ যশোহৰৰ উদ্বাস্তু) এজন গাঁৱৰ লৰা আহি আমাৰ হোষ্টেলতে উঠিলেহি। সি দৰ্জী কাম জানে আৰু কলিকতা চহৰত এখন দৰ্জী দোকান খোলাৰ বাসনা। কাম ভাল জানে, চিলাই কামত পাকৈত। বিমলে তাক এটা পুৰণি (চেকেণ্ড হেন) চিলাই মেচিন দাম দৰ কৰি যোগাৰ কৰি দিলে। ঘূৰা-পকা কৰি বহু প্ৰবন্ধে এটা সৰু একোঠলীয়া দোকান ঘৰো পোৱা গ'ল। ঘৰটো বিডনষ্ট্ৰীটৰ এটা গলিত। এদিন নৰকান্ত গৈ চাই আহিল। বিমলৰ লৰাজনে দোকান আৰম্ভ কৰিবলৈ পূজা এভাগ পাতিব লাগিব বুলি ঠিৰাং কৰিলে। পূজা নকৰাকৈ সি দোকান আৰম্ভ নকৰে। এইটো তাৰ ধৰা বন্ধা নিয়ম। বাপেকে কৈ পঠাইছে। নৰকান্তই সমস্যাটো সমাধান কৰিবলৈ এটা উপায় উলিয়ালে। বিমলক কলে, ৰামক ধৰ, ব্ৰাহ্মণ মানুহ, পূজা পাতল জানে। মোক বিমল আৰু দৰ্জী লৰাজনে আহি কাও বাও কৈ ধৰিলেহি। দাদা, আপুনি ব্ৰাহ্মণ মানুহ, পূজা সেৱা জানে। আপুনিয়েই মোৰ দোকান খোলাৰ মাংগলিক কামখিনি কৰি দিয়ক। মই মান্তি নহৈ নোৱাৰিলো। নৰকান্তয়ো জোৰ দিলে। মই পুৰোহিত দৰ্পন এখন যোগাৰ কৰি পূজাৰ যা যোগাৰ আৰম্ভ কৰিলো। কোৱা আৱশ্যক যে মই বিধি অনুযায়ী ধৰ্মীয় কাম কৰিব পৰা জ্ঞান আয়ত্ব কৰা নাছিলো। গোলাঘাটৰ ঘৰত দেউতাৰ পৰা নাৰায়ণ গোসাঁই স্নান কৰোৱা নিত্য নৈমিত্তিক কাম খিনি জানিছিলোঁ আৰু কেতিয়াবা প্ৰয়োজন হলে মই গোসাঁই চুৱাইছিলোঁ। দোকান খোলোতে বিমল আৰু তেওঁৰ আত্মীয় দৰ্জী লৰাজনৰ পূজা পাতলত বিশ্বাস দেখি মই মুগ্ধ হৈছিলো। ঐশ্বৰিক বিশ্বাসে আজিৰ বিজ্ঞানৰ যুগতো মানুহৰ মনক প্ৰভাৱান্বিত নকৰাকৈ নাথাকে। এই বিশ্বাসৰ মাজেদি মানুহে লাভ কৰে সন্তুষ্টি। ঐশ্বৰিক দয়া পাবলৈ (divine grace) মানুহৰ মনো মুকলি হব লাগিব। তেহে মনৰ খিড়িকীয়েদি ভগৱানৰ দয়াৰ বতাহ অন্তৰত প্ৰৱেশ কৰিব পাৰিব।

বিমল বিশ্বাস আৰু তেওঁৰ গাঁও বাসী দৰ্জী বন্ধুজন উচ্চ জাতৰ নাছিল। কিন্তু তেওঁলোকৰ অন্তৰ আছিল খোলা আৰু ধৰ্মীয় ভাৱ ধাৰাৰে আপ্লুত। মই এইটো উপলব্ধি কৰিছিলো পিতৃৰ পৰা আহৰণ কৰা ধৰ্মীয় আস্থাৰ যোগেদি। গণেশ পূজা, শিৱ পূজা আদিৰ প্ৰাৰম্ভিক নিয়মেৰে মই দোকানৰ ধৰ্মীয় কাম খিনি সমাধা কৰি বিশ্বাসৰ পৰম্পৰা ৰক্ষা কৰিলো। বিমলহঁতে মোক এজন সৎব্ৰাহ্মণৰ দৰে জ্ঞান কৰি কৃতজ্ঞতা জনাই ভৰি চুই সেৱা কৰি আশীৰ্বাদ ললে। বাহ্যিক ভাৱে মোৰ আনন্দ হল - এই বাবেই যে ব্ৰাহ্মণ হোৱা যোগ্যতা মই অৰ্জন কৰিব পাৰিছো।

আমাৰ হোষ্টেলৰ চকিদাৰজন বিহাৰী। নৰকান্তৰ লগত খুউব খাতিৰ। নৰকান্তয়ো তেওঁৰ লগত ৰগৰ তুলি বিহাৰী ভাষাতে কথা পাতে। চকিদাৰৰ কাৰবাৰ অনেক। তাৰে এটা হৈছে 'বশীকৰণ তাবিজ'। কাগজত বিজ্ঞাপন দি গ্ৰাহক গোটায়। তাবিজৰ অসীম শক্তি; প্ৰেম, বিবাহ, চাকৰি, বশীকৰণ আদি সমস্যাৰ নিশ্চিত কাম আৰু স্থায়ী প্ৰতিকাৰ। চকিদাৰে গুপ্ত নামেৰে নিজক এজন তন্ত্ৰ সিদ্ধ, বহু প্ৰশংসিত জ্যোতিষী বুলি কাগজত বিজ্ঞাপন উলিয়াই পইচা ঘটে। আন এবিধ বিজ্ঞাপন ওলাই এনে ধৰণেৰে - 'মানুহৰ ভূত ভৱিষ্যত, ৰাশিফল, জন্ম পত্ৰিকাৰ বাবে যোগাযোগ কৰক এই ঠিকনা --- ইত্যাদি। নৰকান্তক চকিদাৰে বেছিকৈ আপডাল কৰে, আল পৈচান ধৰে, বিজ্ঞাপন বোৰ চকু ফুৰাই দিবৰ বাবে। অসমৰ বাতৰি কাকতলৈ পঠোৱা বিজ্ঞাপনো নৰকান্তই চাই দিব লাগে। এই বিষয়ে নৰকান্তই আমাক কৈ হাঁহিৰ খোৰাক উলিয়ায়। কোৱা বাহুল্য যে হোষ্টেলৰ চকিদাৰ আৰু ৰান্ধনি জনৰ খাটিৰ বেছি। বহুত কাম আদায় কৰি লব পাৰি। মেচ মেনেজাৰ জনৰ লগত তেওঁলোকৰ সহযোগ থাকেই। এবাৰ মেচ মেনেজাৰৰ পাল মোৰ ওপৰত পৰিল। দৈনিক বজাৰ কৰিব লাগে। মেনুখন মূলতঃ ৰান্ধনি জনৰে। বজাৰলৈ লগত যাবহে লাগে। দাম-দৰ কিনা লোৱা সকলোতে ৰান্ধনি আগৰণুৱা। শুনিছিলো কমিশ্যনৰ লেন-দেন আছে। আৰু এটা আড্ডা আছিল - হোষ্টেলৰ কাষতে থকা উড়িয়া চাহৰ দোকান খন। পুৱা ভাগত আৰু আবেলি ইয়াত গোট খাই চাহ জলপান খোৱা অভ্যাস। দোকান খন বৰ ডাঙৰ নহয়। আকাৰত সৰু হলেও গ্ৰাহকৰ ভিৰ বেছি। মালিক উড়িয়া ভাষী নাম বিদ্যাসাগৰ হাৰিচন্দন। হোষ্টেলৰ লৰা বোৰে এই দোকানতে চাহ খায়। চাহৰ লগত নিমকি, গজা, কেতিয়াবা লুচি তৰকাৰি। চাহৰ লগত নিমকি ভাঙি তিয়াই খোৱা প্ৰায়বোৰ গ্ৰাহকৰে প্ৰচলিত অভ্যাস। ময়ো এনেদৰে খোৱাত অভ্যস্ত হৈ পৰিছিলো। হোষ্টেলৰ

লৰা ৰামানন্দ সেন বৰ ধেমেলীয়া কথা কোৱা বিধৰ লোক। চিৰিয়াছ কথাকো তেওঁ ধেমেলীয়া কথাৰে পাতল কৰি দিব পাৰে। সকলোৱে তেওঁক ৰামু বুলি মাতে আৰু আড্ডাত তেওঁৰ উপস্থিতি কামনা কৰে। উড়িয়া চাহৰ দোকানত তেওঁ নিয়মীয়া গ্ৰাহক আৰু আড্ডাৰ মুখ্য আকৰ্ষণ। ৰামুৱে বিদ্যাসাগৰ হৰি চন্দক জোকাই ভাল পায়। কয়, নাম বিদ্যাসাগৰ কিন্তু পঢ়া শুনাত অবুজ সাগৰ। সাধাৰণ চাহৰ হিচাপটোকে নাজানে। খালে দুই টকাৰ, বিদ্যাসাগৰে ধৰিলে তিনি টকা। তাকো বহুত হিচাপ কৰি। কেতিয়াবা প্ৰাপ্য দুটকাৰ ঠাইত ডেৰ টকা লয়। প্ৰথমতে নামটো শুনি ভাবিছিলো, বিদ্যাসাগৰ নামধাৰী যেতিয়া মই তেওঁৰ শিষ্য হম। পিচে নহল। মইহে তেওঁৰ হিচাপ চাই দিব লগাত পৰিলো। ৰামুৱে বিদ্যাসাগৰ হৰিচন্দনৰ জীৱন কাহিনী কৈ ৰগৰ তোলে। আজি বিদ্যাসাগৰ নিঃসংগ, অকলশৰীয়া জীৱন কটাব লগা হৈছে। গাঁৱৰ এজনী ৰূপহী ছোৱালীয়ে তেওঁক বিয়া নকৰাই আনক কৰালে। তাইক বিদ্যাসাগৰে ভাল পাইছিল বহু দিন ধৰি। তাৰ পাছত বিদ্যাসাগৰ পুৰীৰ পৰা কলিকতালৈ গুছি আহিল আৰু এই চাহৰ দোকান খন খুলিলে। ৰামুৱে মাজে মাজে বিদ্যাসাগৰক (চমুকৈ সকলোৱে তেওঁক ‘বিদ্যা’ বুলিহে মাতে) কয় তুমি একটা বিয়ে করো? বিদ্যাই উত্তৰ দিয়ে, কে আমাকে বিয়ে করবে? আমি একজন সামান্য দোকানী। কোনো মেয়ে পছন্দ করবে না আমাকে। ৰামুৱে উৎসাহ দিবলৈ কয়, পাত্র হিসেবে তুমি কিছু কম নও। তোমার মতন সৎ চরিত্রবান পাত্র এই দুর্দিনে কজন আছে? বিদ্যাই হাঁহি এটা মাৰিলে। দুখৰ হাঁহি। বিদ্যাসাগৰৰ লগত বহুত বিষয়ত কথা চলে। ৰাজনীতিৰ পৰা চহৰৰ অস্বাস্থ্য গলিলৈ। অনেক মানুহৰ চৰিত্ৰৰ ভিতৰফাল তেওঁ জানে, খবৰ ৰাখে। দোকান চলি থকাৰ ফাকে ফাকে বিদ্যাসাগৰে বাতৰি কাকতো পঢ়ি দেশৰ খবৰৰ বুজ লয়। কেতিয়াবা তেওঁ জেলেপি আৰু চিঙৰা তৈয়াৰ কৰি গ্ৰাহকক তৃপ্তি ভাজন কৰে। এই দুটা আয়টেম বিদ্যাসাগৰৰ চাহ দোকানৰ স্পেশ্‌ল (Special) মানে বিশেষ আকৰ্ষণ। গৰম গৰম জেলেপিৰ সোৱাদ লবলৈ আমাৰ হোষ্টেলৰ লৰাই দোকানত জুম বান্ধে। প্ৰকৃত পক্ষে দোকান খন বহুতো ক্ষেত্ৰত ৰসচক্ৰৰ আড্ডা। হোষ্টেলৰ প্ৰায়বোৰ প্ৰবাসী ছাত্ৰৰ বাবে এই আড্ডা মিলন ক্ষেত্ৰ, ঠিকনাও। অনেক ছাত্ৰ-ছাত্ৰী এই আড্ডাৰ লগত বিশেষ ভাৱে জড়িত। বিদ্যাসাগৰে সকলোকে সহায় কৰে, কথা-বতৰাৰ সৰবৰাহ কৰে। বিদ্যাসাগৰে প্ৰায়ে কলিকতাৰ আড্ডা আৰু আড্ডাধাৰীলোক কিছুমানৰ বতৰা আমাক জনাই পটুতা প্ৰকাশ কৰে। কলিকতাৰ অনেক ভব্য গব্য সাহিত্যিকৰ সাহিত্য কৰ্মৰ ৰসাল ক্ষেত্ৰখন আড্ডা

বুলি কব পাৰি। আড্ডাৰ মজা বৰ মোহনীয় আকৰ্ষণ। ইয়াত সকলো ধৰণৰ কথা পাতিব পাৰি, বহুতো নজনা বাতৰি জানিব পাৰি। কেতিয়াবা উৰাবাতৰি, অতিৰঞ্জিত বাতৰি আহিও উৰন্ত চিঙি অহা চিলাখনৰ দৰে আড্ডাৰ মাজত পৰেহি। গম পাইছিলো, ৰবীন্দ্ৰ নাথ ঠাকুৰ, শৰৎ চন্দ্ৰ চট্টোপাধ্যায়, সুকুমাৰ ৰায়, নীহাৰ ৰঞ্জন ৰায়, প্ৰমথ চৌধুৰী, গজেন্দ্ৰ মিত্ৰ, ৰাজশেখৰ বসু, কবি কালিদাস ৰায়, ব্ৰজেন্দ্ৰ বন্দোপাধ্যায়, শীবেন্দু মুখোপাধ্যায়, সঞ্জীৱ চট্টোপাধ্যায়, বিভূতি মুখোপধ্যায়, প্ৰমথ বিশী, বুদ্ধদেৱ বসু, সমৰেশ মজুমদাৰ, বিমল মিত্ৰ প্ৰভৃতি অনেক খ্যাতি সম্পন্ন সাহিত্যিকৰ নাম লব পাৰি যিসকল কৃতবিদ্যালোক আছিল এসময়ৰ আড্ডাধাৰী। আড্ডাৰ পৰিবেশৰ মাজতে তেওঁলোকে আলোচনী উলিয়াইছিল, ৰসাল কবিতা, গল্প, উপন্যাস ৰচনা কৰিছিল। আড্ডাৰ পিঠিতে জন্ম লৈছিল বিভিন্ন কলা-সংস্কৃতিৰ ক্লাব। অনেক ক্লাবত মহিলা আৰু ৰাজনীতিৰ স্থান নিষিদ্ধ আছিল। আমাৰ প্ৰেমছাঁদ বড়াল ষ্ট্ৰীটত থকা বিদ্যাসাগৰ টীষ্টল খনো আছিল সৰু পৰ্যায়ৰ আড্ডা। আড্ডাত যোগ দিবলৈ বিশেষ নিয়ম ৰখা নহৈছিল। কলিকতাৰ প্ৰায়বোৰ আড্ডাতে এসময়ত সাহিত্যিকৰ সমাগম হৈছিল। সাহিত্য-সংস্কৃতি নামধাৰী হলেই ইয়াৰ সভ্য হব গৈছিল।

কলিকতাৰ অভিজ্ঞতা মোৰ বাবে আছিল অনবদ্য কাহিনী। কলা সংস্কৃতিত উন্নত সাহিত্যৰ পটভূমিত অগ্ৰগামী, অথচ এই মহানগৰীতে আছে দাৰিদ্ৰক্লিষ্ট মধ্যবিত্ত, নিম্ন মধ্যবিত্ত সমাজৰ অন্তহীন দুৰ্দশাৰ নিদাৰুণ চিত্ৰ। দুখৰ অভিশাপ বহন কৰি এওঁলোকে আশা-নিৰাশা, সুখ-দুখ, বিপদ আপদৰ সকলোবোৰ হেঙাৰ অতিক্ৰম কৰিব লগা হৈছে জীয়াই থকাৰ বাসনাৰে। বিদ্যাসাগৰ চাহ দোকানীজনেও হাঁহি মুখে অদৃষ্টক অস্বীকাৰ কৰা প্ৰয়াসেৰে .পৰ ৰাজ্য উৰিষ্যাৰ এখন পিচপৰা গাঁৱৰ পৰা কলিকতালৈ আহিছিল জীৱিকাৰ সন্ধানত। বিদ্যাসাগৰৰ দৰে জীৱন সংগ্ৰামত ক্ষতবিক্ষত হোৱা, দুখৰ আঘাতত ৰক্তাক্ত হোৱা লোকৰ এই বোৰ কাহিনী নিঃসন্দেহে আধুনিক বিজ্ঞানৰ জয়যাত্ৰাৰ দিনত এক কৰুণ দিক চিহ্ন। বঙলা সাহিত্যিকসকলে তেওঁলোকৰ সাহিত্য চৰ্চাৰ নিটোল কাহিনী এই বোৰতে ভেজা দি ৰচনা কৰিছে। আমাক এইবোৰ কাহিনী শুনাই প্ৰতিষেধক বিচাৰিছে।

গুৱাহাটীৰ পৰা মোৰ প্ৰিয় বন্ধু অমিয়মোহন দাস আহিছিল কলিকতালৈ। উদ্দেশ্য তেওঁ গোৱা গানৰ ৰেকৰ্ডিঙ কৰিবলৈ। লগতে আহিছিল স্বনামধন্য গীতিকাৰ, গায়ক আনন্দিৰাম দাস আৰু তেখেতৰ ছাত্ৰী কণ্ঠ গায়িকা গুনদা দাস (বৰ্তমান কৌৰ)। ৰেকৰ্ডিঙ হব চেনলা ৰেকডিং কোম্পানীত। অসমীয়া গীতৰ

ৰেকৰ্ডিং প্ৰায়ে চেনলাতে হৈছিল। ইয়াৰ মেনেজাৰ কাৰ্তিক চক্ৰবৰ্তী, সংগীত পৰিচালক সুকৃতিসেন। কাৰ্তিক চক্ৰবৰ্তী, গহীন প্ৰকৃতিৰ ভদ্ৰলোক। সুকৃতিসেন এগৰাকী যশস্বী বঙলাভাষী গায়ক। অমিয় আহি মোৰ লগতে হোষ্টেলত আছিল। ৰেকৰ্ডিঙৰ বাবে আখৰা চলিছিল কলিকতাত থকা চেনলা ষ্টুডিঅত। তালৈ আনন্দিৰাম দাস, গুনদা দাসো আহিছিল। আনন্দি দাসৰ গীতৰ ৰচনা মধুৰ। খাটি অসমীয়া থলুৱা গীতমাতৰ ওপৰত প্ৰতিষ্ঠিত। বনগীতৰ তেখেত আছিল ওজা। নিজেও হাৰমনিয়াম বজাই সুমধুৰ স্বৰেৰে গীত গাইছিল। কেইবা দিনো আখৰা চলাৰ অন্তত ৰেকৰ্ডিঙৰ বাবে ডমডম্‌ৰ টেকনিকেল ষ্টুডিঅ'লৈ সকলোকে লৈ যোৱা হৈছিল। লগত কাৰ্তিক বাবু, সুকৃতি সেন, বাদ্যযন্ত্ৰ বজোৱা শিল্পীসকল। অসমৰ শিল্পীদলৰ লগত ময়ো গৈছিলো। ডম্‌ডম্‌ত থকা ৰেকৰ্ডিঙ ষ্টুডিঅ' চাবলগীয়া কেন্দ্ৰ। মই চাই বিস্ময় মানিছিলো। মনত খেদ হৈছিল - মই যদি অমিয়হঁতৰ দৰে গান গাব পাৰিলোহেঁতেন। তেতিয়া ময়ো গীতৰ ৰেকৰ্ডিং কৰিব পাৰিলোঁহেতেন। ষ্টুডিঅতে হঠাৎ লগ পালো অসমৰ কমল নাৰায়ণ চৌধুৰী আৰু পুৰোষোত্তম দাসক, লগত দুজন বঙালী ভদ্ৰলোক। কাৰ্তিক চক্ৰবৰ্তীৰ লগত কথা পাতি আছে। নিশ্চয় অসমীয়া গানৰ ৰেকৰ্ডিঙ সংক্ৰান্তত। মোক দেখি দুয়ো আচৰিত হৈ কি কামত আহিছো সবিশেষ সুধিলে। আনন্দি দাসকো তেওঁলোকে লগ ধৰিলে। কৈ সন্তুষ্টি লভিব পাৰি যে, আনন্দি ৰাম দাস, পুৰোষোত্তম দাস আৰু কমল নাৰায়ণ চৌধুৰী, এই ত্ৰিমূৰ্ত্তি আছিল অসমীয়া গীতমাতৰ বৰ্ণাঢ্য ব্যক্তি। তেওঁলোকে অসমীয়া গীতমাতৰ চৰ্চা আৰু প্ৰচাৰ কাৰ্যত একান্ত ভাৱে ব্ৰতী হৈছিল। আত্মীয়তাৰ পৰিপূৰ্ণ হৃদয়েৰে তেওঁলোকে অসমীয়া গীতমাতৰ শিল্পী সকলক উৎসাহ আৰু সহায় আগবঢ়াই পৰম আনন্দ লভিছিল। পুৰোষোত্তম দাসে অল ইণ্ডিয়া ৰেডিঅ'ত (আকাশ বাণী - শ্বিলং-গুৱাহাটী কেন্দ্ৰ, দুয়ো ঠাইতে) চাকৰি কৰোতে থলুৱা গীত মাতৰ প্ৰচাৰৰ হকে দেহে কেহে যত্ন কৰিছিল। অনেক অজানা থলুৱা শিল্পীয়ে পুৰোষোত্তম দাসৰ বদান্যতাত ৰেডিঅ'ত গান গাবলৈ সুযোগ পাইছিল। কামৰূপী লোকগীতৰ বহুল প্ৰচাৰৰ বাবে তেওঁৰ প্ৰচেষ্টা আছিল মহিমামণ্ডিত। অনন্য সাধাৰণ স্বৰ দান কৰি তেওঁ এই গীতক জনপ্ৰিয় কৰিলে। বনকোৱঁৰ আনন্দিৰাম দাসৰ জীৱন আৰু সাধনাৰ ওপৰত তেওঁ এখন গ্ৰন্থ সম্পাদনা কৰি গৈছে। অসম প্ৰকাশন পৰিষদে এই গ্ৰন্থখন ছপা কৰিছে। অমিয় মোহন দাসে আনন্দিৰাম দাসৰ পৰা বহুতো গীত শিকিছিল আৰু সেইবোৰ গাই সমাদৰ পাইছিল। তেওঁৰ ৰচনাকে অমিয়ই গীত গাই ৰেকৰ্ডিং কৰিছিল।

গুনদা দাসেও আনন্দিৰাম দাসৰ গীত গাই নিবিড়ভাৱে সংগীত সাধনা কৰি খ্যাতি অৰ্জন কৰিছে। গানৰ পৃথিবীত ভূমুকি মাৰিবলৈ পাই মই ভাল পাইছিলো। অমিয় মোহন দাসৰ লগত সংগীতৰ গণ্ডীক টানি সখীত্বৰ বন্ধনত এসময়ত মই আবদ্ধ হৈছিলো। সংগীতৰ দিগ্বলয়ত মই প্ৰভাবান্বিত হৈছিলো উত্তৰ কালত। কলিকতাত সংগীতৰ বিশাল ক্ষেত্ৰ খনৰ কিছু সোৱাদ পাই মই আকৃষ্ট হৈছিলো আৰু আমাৰ হোষ্টেলৰ সমুখত থকা ৰায়চাঁন্দ বড়ালৰ বৈঠকখানাত বহু প্ৰবন্ধে বহিবলৈ সুবিধা উলিয়াই বঙালী গান বাজনাৰ বৈশিষ্ট্য লক্ষ্য কৰিছিলোঁ। এক সুস্থ মানসিকতা সৃষ্টিৰ বাবে এনে পৰিবেশ উপযোগী। নৱকান্ত বৰুৱাৰ প্ৰিয় ৰবীন্দ্ৰ সংগীতৰ পৰিচ্ছন্ন আৰু স্বকীয় বৈচিত্ৰ্যৰ যি নান্দনিক আকৰ্ষণ তাৰো ৰসবোধ তেওঁৰ যোগেদিয়েই উপলব্ধি কৰাৰ সুযোগ কলিকতাতে পাইছিলোঁ। বঙালী জাতিৰ মাজত ভেদ থকা স্বত্ত্বেও, ৰবীন্দ্ৰ সংগীতৰ ক্ষেত্ৰত তেওঁলোকৰ যে এক ঐতিহ্যময় জাতীয় ঐক্য আছে, সেই কথা লক্ষণীয় ভাৱে দেখিবলৈ পাইছিলো। ৰবীন্দ্ৰ নাথৰ কাব্য, সাহিত্য আৰু সংগীত জগতত যি অৱদান, সেইয়া কবলৈ গলে ভাৰতীয় ঐতিহ্যৰে এক চমকপ্ৰদ অভিব্যক্তি। ইয়াৰ অভিনৱত্ব আৰু ভাৱব্যঞ্জনাৰ মৌলিকতা সৰ্বজন স্বীকৃত। নৱকান্তৰ লগত ৰবীন্দ্ৰ সংগীতৰ অনেক অনুষ্ঠানত শ্ৰোতা হোৱাৰ সৌভাগ্য মোৰ ঘটিছিল। সেইবোৰে মোৰ মনত সঞ্চাৰিত কৰিছিল অজান বিস্ময়, আনন্দ আৰু উল্লাস। ৰবীন্দ্ৰ নাথৰ নাট ৰচনা আছিল উচ্ছাস কবিতা আৰু কাহিনীৰ অভিনৱ সংমিশ্ৰণ। চিত্ৰাংগদা নৃত্য নাটিকা খন মই কেইবা বাৰো চাইছিলো। ইয়াৰ কাহিনীটোক কেন্দ্ৰ কৰি আকাশ বাণীৰ বাবে এখন অসমীয়া আলেখ্যও মই ৰচনা কৰিছিলো। প্ৰচাৰো হৈছিল দুই-তিনিবাৰ।

'কলিকতাৰ থিয়েটাৰ' এটা আকৰ্ষণীয় অনুষ্ঠান। যিয়ে এনে অনুষ্ঠান চাইছে, তেওঁ জানে ইয়াৰ প্ৰতি নাট্যপ্ৰেমিক সকলৰ কিমান আগ্ৰহ! অনেক থিয়েটাৰ ঘৰ আছে যিবোৰে আজিও অভিনয় কলাক সজীৱ কৰি ৰাখিছে। এচাম সম্ভ্ৰান্ত বঙালীলোকে আজিও থিয়েটাৰ চাই আমোদ পায়। অনেক কথাছবিৰ নায়ক-নায়িকাৰ প্ৰবেশ দ্বাৰ হৈছে থিয়েটাৰ। মই কলিকতাত থাকোতে বঙালী বন্ধুৰ লগত প্ৰায়ে থিয়েটাৰ চাবলৈ গৈছিলো। শ্যামবজাৰ এলেকাত অৱস্থিত পেচাদাৰী মঞ্চ নাট অভিনয়ৰ প্ৰাণ কেন্দ্ৰ ৰূপে এসময়ত প্ৰখ্যাত আছিল। ভাল ভাল নাটকৰ অভিনয় চলিছিল বহু দিন ব্যাপি। দিনটোত দুই তিনিটা প্ৰদৰ্শনী আয়োজিত হৈছিল। ৰংমহল, বিশ্বৰূপা, ষ্টাৰ প্ৰভৃতি থিয়েটাৰ ঘৰত বংগদেশৰ নামী-দামী পৰিচালকৰ দ্বাৰা নাট মঞ্চস্থ হৈছিল। এসময়ৰ সুখ্যাতি সম্পন্ন অভিনেতা পৰিচালক

শিশিৰ ভাডুড়ি, অহীন্দ্ৰ চৌধুৰী, জহৰ ৰায়, প্ৰমুখ্যে মঞ্চজগতৰ তাৰকা সকলৰ নাটক চাবলৈ দৰ্শকৰ ভিৰ লানি নিচিগা হৈ পৰিছিল। বহু দিনৰ আগৰে পৰা অগ্ৰীম টিকট বিক্ৰী হৈছিল। অভিনয়ত আছিল শম্ভুমিত্ৰ, তৃপ্তি মিত্ৰ, জহৰ ৰায়, অজিত চট্টোপধ্যায়, দুৰ্গাদাস বন্দোপাধ্যায়, হৰিধন মুখোপাধ্যায়, উৎপল দত্ত, ৰবিঘোষ, সৰযূবালা, সাধনা ৰায়চৌধুৰী, মমতা বন্দোপাধ্যায়, ৰুদ্ৰ প্ৰসাদ সেনগুপ্ত, মনোজ মিত্ৰ, তাপস পাল, মহুয়া ৰায়চৌধুৰী আৰু অনেক। অসমৰ নাট্যৰসিক কলিকতালৈ গৈ তাৰ থিয়েটাৰ উপভোগ কৰি পৰম উপকৃত হৈছিল। লক্ষ্যধৰ চৌধুৰী, কমল নাৰায়ণ চৌধুৰী, চন্দ্ৰ ফুকন, প্ৰবীণ ফুকন, সত্যপ্ৰসাদ বৰুৱা, গিৰিশ চৌধুৰী, অনিল চৌধুৰী, ফণী শৰ্মা প্ৰভৃতি থিয়েটাৰ প্ৰেমী লোক সকলৰ কলিকতাৰ পেশাদাৰী মঞ্চত থিয়েটাৰ চোৱা চখ্ আছিল অধিক। মই চাইছিলো প্ৰায়ে। ভাল লাগিছিল থিয়েটাৰৰ অভিনয় দেখি। কাহিনী আৰু আংগিক দুয়োদিশতে এই থিয়েটাৰ আছিল দৰ্শকক মুগ্ধ কৰিব পৰা আকৰ্ষণ। প্ৰত্যেকজন অভিনেতা অভিনেত্ৰী থিয়েটাৰ বিষয়ত পাকৈত আছিল। ছিৰাজোদ্দৌলা, ছাজাহান, জতায়ু, জলসাঘৰ, কেণাৰাম বেচাৰাম, সেঁতু, তিতাচ, একটি নদীৰ নাম, সীতা, ক্ষুধা, জালিয়ানওয়ালাবাগ, লৌহকপাট, মানসকন্যা প্ৰভৃতি নাটক চোৱা সৌভাগ্য মোৰ ঘটিছিল কলিকতাৰ প্ৰবাসী জীৱনত। নাট্যকৰ্মৰ লগত বঙালী কলামোদী দৰ্শকৰ পৰিচয় কিমান অন্তৰংগ, সেই কথা উপলব্ধি কৰিছিলো। পেচাদাৰী নাটকৰ মাজতো এটা তীব্ৰ প্ৰতিযোগিতা থাকে। নাটকৰ গঠন কৰ্মৰ লগত নাটকৰ আদৰ নিৰ্ভৰ কৰে। নাট ৰচনা, নিৰ্দেশনা আৰু অভিনয় পদ্ধতিত কলিকতাৰ পেচাদাৰী মঞ্চবোৰে বিশেষ যত্ন লোৱা চকুত পৰে। আজি কালি কেইবাটাও নতুন কাৰুকাৰ্যৰে পৰিপূৰ্ণ আধুনিক মঞ্চ কলিকতাত স্থাপিত হৈছে। এই বোৰত দৰ্শকে নতুনত্বৰ সোৱাদ উপভোগ কৰিব পাৰে। ইয়াৰ তুলনাত অসমৰ নাট্যকৰ্ম বহুত পিচ পৰা। বৃহত্তৰ অসমৰ সামাজিক জীৱন নাটকে যথাৰ্থ ভাৱে প্ৰতিফলিত কৰা নাই। জাতিৰ নিজস্ব বৈশিষ্ট্য নাটকৰ মাজেদি ফুটি ওলালে দৰ্শকে তৎকালীন পাৰিপাৰ্শ্বিক আৰু ৰাজনৈতিক অৱস্থাৰ কৰ্মকাণ্ড জানিব পাৰিব। কলিকতাৰ নাট্য পৰিবেশত আছে মননশীল দৰ্শন আৰু সামাজিক জীৱনৰ প্ৰতিৰূপ দৃশ্য। নাটকত বিষয় আৰু ভংগীৰ বৈচিত্ৰ্যই বঙলা নাট্যক্ৰিয়াক নিশ্চিত ভাৱে চহকী আৰু প্ৰাসংগিক কৰি তুলিছে।

কলিকতা বিশ্ববিদ্যালয়ত গ্ৰন্থাগাৰ বিজ্ঞানৰ স্নাতকোত্তৰ পাঠ্যক্ৰমত ভাৰতীয় সাহিত্যৰ এখন পেপাৰ আছে। ভাৰতীয় সাহিত্যৰ লগতে সমীক্ষাত্মক জ্ঞান লাভৰ

বাবে বিশ্বসাহিত্যৰো কিছুমান বছা বছা কিতাপৰ পাঠ অন্তৰ্ভূক্ত কৰা হৈছে। আমাক এই বিষয়ত অধ্যাপক ড" নীহাৰ ৰঞ্জন ৰায়ে ক্লাচ লৈছিল। অধ্যাপক ৰায় বঙলা সাহিত্যৰ এগৰাকী শীৰ্ষ স্থানীয় ব্যক্তি। বিস্তৰ পঢ়া শুনা আছে। তেখেতৰ অন্যতম গ্ৰন্থ 'বাঙ্গালীৰ ইতিহাস' বঙলা জাতিৰ সংস্কৃতি আৰু ঐতিহ্য বিষয়ক সু-প্ৰসিদ্ধ বৃহৎ আকাৰৰ গ্ৰন্থ। তেখেত দেখাই শুনাই যেনে ধৰণৰ মোহনীয় কথা ৰতৰা আৰু বাগ্মিতাতো সমানে পৰিপক্ক। সুন্দৰ ইংৰাজীৰে সংক্ষেপে ভাৰতীয় সাহিত্য আৰু বিশ্ব সাহিত্যৰ লগত আমাক পৰিচয় কৰাই দিছিল, টোকাও দিছিল। নীহাৰ বাবুৰ অধ্যাপনাৰ ৰীতি আৰু পদ্ধতি আছিল বৈশিষ্টপূৰ্ণ। তেখেতে যেতিয়া পঢ়ায় আমি খুউব মনোযোগেৰে শুনিছিলো। মোৰ পৰবৰ্তী কালত এই বিদ্ধান অধ্যাপক গৰাকীৰ পাঠদানে বহুল পৰিমানে সাহিত্যৰ প্ৰতি অনুৰাগ বৃদ্ধি কৰিছিল। যদিও শিক্ষণীয় বিষয়সমূহৰ ওপৰতে তেখেতৰ মূলপাঠ সীমিত আছিল তথাপিও তেখেতে সাহিত্য প্ৰসংগত বহুতো ওপৰঞ্চি মন্তব্য ৰাখি গৈছিল, যিবোৰ আমাৰ বাবে ৰসময় আৰু ব্যঞ্জনাময়। উদাহৰণ স্বৰূপে তেখেতে উল্লেখ কৰিছিল, কেনেকৈ পাশ্চাত্য পণ্ডিত সকলে ভাৰতীয় সাহিত্যৰ গৱেষণা আৰু ঐতিহাসিক আঁতিগুৰি বিচাৰ কৰাৰ অভিনৱ প্ৰচেষ্টা হাতত লৈ আমাৰ ভাষা সাহিত্যৰ গভীৰতা বৃদ্ধি কৰিছিল। নবজাগ্ৰত ভাৰতীয় ভাষা-সাহিত্যৰ ওপৰত এই প্ৰচেষ্টা আছিল আলোক সন্ধানী। মোৰ স্মৃতিপটত অধ্যাপক নীহাৰ ৰঞ্জন ৰায়ৰ প্ৰতিচ্ছবি কোনো কালে মছিব নোৱাৰি।

লাইব্ৰেৰী বিজ্ঞানৰ বিষয়ে বহুতো বিষয় পঢ়িব লগা হৈছিল। এবছৰীয়া পাঠ্যক্ৰমত বৰ্গীকৰণ, সূচীকৰণ, গ্ৰন্থ নিৰ্বাচন গ্ৰন্থ বৰণ, পুনৰ্নিৰিক্ষণ, সঞ্চালন, অনুলয় শিক্ষা (Reference) প্ৰদৰ্শন, সংৰক্ষণ, দান গ্ৰহণ আদিৰ লগতে গ্ৰন্থ বিষয়ৰ সকলো সংক্ৰান্ত বিষয়ৰ নিৰ্দিষ্ট পাঠ্যক্ৰম অধ্যয়ন কৰিব লগা হৈছিল। গ্ৰন্থালয় সঞ্চালন এটা কঠিন বিষয়। Organisation (সংগঠন) আৰু administration (পৰিচালনা) পদ্ধতিৰ ওপৰতে গ্ৰন্থালয়ৰ স্থিতি নিৰ্ভৰ কৰে। বিৰাট জ্ঞান সাগৰৰ প্ৰকাশিত তথ্যক গ্ৰন্থাগাৰ সেৱাৰ যোগেদি সহজলভ্য কৰা সহজ কথা নহয়। প্ৰয়োজনীয় তথ্য সৰবৰাহ, আৰু প্ৰয়োজনীয় বিষয় সমূহৰ বৰ্তমানলৈকে প্ৰকাশ পোৱা সকলো তথ্যৰ সন্ধান মজুত ৰখা আৰু পঢ়ুৱৈ সমাজক প্ৰয়োজনবোধে সেইবোৰৰ যোগান ধৰা গ্ৰন্থাগাৰৰ মূল উদ্দেশ্য। আমাক এবছৰীয়া পাঠ্যক্ৰমত বিশেষজ্ঞ সকলে এইবোৰ বিষয়ত পাঠদান দিব লগা হৈছিল। ৯০০ নম্বৰৰ পাঠ্যক্ৰম লওতে মই যথেষ্ট পঢ়াশুনা কৰিব লগা হৈছিল। লগতে বিদেশী ভাষা এটাও (ইংৰাজীৰ বাহিৰে) লব লগাত পৰিছিল। মই ফৰাচী ভাষাকে বাছি লৈছিলো।

কাকত খনৰ বাবে ৫০ নম্বৰ আছিল। সপ্তাহত দুদিন পাঠদান দিছিলহি এগৰাকী ফৰাচী ভাষী শিক্ষকে (চন্দন নগৰৰ)। ফৰাচী ভাষাটো চহকী। ইংৰাজী ভাষাতকৈয়ো ইয়াৰ সমাদৰ অধিক বুলি শুনিছো। ফৰাচী ভাষাৰ উচ্চাৰণৰ বিশেষত্ব আছে। ফৰাচী স্বৰবৰ্ণ ইংৰাজী স্বৰবৰ্ণতকৈ বেছি শুদ্ধ আৰু সুনিৰ্দিষ্ট। (ee উচ্চাৰণৰ ইংৰাজী হ'ব এনেকুৱা meet ফৰাচীত ee উচ্চাৰণ হ'ব Mise (Meez)। ব্যঞ্জনবৰ্ণবো উচ্চাৰণ সুস্পষ্ট আৰু তীক্ষ্ণ (clear & sharp) ফৰাচী ভাষাত সকলো বৰ্ণৰ ওপৰত জোৰ দি উচ্চাৰণ কৰা হয়। উদাহৰণ - ইংৰাজী শব্দ comfortable উচ্চাৰণ কৰোতে মাত্ৰ com শব্দটোৰ ওপৰত জোৰ দিয়া হয়, বাকীখিনিৰ উচ্চাৰণ অস্পষ্ট ভাৱে কোৱা হয়। কিন্তু ফৰাচীভাষা comfortable শব্দটোৰ উচ্চাৰণ সু স্পষ্ট Kohn-fawr-tabl। আমাক ফৰাচী শিক্ষক জনে ফৰাচী ভাষাত উচ্চাৰণৰ প্ৰাধান্য কিমান জৰুৰী , সেই বিষয়ে পাঠ দিছিল। আৰু এটা বিশেষত্ব উনুকিয়াইছিল - বিশেষণৰ ক্ষেত্ৰত। ইংৰাজী ভাষা the প্ৰয়োগ কৰা হয় সকলো বিশেষ্য পদত পুংলিংগ স্ত্ৰীলিংগ, একবচন, বহুবচন যিয়েই নহওক-উদাহৰণ ইংৰাজী the man, the woman, the pen, the books etc. etc.

কিন্তু ফৰাচী ভাষাত the ৰ ব্যৱহাৰত পাৰ্থক্য আছে। যেনে le (ব্যঞ্জনবৰ্ণৰে আৰম্ভ পুংলিংগ শব্দ le pire-the father স্ত্ৰীলিংগ বুজোৱা শব্দৰ ক্ষেত্ৰত la হব। যেনে la mire - the mother lis (lay) ব্যৱহাৰ হয়-উভয় লিংগ বাচক শব্দত। যেনে - les livres - the books কিছুমান শব্দ সমষ্টিৰ বিষয়ে আমি টোকাবহীত লিখি লৈছিলো। এই বোৰ সঘনাই ব্যৱহাৰ হোৱা phrases উদাহৰণ স্বৰূপে -

| | | |
|---|---|---|
| Do you speak | English | Parlez vous anglais? |
| I cannot speak | French | Je ne parle pas Francais |
| Good Morning | Bonjour | |
| Good evening | Bonsoir | |
| Good bye | Au revoir! | |
| Thank you | Merci | |
| Congratulations | Filicitations! (Fay-lee-see-ta-syoha) | |
| Can I help you? | Puis-Je-vous aider? | |
| How are you? | Comment allez-vous? | |
| very well-and you? | Tris bien-et vous? | |

Madme, mademoiselle monsieur

এইবোৰ শব্দৰে ভদ্ৰমহিলা, ভদ্ৰলোক আৰু অবিবাহিতা মহিলাক সম্বোধন কৰা হয়।

এই বোৰ মোৰ বহীত লেখি থোৱা কিছুমান ফৰাচী বাক্য। কিমান শুদ্ধ নাজানো।

অভ্যাস নাথাকিলে কোনো ভাষাকে আয়ত্ত কৰিব নোৱাৰি। প্ৰথমতে মই অলপ অচৰপ জানিছিলো। Je (I) শব্দটো উচ্চাৰণ কৰোতেই মোৰ জিভা খোল নাখাইছিল। বহুত বাৰ অভ্যাস কৰোতে কৰোতে যেনিবা পাৰিলো। ফৰাচী শিক্ষক জনে মোক এই শব্দটো কেইবাবাৰো কবলৈ দিছিল। প্ৰথমতে জিভাত শুদ্ধ উচ্চাৰণ হোৱা নাছিল। মোৰ ভুল উচ্চাৰণত ক্লাছৰ লৰা বিলাকে হাঁহিৰ খোৰাক পাইছিল। ফৰাচী ভাষাটো মনোযোগেৰে শিকিব পৰাহেতেন লগতে কোৱা অভ্যাস থকা হেতেন মই বহুত উপকৃত হলোহেতেন। পৰবৰ্ত্তী কালত পেৰিচলৈ যাওতে এই অভাৱ বাৰুকৈয়ে অনুভৱ কৰিছিলো। তাত ইংৰাজী নচলেই। ইংৰাজী জানিলেও ফৰাচীলোকে নিজৰ ভাষাকহে কবলৈ ভাল পায়। ইংৰাজীত সুধিলে তপৰাই কব Je ne parle vous anglais : I donot speak English গুৱাহাটীত ফৰাচী ভাষা শিকাৰ স্থায়ী কেন্দ্ৰ এটা থকা হলে আমাৰ ছাত্ৰ ছাত্ৰী সকলে উপকাৰ পালেহেতেন।

কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰটো যথেষ্ট টনকিয়াল। কিতাপ পত্ৰৰে চহকী। পঢুৱৈ সকলৰ অধ্যয়ন স্পৃহা দেখিলে বিস্ময় মানিব লাগে। বৃহৎ আকাৰ অধ্যয়ন কেন্দ্ৰটো পুৱা ৯ বজাৰ পৰা ৰাতি ৯ বজালৈকে খোলা থাকে। পঢুৱৈ, গৱেষক, তথ্য সন্ধানী ছাত্ৰ-ছাত্ৰী, অধ্যাপক-অধ্যাপিকাৰে অধ্যয়ন কেন্দ্ৰ ভৰপূৰ। কাৰো মাতবোল শুনা নায়ায়। সকলো অধ্যয়নত ব্যস্ত। গ্ৰন্থাগাৰত দেশী বিদেশী কিতাপ পত্ৰ শৃংখলা ভাৱে ৰেকত সজোৱা আছে। অনেক বিদ্বান ব্যক্তিয়ে তেওঁলোকৰ ব্যক্তিগত পুথিভঁৰাল বিশ্ববিদ্যালয়ক দান দিছে। তাৰে এটা চকুত লগা সংগ্ৰহ হৈছে - 'আশুতোষ সংগ্ৰহ'। চাৰ আশুতোষ মুখোপাধ্যায়ৰ নাম কলিকতা বিশ্ববিদ্যালয়ৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত। তেখেতৰ বদান্যতা বিশ্ববিদ্যালয়খনে বহুত বিষয়ত অগ্ৰণী ভূমিকা লব পাৰিছিল। তেখেতৰ নামতে আশুতোষ সংগ্ৰহ সংৰক্ষিত হৈছে। অনেক বিদ্যান ব্যক্তিয়েই মূল্যবান পুথি বিশ্ববিদ্যালয়ক দান দিছে যিবোৰে গৱেষণা কাৰ্যত সমগ্ৰ ভাৰতবৰ্ষৰ বৌদ্ধিক সমাজক উপকৃত কৰিছে। কব পাৰি যে বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰ, ছাত্ৰ, শিক্ষক, গৱেষক আৰু বাহিৰৰ জ্ঞান পিপাসু লোকসকলৰ বাবে মুকলি আছিল। আজি কালি অৱশ্যে এই অনুষ্ঠানটোত আধুনিককৰণ সংস্থাপিত হৈ বৈদ্যুতিক তথ্য সেৱাৰ যোগে জ্ঞানৰ প্ৰচাৰ নানা প্ৰকাৰে বিস্তাৰিত হৈছে। জ্ঞান আৰু শিক্ষাৰ প্ৰচাৰ বৰ্তমান যুগৰ গ্ৰন্থাগাৰৰ অন্যতম

কৰ্তব্য বুলি স্বীকৃত হৈছে। কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰ সেৰা নিঃ সন্দেহে উচ্চ মানৰ বুলি কব পাৰি। ভাৰতীয় সাহিত্য সংগ্ৰহ হৈছে এই গ্ৰন্থাগাৰৰ বিশিষ্ট আকৰ্ষণ। মই তাৰ মাজত অসমীয়া কিতাপো বিচাৰি পাইছিলো। অৱশ্যে বেছি নহয়। মই প্ৰায়ে এই গ্ৰন্থাগাৰলৈ গৈ পঢ়িছিলো। বিভিন্ন দেশৰ প্ৰকাশিত গ্ৰন্থ পঞ্জী, গ্ৰন্থ সমালোচনা ইয়াত ৰখা হৈছিল। ইংৰাজী বিষয়ৰ গ্ৰন্থৰ সংখ্যা আছিল যথেষ্ট। গ্ৰন্থাগাৰ বিজ্ঞানৰ লগত জড়িত প্ৰায়বোৰ বিষয়ৰ প্ৰেক্টিকেল জ্ঞান আহৰণ কৰোতে কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰটোৰ ভূমিকা আছিল অপৰিহাৰ্য। মই এইবোৰৰ নিজস্ব বৈশিষ্ট্য লক্ষ্য কৰিছিলো আৰু কৰ্ম পদ্ধতি দেখি স্তম্ভিত হৈছিলো। বাস্তৱিক পক্ষে আমাৰ কৰ্চত লাইব্ৰেৰী চায়েঞ্চৰ ব্যৱহাৰিক জ্ঞান Practical knowledge অন্তৰ্ভূক্ত আছিল। ইয়াৰ বাবে নম্বৰ ধাৰ্য কৰা আছিল বাধ্যতামূলক হিচাপে। মই এই ব্যৱহাৰিক জ্ঞান আহৰণ কৰিবলৈ গ্ৰন্থাগাৰৰ বিভিন্ন বিভাগত কামৰ পদ্ধতি সম্বন্ধে বুজ লৈছিলো আৰু নিজেও কাম শিকিবলৈ হাতে-কামে লাগিছিলো। বিভাগীয় কৰ্মীসকলে আগ্ৰহেৰে মোক সকলো কৰ্ম পদ্ধতিৰ বিষয়ে অবগত কৰিছিল। মই উপলব্ধি কৰিছিলো যে এগৰাকী নিষ্ঠাবান, অৰ্হতাসম্পন্ন আৰু উপযুক্ত গ্ৰন্থাগাৰিক হবলৈ তাত্ত্বিক আৰু ব্যৱহাৰিক জ্ঞানৰ উপৰিও প্ৰয়োজন বিশেষ দক্ষতা আৰু পৰিশ্ৰমৰ। মই মধ্যবিত্ত ঘৰৰ লৰা। কষ্টৰ মাজেদি মোৰ জীৱনে গঢ়লৈছে। জীৱিকাৰ বাবে কাম কৰিব লাগিব যেতিয়া মই যি লাইন ধৰিছো তাত মই পৰিশ্ৰম নকৰিলে নহব। এজন দক্ষ লাইব্ৰেৰীয়ান হব লাগিব। মই এখন বৌদ্ধিক সমাজৰ বাবে এই কাম কৰিম, যি সকলে জ্ঞান আৰু তথ্যৰ বাবে গ্ৰন্থাগাৰলৈ আহে, যি সকলে কিতাপ বিচাৰে, কিতাপ পঢ়িব খোজে, যাৰ বাবে কিতাপৰ প্ৰয়োজন আছে। ইয়াৰ বাবে মোক লাগে পুথিভঁৰাল বিষয়ক আধুনিক পদ্ধতিৰ শিক্ষা, লাগে মোক অৰ্হতা সম্পন্ন অভিজ্ঞতা আৰু দৃঢ় মানসিক স্থিৰতা, আগ্ৰহ আৰু কিতাপৰ প্ৰতি প্ৰীতি মধুৰ সম্পৰ্ক! এবছৰ কঠোৰ পৰিশ্ৰম কৰি মই এই ক্ষেত্ৰত উত্তীৰ্ণ হবলৈ সমৰ্থ হলো যেতিয়া সুখ্যাতিৰে 'লাইব্ৰেৰী চায়েঞ্চৰ পষ্ট গ্ৰেজুৱেট ডিগ্ৰী' কলিকতা বিশ্ববিদ্যালয়ে মোক প্ৰদান কৰিলে।

কলিকতা কলা-সংস্কৃতি সাহিত্যৰ বিচিত্ৰ চহৰ। এখন ক্ষুদ্ৰ পৰ্যায়ৰ পৃথিবী বুলিও কব পাৰি। ভাৰতবৰ্ষৰ আনবোৰ ডাঙৰ চহৰত কলিকতাৰ দৰে আমেজ নাই। সকলো ধৰণৰ চৰিত্ৰৰে ভৰপূৰ এই বিচিত্ৰ চহৰ কলিকতা। ইয়াতে আছে আনন্দ, আছে সংগ্ৰাম। হাওড়া ব্ৰিজ, ঘোলা গংগাৰ পানী, বাছ, মিনি বাছ, ট্ৰাম, দোকান-পোহাৰ, মেলা, ৰিক্সাৱালা, লৰি, টেক্সি, ঠেলা, ফেৰিৱালা, ভদ্ৰলোক,

ভিক্ষাৰী, ৰাজনৈতিক সমদল, মেল-মিটিং নানা ধৰণৰ ব্যৱসায় বাণিজ্য, মঠ মন্দিৰ, অফিচ কাছাৰি, ভিন ভিন বাসী লোক, শিক্ষানুষ্ঠান, হস্পিটেল, পূজা-উৎসৱ, কটা-মৰা, দ্বন্দ্ব হাই-কাজিয়া, হা-হুতাশ, হাঁহি তামাছা, খেল ধেমালি, ঠগ-প্ৰবঞ্চক, পকেটমাৰ, বেশ্যালয়, বজাৰ-হাট, সৎ-অসৎ চৰিত্ৰ, পুৰণি ধৰণৰ ঘৰ-বাৰী, নতুনফেশ্যনৰ দালান, মাৰ্কেট, সকলোৰে কলিকতা মহানগৰী ভৰপূৰ। গলি কিমান আছে কোনেও কব নোৱাৰে। গলিৰ দুয়ো কাষে পুৰণা আমোলৰ গৃহস্থ বাড়ী, আলিবাটৰ মধ্য ভাগতে কালীমন্দিৰ, দেৱ দেৱীৰ মন্দিৰ, শনি মন্দিৰ, গণেশ মন্দিৰ। বাহিৰতে খাটিয়া জুড়ি শ্ৰমিকৰ পৰিয়াল। হৈ হৈ কৰি ডেড্ বডি কঢ়িয়াইছে শৱযাত্ৰীয়ে শ্মশান ক্ষেত্ৰলৈ, গঙ্গাত উটাই দিবলৈ। বিৰাট আকাৰৰ বিজ্ঞাপন আৰিছে যতে পায় ততে। কোনো ধৰা বন্ধা ৰীতি নাই। বাড়ীৰ নম্বৰ, গলিৰ নাম, অঞ্চলৰ বিৱৰণ নহলে ঘৰ বিচাৰি পোৱা কঠিন। মন্ত্ৰী সভা, ফুটবল, ক্ৰিকেট, কাৰেণ্ট টপিকচ আদিক কেন্দ্ৰ কৰি গল্প গুজব, তৰ্কাতৰ্কি, কেতিয়াবা মাৰ পিট, মূৰ ফলাফলি, ৰাষ্টা ঘাট, ট্ৰাম বাছ, দোকান পোহৰ সকলোতে হাই-হাল্লা, ঠেলা হেঁচা। কেতিয়াবা মানুহবোৰ ভীষণ চিৰিয়াচ, কেতিয়াবা আক' উৎফুল্ল! টকা পইচা আৰ্জনৰ উপায় অনেক। সুবিধা উলিওৱা বুদ্ধি জানিলেই হয়। সাৱধান নহলে সকলোতে বিপদ, হানি, ক্ষয়-ক্ষতি। দিন ৰাতিৰ মাজত পাৰ্থক্য নাই বুলিয়ে কব পাৰি। কলিকতাৰ নাম বহুতো। ১৯ শতিকাত কলিকতাক City of Palaces বোলা হৈছিল। কবি কিপলিঙৰ বৰ্ণনাত ইয়াক কোৱা হৈছিল City of Joy. ভাৰতৰ প্ৰধান মন্ত্ৰী হৈ থকা সময়ত ৰাজীৱ গান্ধীয়ে এই মহানগৰ খনক Dying City (1984-89) বুলিআখ্যা দিছিল। কেনোৱে কৈছিল কলিকতা হৈছে Gateway of Asian tigers (চোকা সমালোচনাৰ বাবে কলিকতীয়া সাংবাদিক প্ৰসিদ্ধ)। উত্তৰ আধুনিক কালত কলিকতাৰ ঠাইত কোলকাটা (Kolkata) নাম দিয়া হৈছে। কলিকতাক বিচিত্ৰ নামেৰে কোৱা উদ্দেশ্য আছিল চহৰখনৰ ঐতিহাসিক আৰু ভৌগলিক বৈচিত্ৰ্যময় গুণ ৰাশিৰ বাবে। ৰাজ প্ৰাসাদৰ পৰা জুপুৰী ঘৰলৈকে, ধন-সম্পত্তিৰে উভৈনদী চহকী মানুহৰ পৰা দুসাজ খাবলৈ নোপোৱা দীন-দৰিদ্ৰলৈকে, বিলাসী হোটেলৰ পৰা চালি নোহোৱা সস্তিয়া ভোজনালয়লৈকে এই চহৰখনত সৰ্বত্ৰ ভৰি আছে। খালি ঠাই বুলিবলৈ 'গড়েৰ মাঠ' অৱশ্যে নোহোৱা নহয়। কলিকতাৰ গল্প কৈ বোলে শেষ কৰিব নোৱাৰি!

পূৰ্ব ভাৰতবৰ্ষৰ প্ৰধান চহৰ, পশ্চিম বংগৰ ৰাজধানী কলিকতা চহৰ। ইয়াৰ মোহত পৰি যিয়ে এবাৰ সোৱাদ পাইছে তাক কেতিয়াও পাহৰিব নোৱাৰে। চহৰ

খন হুগলী নদীৰ পূব পাৰত অৱস্থিত। কলিকতা বাসীৰ দুখ যে ১৯৪৭ চনত ভাৰতৰ স্বাধীনতা আৰু বিভাজনৰ ফল স্বৰূপে বংগদেশৰ হুগলী নদীৰ পশ্চিম পশ্চাদ ভূমি (বৰ্তমান বাংলা দেশৰ বৃহৎ অংশ) এৰি দিব লগা হল, ফলত তিনিশ বছৰৰো অধিক পুৰণি চহৰ খনে নিজৰ ভৌগলিক গঠন বহুত পৰিমাণে সংকুচিত কৰিব লগা হলত কলিকতা মহানগৰী ১০৪ বৰ্গ কিলোমিটাৰলৈ (নতুন চামিলকৰণ বাদ দি) হ্ৰাস পালে। ১৯৪৭ ৰ হিন্দু শৰণাৰ্থীৰ সোঁত ববলৈ ধৰাত কলিকতা মহানগৰীৰ জনসংখ্যা দ্ৰুত গতিত বৃদ্ধি পাবলৈ ধৰিলে। সেই অনুপাতে মুছলমান লোকৰ প্ৰব্ৰজন (পূব পাকিস্তানলৈ) আছিল কম সংখ্যক। পশ্চিম বংগ ৰাজ্যত বিভাজনে বহুতো বিপৰ্যয় আনিছিল। সাম্প্ৰদায়িক সংঘৰ্ষ (১৯৪৬) আছিল এটা শোকাবহ অৱস্থা। আনটো আছিল অৰ্থনৈতিক সংকট। এটা গীতত আছে -

সাত লাখ গ্ৰাম হল শ্মশান, গায় কংকাল মৃত্যুর গান।
মরা ধান খেতে খাঁ খাঁ করে খর রৌদ্রের যাগ্।।
সরকার করে ধান সংগ্রহ, তারি নামে চলে নীতি নিগ্রহ।
রক্ষণ ছলে, ভক্ষণ করে রক্তশোষণই কাজ (অনিল রায়-নেতাজীর ডাক)

হিন্দু শৰণাৰ্থীৰ অৱস্থা হৈ পৰিছিল অন্ধকাৰময়।

ঘর নাই গো, ভূমি নাই
আজকে মোরা বাস্তু হারা।
কোথা হতে এলো যে ঝড়
হলাম ভিটেমাটি ছাড়া।।

কলিকতা চহৰৰ পূৰ্ববংগৰ শৰণাৰ্থীয়ে মনত পেলায় অতীত হৈ যোৱা, অন্ধকাৰত বিলীন হৈ যোৱা এই দুখৰ কাহিনী। আজিও তেওঁলোকৰ কাণত বাজে সেই নিদাৰুণ ভাৰত বিভাজনৰ বজ্ৰাঘাত। সান্ত্বনাহীন, অশান্ত হাহাকাৰ। 'ঘৰছাড়া পথবাসী'! অৰ্থনৈতিক দিশত পশ্চিম বংগই হেৰুৱালে মৰাপাটৰ বৃহৎ ব্যৱসায়। মৰাপাটৰ কল বন্ধ হোৱাত উদ্যোগটোৱে অৰ্থ বিনিয়োগত ক্ষতিগ্ৰস্ত হল। যি কলিকতাই (পশ্চিম বংগ) ১৯৫০ চনলৈকে ভাৰতবৰ্ষৰ ভিতৰতে অৰ্থনৈতিক ক্ষেত্ৰত উচ্চ স্থান অধিকাৰ কৰি গৌৰৱ লাভ কৰিছিল, দেশ বিভাজনৰ পাছত ইয়াৰ পৰিবৰ্তন ঘটিল। উদ্যোগৰ লেখ (Graph) নিম্নমুখী হল। দিল্লী, মুম্বাই আৰু চেন্নাই আদি চহৰত উদ্যোগিক বিকাশ উৰ্দ্ধগামী হল। এসময়ত ইংৰাজ শাসনৰ কালত ভাৰতৰ ৰাজধানী ৰূপে কলিকতাই যশস্যা লভিছিল। পাছত ভাৰতৰ

ৰাজধানী ১৯১২ চনত দিল্লীলৈ স্থানান্তৰ হ'ল। বংগদেশৰ লোক সকলে আজিও কলিকতাৰ এই পুৰণা কাহিনীবোৰ কৈ দুখ কৰে। এই বিষয়ক কেন্দ্ৰ কৰি বঙলা ভাষাত কিতাপ ওলাইছে। সেইবোৰত কলিকতা চহৰৰ ইতিহাস লিপিবদ্ধ হৈছে। ড° নীহাৰ ৰঞ্জন ৰায়ৰ বাঙালীর ইতিহাসত এনে বিৰৰণ পঢ়িবলৈ পাইছিলো। উল্লেখ কৰা সমীচীন হব যে বাঙালী জাতিৰ 'আত্মসন্মান' অতি সচেতন। তেওঁলোকৰ আচৰণ, ভাব ভংগী কথাবাৰ্তা, গল্প কবিতা উপন্যাস প্ৰৱন্ধ সকলোতে এই সচেতনতা চকুত পৰে। নিজ জাতিৰ প্ৰতি থকা আকৰ্ষণ বাস্তৱিকতে এটা প্ৰয়োজনীয় জাতীয়তাবোধ। অসমীয়া জাতীয়তাবোধ এনে এটা আত্ম সন্মান ভাৱেৰে অৰ্পিত হোৱাহেতেন আমি আনন্দিত হলোঁহেতেন। আজি অসমীয়া কোন? এনে প্ৰশ্ন উঠাৰ প্ৰয়োজন নিতান্তই দুৰ্ভাগ্যজনক। এই ব্যাখ্যা কেতিয়াবাই অসম সাহিত্য সভাই স্পষ্ট ভাষাৰে কৈ থৈছে। কবিগুৰু ৰবীন্দ্ৰ নাথো আছিল নিজ জাতি ভাষা সংস্কৃতিৰ প্ৰতি সচেতন ব্যক্তি। এনে প্ৰীতি তেওঁৰ সুদীৰ্ঘ জীৱন কালত নানা ভাৱে প্ৰকাশ পাইছিল। নিখিল বিশ্ব দৰ্শনৰ লগতে ৰবীন্দ্ৰ নাথে বংগ বাসীক আত্মোপলব্ধিৰ বাণীৰে জাতীয়তাবোধৰ দিব্য গুণাৱলী শ্ৰৱণ কৰাইছিল। বনফুল ৰচিত ৰবীন্দ্ৰ জন্ম শতবাৰ্ষিকী উপলক্ষে পঠিত ৰবীন্দ্ৰ নাথেৰ আত্ম সন্মান নামৰ প্ৰৱন্ধটোত আছে -

'ভারতের সভ্যতাকে ভারতের বৈশিষ্ট্যকে ভারতের সমগ্রতাকে, ভারতের ভাব বিগ্রহকে তিনি সারাজীবন নানাভাবে বন্দনা করিয়াছেন; কিন্তু তাই বলিয়া তিনি নিজকে বাঙালী বলিয়া পরিচয় দিতে কথনও কুণ্ঠিত হন নাই। তিনি উচ্ছ্বসিত কণ্ঠে গাহিয়াছেন -

ও আমার সোনার বাংলা আমি তোমায় ভালবাসি
তোমার আকাস, তোমার বাতাস আমার প্রাণে বাজায় বাঁশি।

বাংলাৰ মাটি বাংলার জল বাংলার বায়ু বাংলার ফল
পূণ্য হউক, পূণ্য হউক, পূণ্য হউক হে ভগবান।
বাংলার ঘর, বাংলার হাট বাংলার বন বাংলার মাঠ
পূণ্য হউক, পূণ্য হউক, পূণ্য হউক হে ভগবান।
বাঙালীর পণ বাঙালীর আশা, বাঙালীর কাজ, বাঙালীর ভাষা
সত্য হউক, সত্য হউক, সত্য হউক হে ভগবান।
বাঙালীর প্রাণ, বাঙালীর মন, বাঙালীর ঘরে যত ভাইবোন

এক হউক, এক হউক, এক হউক হে ভগবান।

শুধু বাংলার প্রকৃতিকেই নয় বাংলার ছেলেকে, বাংলাৰ মেয়েকে, বাংলার সমাজকে, বাংলার নেতাকে, বাংলাৰ বাউলকে, বাংলার কীর্তনকে বাঙালী-প্রতিভার বৈচিত্র্যকে তিনি সগৌরবে তাহার সাহিত্য-কৃতির মধ্যে স্থান দিয়াছেন।

অসমতো এদিন অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে উচ্চস্বৰে কৈছিল -

বীৰ বেশেৰে ধৰ্ আৰু ধৰ,
জাতিৰ জীৱন কৰ মনোহৰ।
সাৰি-পুছি চুকে কোণে
য'ত যি আছে জাহি-জাৱৰ
নহলে যে বিশ্ব সভাত নহব তোৰ বহাৰ ঠাই।

"দেশখন গেল, কিবা এটা কৰ।" (উদ্ধৃতি)

বঙালী সকল য'তেই নাথাকক, নিজৰ মৰ্যাদাবোধৰ প্ৰতি তেওঁলোক সৰ্বদা সচেতন। আনফালে আমি অসমীয়া সকলে আত্মৰক্ষা, আত্ম পৰিচয়, আত্ম সন্মান এই সকলোবোৰৰ বিষয়ত উদাসীন। ৰাজনীতিৰ ক্ষেত্ৰটো আমি দিল্লী দৰবাৰৰ অনুগ্ৰহ প্ৰাৰ্থী। এদল স্তাবকৰ দলে, মতলব থকা ভাৰৰীয়াই আমাক নিয়ন্ত্ৰণ কৰিছে। আমি মেৰুদণ্ড পোন কৰি প্ৰতিবাদ কৰিবলৈ সাহস গোটাব পৰা নাই। আমাৰ জাতীয়তাবোধক আঞ্চলিকতা বাদ বুলি গালি গালাজ দিছে; আমি ইয়াৰ বিৰুদ্ধে এক গোট হৈ প্ৰত্যাহবান জনাব পৰা নাই।

কলিকতাৰ অভিজ্ঞতা মনত পেলালে অসম দেশ খনৰ ব্যৰ্থতাৰ ছবিখন চকুৰ আগত ভাহি উঠে। সম্ভৱ স্মৃতি হৈছে একমাত্ৰ শান্ত্বনাৰ উপায়। কলিকতাৰ গ্ৰন্থজগত খন মই পাহৰিব নোৱাৰো। গ্ৰন্থ হৈছে নিৰ্জনৰ প্ৰিয় লগৰীয়া, অন্তৰংগ বন্ধু। বঙালী শিক্ষিত সমাজখনৰ গ্ৰন্থৰ আদৰ অনিবাৰ্য ভাৱে দৃষ্টান্ত স্বৰূপ। ইমানবোৰ কিতাপৰ দোকান অন্য ভাৰতীয় চহৰত হয়তো নোলাব। অলিয়ে গলিয়ে সৰু ডাঙৰ কিতাপ আলোচনীৰ দোকান। কেণ্টিনৰ পৰা আৰম্ভ কৰি কলেজ বিশ্ববিদ্যালয়, অনুষ্ঠান প্ৰতিস্থান সকলোতে অধ্যয়ন আলাপ আলোচনা, গল্প গুজব থাকেই। আগতেও আছিল, আজিও আছে। ডাঙৰ ডাঙৰ কিতাপৰ দোকানবোৰে (মেকমিলান্, অক্সফোৰ্ড, ৰূপা, ইউ. বি. এছ, এছ চান্দ এণ্ড চনচ্, পেংগুইন, ওৰিয়েণ্টলংমেন, বিকাশ পাব্লিচিং হাউচ, অক্সফোৰ্ড বুক এণ্ড ষ্টেচনেৰি, মদাৰ্ণ বুক

ডি'পো, ইউনাইটেড পাব্লিচাৰ্চ আদি) ইয়াৰ বাহিৰেও আছে নেশ্যানেল লাইব্ৰেৰী, আমেৰিকান লাইব্ৰেৰী (ইউ. এচ. আই এচ) বৃটিছ কাউন্সিল লাইব্ৰেৰী, এচিয়াটিক চোচাইটি লাইব্ৰেৰী, সংস্কৃত গ্ৰন্থালয় প্ৰভৃতি। মোৰ মনত সাঁচ বহুওৱা কলেজ ষ্ট্ৰীটত অৱস্থিত শাৰী শাৰী বঙলা কিতাপৰ দোকান বোৰ। লগতে আলিবাটৰ পুৰণি আৰু দুস্প্ৰাপ্য কিতাপৰ দোকানবোৰ। দোকান নহয় যেনিবা কিতাপৰ মেলাহে। কলেজ ষ্ট্ৰীট আৰু প্ৰেসিডেন্সীকলেজৰ তলৰ ফুটপাথত থকা কিতাপৰ বজাৰ খন অনেক কাল ব্যাপি চলি আছে। গ্ৰাহকৰ সমাগমো যথেষ্ট। পুৰণি আৰু পাবলৈ নোহোৱা অলাগতিয়াল বুলি ভবা কিছুমান কিতাপৰ হঠাতে প্ৰয়োজন হৈ পৰে। কলেজ ষ্ট্ৰীট মাৰ্কেট খনৰ কথা যি সকলে জানে সেই সকল অনুসন্ধিৎসু পাঠকে ইয়ালৈ আহি পুৰণি কিতাপবোৰ চকু ফুৰাই, লিৰিকি বিদাৰি মহাতৃপ্তি অনুভৱ কৰে। গুৱাহাটীৰ পৰা ড°প্ৰফুল্ল দত্ত গোস্বামী চাৰে এখন পোষ্ট কাৰ্ড পঠাইছিল মোলৈ। তাত তেখেতে এটা কাম কৰাৰ বাবে অলপ সহায় বিচাৰিছিল ঃ লেখিছিল ' ... তুমি কলেজ ষ্ট্ৰীটৰ কাষতে থাকা। এটা পাক মাৰি পুৰণি কিতাপৰ দোকান বোৰত চাবাছোন - আনন্দ ৰাম ঢেকিয়াল ফুকনৰ "অসমীয়া ল'ৰাৰ মিত্ৰ' আৰু লগতে 'অৰুণোদয় সংবাদ পত্ৰ'ৰ কপি পোৱানে কি? প্ৰথম খন ১৮৪৯ চন মানত কলিকতাত ছপা হৈছিল। — এটা কাম হাতত লৈছো। পিচত গম পাবা। যি খৰচ লাগে মই তোমালৈ পঠাই দিম। হেলা নকৰিবা। ইতি —

মই কলেজ ষ্ট্ৰীট মাৰ্কেটৰ চোতালত বহা পুৰণি কিতাপৰ দোকান বোৰত আবেলি পৰত কেইবা দিনো ঘূৰিলো। এই দোকান বোৰ ভালেমান পৰলৈকে চলে। গেছ লাইট জ্বলাই লয়। বিক্ৰেতা সকলে সুধিছিল, 'কি চাই? চব কিতাপ আছে। নামটা বলুন। নামটো এডোখৰ কাগজত লিখি নিছিলো। দেখুৱাই দিয়াত বিক্ৰেতাই সমুখত মেলি থোৱা কিতাপবোৰ চাই মূৰ জোকাৰি কলে চৰি; নেই বাবু আমাৰ ষ্টকে নেই আপনাৰ এই বয়। অন্য খানে দেখুন"। মই কেইবা খনো দোকানত চালো। কোনো খন ষ্টলতে চাৰে বিচৰা কিতাপ নাপাই হতাশ হলো। "চব বই আছে" বোলা কথাষাৰত মই আশাৰ ৰেঙনি দেখা পাইছিলো। এই বোৰ বাহিৰৰ ফুট পাথৰ দোকান। পঢুৱৈৰ আগমন দেখি তবধ মানিছিলো। ১৮ শতিকাৰো দুস্প্ৰাপ্য কিতাপ ইয়াত হঠাতে চকুত পৰে। বিক্ৰেতা সকলে এইবোৰ পুৰণি কিতাপ আলোচনী কেনেকৈ সংগ্ৰহ কৰি আনে ৰহস্যৰ কথা। মাও চে তুং, কালমাৰ্ক্স, লেলিন, হাৰবাৰ্ড ৰীজ, জয়পুৰ ৰেকৰ্ড, এ বায়োগ্ৰাফিকেল ডিক্সনেৰি অৱ ঔৰংজেবচ লেটাৰ ৰূল (A Biographical Dictionary of Aurangzeb's later

rule.) দ্য বৰ্ল্ড অব হোমিঅ'পেথি (The world of Homeopathy), Hindi Fiction: Premcand 1880-1946, ঐতিহাসিক ৰহস্য, ৰামদাস সেন প্ৰভৃতি পুৰণি কিতাপ এইবোৰ ফুট পাথৰ দোকানত বিক্ৰী হয়। পৰবৰ্ত্তী চাকৰি কালত মই ঘনাই কলিকতালৈ যাব লগা হৈছিল। তাতে নেশ্যনেল লাইব্ৰেৰীৰ গভৰ্ণিং কাউন্সিলৰ মেম্বাৰ হোৱাৰ বাবে যোবাটো জৰুৰী আছিল। পাছত কলেজষ্ট্ৰীট মাৰ্কেটৰ ফুট পাথৰ দোকান বোৰত বায়ৰণৰ সমগ্ৰ ৰচনা (Byron's complete works with colour plates of Don Juan) বিচাৰি যাওতে দেখিলো পুৰণি দুস্প্ৰাপ্য গ্ৰন্থবোৰৰ লগতে সজোৱা আছে স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীৰ বাবে বিভিন্ন বিষয়ৰ সহায়ক পুথি, মেড ইজি ধৰণৰ। কম্পিউটাৰ চায়েন্সৰ সস্তিয়া কিতাপ আৰু কমিক ভাগ্য নিৰ্ণয়ক গননা পুথি, গোৱেন্দাগিৰী কিতাপ কিছুমান। বুজিলো মানুহৰ বুদ্ধি মত্তা কোন ফালে ধাবিত হবলৈ আৰম্ভ কৰিছে? আগতে এইবোৰ ফুটপাথৰ দোকানতে আজিৰ ৫০০ টকাৰ মূল্যবান গ্ৰন্থ অতি বেছি দহ টকাতে পোৱা গৈছিল। আজি কিতাপৰ মূল্য বহুগুণে বৃদ্ধি পাইছে।

কলিকতা হৈছে কিতাপ পঢ়ুবৈৰ চহৰ। লাইব্ৰেৰী, কিতাপৰ দোকান, অনুষ্ঠান মেলা, গ্ৰন্থ উন্মোচন সভাবোৰলৈ গলে এটা অধ্যয়ন পুষ্ট পৰিবেশৰ উমান পাব পাৰি। কিতাপ পঢ়িবলৈ আগ্ৰহ প্ৰবল হলেও কিতাপ ক্ৰয় কৰাৰ অন্তৰায় হৈছে কিতাপৰ বৰ্দ্ধিত মূল্যৰ পৰিমাণত। মধ্যবিত্ত শ্ৰেণীয়েই সাধাৰণতে অধিক পঢ়ুৱৈ শ্ৰেণীৰ ভিতৰত পৰে। কিন্তু সকলোৰে কিতাপ কিনি পঢ়া সামৰ্থ নাই। সেইবাবে তেওঁলোকে লাইব্ৰেৰী আৰু গ্ৰন্থ পঢ়িবলৈ পোৱা অনুষ্ঠান সমূহক অধ্যয়নৰ কেন্দ্ৰ ৰূপে বাচিলয়। কিছুমান অনুষ্ঠান আছে যিবোৰত গ্ৰন্থ অধ্যয়ন আৰু তথ্য সংগ্ৰহৰ সুবিধা আছে। ৰাম কৃষ্ণ আশ্ৰম, ৰবীন্দ্ৰ সদন, এচিয়াটিক ছোচাইটি, বিড়লা ইন্সটিটিউট, নানা ধৰণৰ ব্যৱসায়িক, বৈজ্ঞানিক, কাৰিকৰীক অনুষ্ঠান প্ৰতিষ্ঠান, পৰ্যটক বিভাগ, প্ৰভৃতি অনেকৰ নাম লব পাৰি যিবোৰত তথ্য আৰু জ্ঞান আহৰণৰ সুবিধা আছে। এইবোৰত পঢ়ুৱৈৰ সমাগম যথেষ্ট বেছি। সা-সুবিধাও অনেক। বিদেশী ৰাষ্ট্ৰ সমূহৰো তথ্য কেন্দ্ৰ বোৰে গ্ৰাহকক প্ৰয়োজনীয় তথ্য-পাতিৰে সেৱা আগবঢ়ায়। এনে এটা অনুষ্ঠানৰ লগত মোৰ আত্মীয়তা গঢ়ি উঠিছিল যিটো 'বৃটিছ কাউন্সিল লাইব্ৰেৰী' নামে সুপৰিচিত। বৰ্তমান এই অনুষ্ঠান কলিকতাৰ মধ্যভাগৰ ৫ শেইক্সপীয়েৰ শৰণীত অৱস্থিত। গ্ৰন্থ প্ৰেমী সকলৰ বাবে বৃটিছ কাউন্সিল লাইব্ৰেৰী (চমুকৈ BCL) এটা প্ৰিয় সাহিত্য চ'ৰা। বহুতৰ বাবে মিলন ক্ষেত্ৰ। এই অনুষ্ঠানৰ লগত মোৰ কলিকতীয়া প্ৰবাসী জীৱনৰ মিঠা স্মৃতি সোমাই আছে। মই থকা

দিনত BCL বহুত পৰিবৰ্তন হ'ল। বহুত উন্নতি ঘটিল। পুথিভঁৰাল সেৱাত আধুনিক পদ্ধতিৰে পৰিপক্ক কম্পিউটাৰ সা-সুবিধা প্ৰবৰ্তন হ'ল। ব্যস্ততা পূৰ্ণ, কোলাহল কলিকতা চহৰৰ মাজ মজিয়াত এনে এখন ব্যস্ত, সংগতি পূৰ্ণ অধ্যয়ন ক্ষেত্ৰ থকাটো নেদেখিলে বুজিব নোৱাৰি। শীত তাপ মান অধ্যয়ন কক্ষত সোমালেই গা-মন জুৰ পৰি যায়। মই পাছত অনেক বাৰ এই অনুষ্ঠানৰ লগত পুথিভড়াল সংক্ৰান্তত যোগাযোগ ৰক্ষা কৰি ঘৰুৱা হবলৈ সুবিধা পাইছিলো। এই বিষয়ে মোৰ চাকৰি জীৱনৰ আলোচনাত কবলৈ যত্ন কৰিম। এই বিষয় প্ৰসংগ এতিয়া উল্লেখ কৰিলো- এই বাবেই যে কলিকতাৰ মধ্যবিত্ত শ্ৰেণীৰ বাবে কিতাপ পঢ়াটো এটা দৈনন্দিন অভ্যাস। অভাৱ অনাটন, দুৰ্যোগ, অসুবিধা থকা স্বত্তেও তেওঁলোক কিতাপৰ ক্ষুধিত পঢুৱৈ। তেওঁলোকৰ মানসিক স্পৃহা, জ্ঞানলিপ্সা পূৰণ কৰিবলৈকে পুথিভঁৰাল সেৱা কলিকতাৰ আশে -পাশে প্ৰসাৰিত হৈছে।

কলিকতাত মোৰ দুখৰ দিন অতিবাহিত হৈছিল। অৰ্থ সংকটত পৰি মোৰ মানসিক অৱস্থা অস্থিৰ হৈ পৰিছিল। ঘৰৰ পৰা পঠোৱা নাম মাত্ৰ পইচা কেইটাৰে কলিকতা চহৰত থকা কিমান কষ্টকৰ আছিল আজি ভাবিলে আচৰিত হব লাগে। এনে এটা অৱস্থাতে গুৱাহাটীৰ পৰা বন্ধু প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ পৰা এখন চিঠি পালো। তেওঁ লিখিছিল যে ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ এখন কিতাপ কলিকতাৰ নৱজীৱন প্ৰেছত ছপা হৈ আছে। কিতাপ খনৰ ফাইনেল প্ৰুফ মই চাই দিব লাগে। গুৱাহাটীলৈ পঠাই প্ৰুফ চালে সময় বহুত লাগে। মোক এই কামৰ বাবে মাননি দিব। ড° বৰুৱাৰ ওচৰত মই এনেয়ে ঋণী হৈ আছো মোক লাইব্ৰেৰীচায়েন্স পঢ়াৰ সুযোগটো যোগাৰ কৰি দিয়াৰ বাবদ, এতিয়া প্ৰমোদ ভট্টাচাৰ্যই এই কামটো কৰাত মই নথৈ উৎসাহ বোধ কৰি মান্তি হলো। পিচদিনাই ৬৬ গ্ৰেষ্ট্ৰীটত থকা নৱজীৱন প্ৰেছ পালোগৈ। মালিক শ্ৰী কালীচৰণ পাল মহাশয় বয়সস্থ মানুহ। মোৰ লগত কথা বতৰা পাতি মোৰ ঠিকনা পাতিলৈ বিদায় দিলে। কলে, প্ৰফেচাৰ বৰুৱাৰ লগত যোগাযোগ কৰি মোলৈ প্ৰুফ পঠাব। মই চাহ জলপান খাই বিদায়লৈ হোষ্টেল পালোহি। প্ৰেছৰ মালিকজন ভদ্ৰলোক। কথা কম কয়। অসমৰ লগত ব্যৱসায়িক সম্পৰ্ক আছে বহুদিনৰে পৰা। লয়াৰ্ছৰ প্ৰায়বোৰ কিতাপ তেওঁৰ প্ৰেছতে ছপা হয়। পালে নিজেও অসমীয়া কিতাপৰ প্ৰুফচায়। টেবুলতে অভিধান দেখি আহিছিলো। প্ৰায় ১০ দিন মান অপেক্ষা কৰাৰ পাছত মোলৈ নৱজীৱন প্ৰেছৰ পৰা ড°বৰুৱাৰ কিতাপৰ প্ৰুফ আহিল। মানুহ এজনে দি গলহি আৰু কলে যে ৫দিনৰ পাছত তেওঁ আহি প্ৰুফটো লৈ যাবহি। ইতিমধ্যে ড° বৰুৱাৰ লগত পালৰ

মোক প্ৰুফ চোৱা বিষয়ত কথা বতৰা হৈ গৈছে। মই অসমীয়া অভিধান এখন যোগাৰ কৰিলো দিনেশ দত্তৰ যোগেদি। প্ৰুফচোৱা বিদ্যা মোৰ গুৱাহাটীতে আয়ত্ব হৈছিল। এতিয়া কামত লগোৱাত আহুকাল নাপালো। মূল পাঠ লগতে আছেই। তাতে নৱজীৱন প্ৰেছে প্ৰাৰম্ভিক আৰ্হি কাকত চাই পঠাইছেই। গতিকে মই সযত্নৰে ফাইনেল প্ৰুফখিনি চালো। তিনদিনতে শেষ কৰি প্ৰেছৰ মানুহজনলৈ বাট চালো। ৬ দিনৰ মূৰত মানুহজন আহিল আকৌ প্ৰুফৰ বান্দিল এটা লৈ। পুৰণিটো লৈ নতুন খিনি দি গল। এই প্ৰক্ৰিয়াতে মোৰ ফাইনেল প্ৰুফখিনি চোৱা শেষ হল। ড° বৰুৱাৰ কিতাপো ছপা হৈ ওলাল। মই প্ৰমোদ ভট্টক কামটো সমাধা কৰা সংবাদটো চিঠি এখনেৰে জনালো। নৱজীৱন প্ৰেছে মোক আন আন অসমীয়া কিতাপৰো প্ৰুফ চাবলৈ খাটনি ধৰাত মই মান্তি হলো। মোৰ আৰ্থিক অৱস্থা এনে উপাৰ্জনেৰে কিছু উন্নত হ'ল। তাতে আকস্মাৎ বিজ্ঞাপন কোম্পানীৰ মানুহ এজনে মোক নৱজীৱন প্ৰেছৰ পৰা ঠিকনাটো আনি হোষ্টেলত লগ ধৰিলে। তেওঁ কলে যে কিছুমান বিজ্ঞাপন অসমীয়া ভাষাত ওলাব। মই ইংৰাজী অথবা বঙলা বিজ্ঞাপন খিনি অসমীয়া ভাষাত অনুবাদ কৰি দিব লাগে। প্ৰত্যেকটো লাইনত ৫টকাকৈ মাননি দিয়া হব। ভাষা জটিল হব নালাগে, শব্দবোৰ দৃষ্টি আকৰ্ষণৰ অনুভূতি থকা (Catch sight of) হব লাগিব। মই কথা বতৰা পাতি মান্তি হলো। মোৰ পইচাৰ প্ৰয়োজন। এটা সুবিধা ওলোৱাত মনত উৎসাহো জন্মিল। যথা সময়ত মোলৈ বিজ্ঞাপনৰ মানুহ আহিবলৈ আৰম্ভ হল। মই লগে লগে অনুবাদ কৰ্মত হাত দিলো। কেতিয়াবা লগে লগে কেতিয়াবা দুদিনৰ ভিতৰতে মোৰ কাম হৈ যায়। কাম সহজেই। ভাষা সৰল, সহজ আৰু চমকপ্ৰদ হলেই হল। ভুল ভ্ৰান্তি থাকিব নালাগে। কোনটো শব্দত বা বাক্যত গুৰুত্ব দিব লাগে সেইটো বুজিলেই হৈ গ'ল। বিজ্ঞাপন অনুবাদৰ যোগেদি মোৰ আয় বাঢ়িল। মই মোৰ আৰ্থিক সমস্যা চম্ভালিবলৈ সক্ষম হলো। সময় এইবোৰ বিষয়তে অধিক খৰচ হোৱাত মোৰ চিন্তাও বাঢ়িল পঢ়া শুনাক কেন্দ্ৰ কৰি। মই পঢ়িবলৈহে আহিছিলো। পইচা ঘটিবলৈ নহয়। ইফালে ঘৰৰ পৰা বাপদাই 'পঢ়া শুনা কেনে হৈছে, ভালকৈ পঢ়, সময় অপব্যয় নকৰিবি-- ইত্যাদি উপদেশ দি চিঠি সপ্তাহে সপ্তাহে পঠাই আছে। মই ভাবি চিন্তি প্ৰুফ চোৱা কামটো কমাই দিলো। তাতে মোৰ অভাৱ কিছু পৰিমাণে পূৰণ হোৱাত মই শান্তনা লভিলো। এটা কথা বুজিলো যে অধ্যৱসায় থাকিলে সমস্যা সমাধান কৰাত বিশেষ হতাশ হব নালাগে। কলিকতাত অসমৰ বহুতো কাৰবাৰৰ যোগাযোগ আছে। সেইবোৰৰ লগত সম্পৰ্ক স্থাপন কৰিব পাৰিলে হাত খৰচ উলিওৱা বিষয়ত

আশ্বস্ত হব পৰা যায়। কবলৈ পাহৰিছোঁয়ে ড° বিৰিঞ্চি কুমাৰ বৰুৱাই প্ৰমোদ ভট্টৰ যোগেদি তেওঁৰ কিতাপৰ প্ৰুফচোৱাৰ বাবদ এশ টকা মাণি অৰ্ডাৰ যোগে পঠাইদিছিল। নৱজীৱন প্ৰেছৰ পৰাও মই ওপৰঞ্চি ধন লাভ কৰিছিলো। কামবোৰ পাতলাই দিয়াত মই সকাহ পালো। আৰম্ভ কৰিলো মোৰ মূল অধ্যয়নত। ৰাতি বহুত পৰলৈকে হোষ্টেল বোৰত লৰাবোৰে পঢ়া শুনা কৰা অভ্যাস। ময়ো এনে অভ্যাস আৰম্ভ কৰিলো। প্ৰথমতে চকু জাপ খাই গৈছিল। পাছত অভ্যস্ত হৈ পৰিছিলো ৰাতি উজাগৰে থাকি কিতাপ পত্ৰত মনোনিবেশ কৰাত।

বন্ধৰ দিনত আমি একেলগে কলিকতা চহৰত ফুৰিবলৈ গৈছিলো। তাৰ স্থানীয় লৰা মহেশ মোৰ সহপাঠি। দুয়ো লাইব্ৰেৰী চায়েন্সৰ ছাত্ৰ। ফুৰাত তাৰ চখ আছিল প্ৰবল। তাৰ লগত ময়ো প্ৰায়ে চহৰৰ কাষৰীয়া অঞ্চল যেনে - বেহেলা, আলিপুৰ, ঢাকুৰিয়া, গড়িয়াহাট, যাদবপুৰ, চাউথ এভিনিউ, টালিগঞ্জ, বালিগঞ্জ, চৌৰংগি, বৰাবজাৰ, পাৰ্কষ্ট্ৰীট, শ্যাম বাজাৰ, শিয়ালদহ, হাওৰাব্ৰীজ, চল্টলেক, মাণিকতলা প্ৰভৃতি ঠাইলৈ ফুৰিবলৈ গৈছিলো। লক্ষ্য কৰিছিলো প্ৰত্যেকখন ঠাইৰে নিজস্ব বৈশিষ্ট্য আছে। দৰিদ্ৰতম্ লোকৰ বস্তিৰ পৰা আধুনিক সা সুবিধাৰে পৰিপূৰ্ণ বিৰাট বিৰাট কল কাৰখানা থকা উদ্যোগ চহৰ, চৌদিশে আগুৰি আছে। কিছুমান অঞ্চল (যেনে বালিগঞ্জ লেক, ভৱাণীপুৰ) চৌখিন, ধনবান ব্যক্তিৰ দেখনিয়াৰ ঘৰবাৰী, পাৰ্ক, মন্দিৰ, খেল পথাৰ আদি চকুত পৰে। কোৱা শুনিছো, কলিকতা মহানগৰীৰ বৃহৎ এলেকাত প্ৰায় দুহেজাৰ বস্তি আছে। এই বোৰত ৩ মিলিয়ন বস্তি বাসীয়ে জীৱন যাপন কৰে। উত্তৰ কলিকতাতে কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ সুশোভিত বাসস্থান সংৰক্ষিত কৰি ৰখাহৈছে। এসময়ত এই অঞ্চলত কেৱল ইংৰাজ লোক সকলেহে বসতি কৰিছিল। কলিকতাত আৰু এটা মন কৰিবলগীয়া বিষয় হৈছে - কিছুমান এলেকাত কেৱল মুছলমান সম্প্ৰদায়ৰ লোকেহে বসবাস কৰে। তেনেকৈ হিন্দু বসতিৰো পৃথক এলেকা চকুত পৰে। সাম্প্ৰদায়িক সংঘৰ্ষৰ পাছত সম্ভৱ এনে বিচ্ছিন্ন বসবাসৰ উদ্ভৱ হৈছিল। অকল গৰীব শ্ৰেণীৰ মাজত (যেনে হিন্দু চামাৰা বস্তি, মুছলমান - দৰ্জী বস্তি ইত্যাদি) এনে পৃথক বসতি সীমাবদ্ধ নহয়। ভাৰতীয় আন ভাষা ভাষী সকলেও কিছুমান এলেকাত জাতি ভাইৰ লগত সহ বসতিৰ পৃষ্ঠপোষকতা কৰা মানসিক প্ৰৱণতা আছে। উদাহৰণ স্বৰূপে মধ্য কলিকতাৰ ব্যৱসায় অঞ্চলত (বৰা বাজাৰ অথবা পাৰ্ক ষ্ট্ৰীট) মাৰোৱাৰী, লেক্ এলেকাত দক্ষিণ ভাৰতীয় আৰু পশ্চিমাঞ্চলত বাঙালী ব্যৱসায়ী পৰিয়ালৰ সহ অৱস্থান লক্ষ্য কৰিব পাৰি। ধৰ্ম জাতি ভাষা আৰু জীৱিকা ফেক্টৰেই এনে পৃথক

বসবাসৰ মূল কাৰণ হব পায়। বৰা বাজাৰ, চৌৰাংগি পাৰ্ক ষ্ট্ৰীট, আলিপুৰ আদি অঞ্চলক ব্যৱসায় বাণিজ্যৰ ক্ষেত্ৰত অগ্ৰণী এলেকা বুলি কোৱা হয়। পৰৱৰ্তী কালত কলিকতালৈ যাওঁতে দ্ৰুত গতিত চহৰ খনৰ পৰিববৰ্তন লক্ষ্য কৰি বিস্ময় হৈছিলো। লোক সংখ্যা আচৰিত গতিত বৃদ্ধি পালে, যান বাহন সংখ্যাধিক হল, দোকান বজাৰ সম্প্ৰসাৰণ হ'ল, মেট্ৰোৰেল প্ৰবৰ্তন হল। দামী দামী হোটেল, ৰেস্তোৰা স্থাপন হ'ল, বহু জাতিৰ সমাগম হল, হাই হুলস্থূল বাঢ়িল, মানুহ ব্যস্ত হৈ পৰিল ২৪ ঘণ্টা। ৰাজনৈতিক মেল মিটিং, শোভাযাত্ৰা, ধৰ্মঘট অনশন, পুলিচৰ জোৰ জুলুম হত্যা, লুণ্ঠন, দগাবাজি প্ৰভৃতিৰে কলিকতাই আগৰ স্বৰূপ সলনি কৰি পেলালে। এতিয়া এই বোৰৰ অস্বাভাবিক পৰিবৰ্তন দেখি বিবুধিত পৰো। আমাৰ পঢ়াদিনৰ কলিকতা আজিৰ কোলকাটা (Kolkata) হ'ল। সকলোতে বহু বিস্তাৰিত হল - বুজিব নোৱাৰা নতুন কলিকতা মহানগৰ। বিচিত্ৰ চহৰ অ' কোলকাটা। তথাপি কব পাৰি যে এই বিচিত্ৰ পৰিবেশৰ মাজতো কলিকতা মহানগৰীত সাধক আৰু সাধনাৰ বিলুপ্তি ঘটা নাই। বিশ্বজনীন কলিকতা চহৰে আজিও ধৰ্মপ্ৰাণ ব্যক্তি সকলক নিৰাশ কৰিব পৰা নাই। উত্তৰত অৱস্থিত গংগাৰ পৰা পশ্চিমত থকা আদিগংগা ব্যাপি কলিকতাত আছে অসংখ্য আশ্ৰম, পবিত্ৰ স্থান, মঠ মন্দিৰ, উপাসনা গৃহ। উদাহৰণ স্বৰূপে দক্ষিণেশ্বৰ লৈ আঙুলিয়াব পাৰি। মই কেইবাবাৰো ইয়ালৈ গৈছো আৰু ইয়াৰ প্ৰভাৱ অনুভৱ কৰিছো, মানসিকভাৱে। এই অনুভৱে মোক স্বাভাবিকতে উৎফুল্লিত কৰিছিল। বন্ধু মহেশৰ ধৰ্মীয় আবেগ আছিল প্ৰবল। সি ৰামকৃষ্ণৰ ভক্ত আছিল আৰু প্ৰায়ে বেলুৰ মঠলৈ হৈ মাৰ্বোল পাথৰেৰে নিৰ্মিত পৰিস্কাৰ মজিয়াত মৌনহৈ বহি আৰাধনা কৰিছিল। স্বামী বিবেকানন্দৰ গুৰু ৰামকৃষ্ণ পৰমহংসৰ পবিত্ৰ স্মৃতিত নিৰ্মাণ হোৱা বেলুৰ মঠলৈ ভক্ত আৰু পৰ্যটকৰ আগমন হৈছিল সংখ্যাধিক ভাৱে। বেলুৰ মঠৰ অধ্যয়ন কেন্দ্ৰত দেখিছিলো বিদেশী পৰ্যটকৰ ভাৰতীয় ধৰ্ম আৰু সংস্কৃতি বিষয়ত জানিবলৈ ওপজা আগ্ৰহ আৰু নিষ্ঠা। স্বামী বিবেকানন্দ আছিল ৰামকৃষ্ণ পৰমহংসৰ প্ৰিয় শিষ্য। বিবেকানন্দই বেদান্তৰ বাণী পশ্চিমলৈ কঢ়িয়াই লৈ গৈছিল। তেওঁ আছিল জ্ঞানী আৰু পৰম ভক্ত। মধ্য কলিকতাত আছে ৰামকৃষ্ণবেদান্ত মঠ। এই মঠ স্থাপন কৰিছিল স্বামী অভেদানন্দই। এই মঠত উপনিষদৰ ব্যাখ্যা শুনিবলৈ ভক্তৰ সোঁত বৈছিল। ভাৰতীয় মাৰ্গ সংগীতৰো ইয়াত চৰ্চা হৈছিল। গোল পাৰ্কত থকা ৰামকৃষ্ণ মিছনৰ সাংস্কৃতিক কেন্দ্ৰ আন এটা আকৰ্ষণীয় অনুষ্ঠান। ইয়াত ভাৰতীয় দৰ্শন, ইতিহাস, শিক্ষা সংস্কৃতি প্ৰভৃতি বিষয়ত সাৰগৰ্ভ বক্তৃতাৰ নিয়মিত বৈঠক অনুষ্ঠিত হয়। মহেশে মোক তালৈকো

দুদিন লৈ গৈছিল। ইয়াত থকা পুথিভঁড়ালটো চাই মই মুগ্ধ হৈছিলো। আধুনিক পদ্ধতিৰে এই পুথিভঁড়াল আকৰ্ষণীয়। ইয়াৰ অধ্যয়ন কক্ষত পঢ়ুৱৈ সৰ্বদা ব্যস্ত থাকে। কলিকতা মহানগৰ বিয়পি আছে অসংখ্য আধ্যাত্মিক কেন্দ্ৰ যি বোৰত ভক্তৰ সমাবেশ সদায় অব্যাহত হৈ আছে। আগতেও আৰু আজি এবৈশে শতিকাটো। ৰাসবিহাৰী এভিনিউত গৌৰীয় মঠত কৃষ্ণ জাগৰণৰ কীৰ্তন চলি আছে সাধনাৰ পথ স্বৰূপে। ভজন চলিছে। কোনোজন গৈছে 'চিন্ময়'ৰ ফালে কোনোজন হিন্দু মিছনলৈ। ভাৰত সেৱাশ্ৰম, মহানিৰ্বাণ মঠ, গীতা মন্দিৰ প্ৰভৃতি আধ্যাত্মিক চিন্তাচৰ্চাৰ কেন্দ্ৰ বোৰলৈ। জ্ঞানী, গুণী, সদালাপী মহাৰাজসকলে, ধৰ্ম প্ৰাণ গুৰুসকলে, সাধক সকলে আজিও হেজাৰ বিজাৰ ভক্ত প্ৰাণ ৰাইজক শান্তি, সম্প্ৰীতিৰ বাণী শ্ৰৱণ কৰাইছে। গোড়া হিন্দু, উদাৰ পন্থী হিন্দু দুয়ো পক্ষৰ বাবে কলিকতাত অনেক অনুষ্ঠান প্ৰতিষ্ঠান গঢ়ি উঠিছে বহু পূৰ্বৰ পৰা। স্বামী বিবেকানন্দ, ৰাজা ৰামমোহন ৰায়, দেবেন্দ্ৰ নাথ ঠাকুৰ, কেশৱ চন্দ্ৰ সেন, অৰবিন্দ প্ৰভৃতি পূণ্যাত্মা ব্যক্তি সকলে ধৰ্মৰ সুসংস্থাপনৰ হকে বাণী প্ৰচাৰ আৰু সমাজ সংস্কাৰৰ হকে কাম কৰিছিল। তেনেকৈ দেখিছিলো কলিকতাত গঢ়লৈ উঠা খ্ৰীষ্টিয়ান ধৰ্মৰ গীৰ্জা সমূহ শিক্ষানুষ্ঠানসমূহ। মাদাৰ টেৰেছাৰ নাম কলিকতাত সৰ্বজন জ্ঞাত। মানবীয় সেৱা কাৰ্যত তেওঁ আৰু লগৰ চিষ্টাৰ সকলে সমগ্ৰ দেশতে ত্যাগ আৰু ধৰ্মীয় উপাসনা পালন কৰিছে নিষ্ঠা আৰু সততাৰে। (মাদাৰ টেৰেছা বৰ্তমান ঢুকাইছে, অগনন ভক্তক শোকাতুৰ কৰি) কলিকতাত আন ধৰ্মৰো সেৱা আৰু প্ৰাৰ্থনাৰ অনুষ্ঠান আছে। কালীমন্দিৰ আছে, গুৰুদ্বাৰ আছে, মচজিদ আছে জৈন মন্দিৰ আছে। প্ৰাৰ্থনা গৃহৰ যোগেদি কলিকতা মহানগৰে আজিও এটা অখণ্ড ধৰ্মীয় পৰিমণ্ডল সজীৱ কৰি ৰাখিছে। মই পঢ়া অৱস্থাতে এইবোৰৰ কিছু আভাস পাইছিলো ধৰ্মপ্ৰাণ বন্ধু মহেশ ভট্টাচাৰ্যৰ সান্নিধ্যত। মহেশে সদায় গীতা পাঠ কৰিছিল। নৈষ্ঠিক ভট্টাচাৰ্য পৰিয়ালৰ সি আছিল সৎ আৰু বন্ধু বৎসল বংশধৰ। নদিয়াৰ বাসিন্দা। মোৰ গোলাঘাটৰ ঘৰ খনলৈ মনত পৰিছিল। মহেশৰ দৰে আমিও দেউতাৰ ধৰ্মীয় আচৰণ এসময়ত অনুসৰণ কৰিবলৈ অভ্যাস কৰিছিলো। পুৱা গধূলি গোঁসাই ঘৰত ধূপ ধুনা, বন্তি জ্বলাই সিংহাসনত স্থাপিত বিগ্ৰহ দেৱতাক (নাৰায়ণ) মূৰ দোঁৱাই, মূৰ মজিয়াত চুই সেৱা কৰা অভ্যাস, ডবা শংখ, কাহ বজাই মংগল ধ্বনি আৰতিৰ সংকেত দিয়া নিয়ম পালন কৰিছিলো। সন্ধিয়া ডবাত কোব পৰাৰ সময়ত আমি ঘৰত থকাটো দেউতাই বিচাৰিছিল। এই নিয়ম আমি সৰু কালৰে পৰা পালন কৰিছিলো। নিয়মানুবৰ্তিতা (সন্ধিয়াতে ঘৰ চপা) পালন কৰা

এইটো আছিল ঘৰখনৰ পৰম্পৰা। বিষ্ণু অথবা নাৰায়ণক পঞ্চ প্ৰদীপেৰে আৰতি কৰা প্ৰথা সৰুকালতে ঘৰখনত দেখি মনত এক বিশেষ অনুভূতিয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল। মহেশৰ সংগ লাভ কৰি, তাৰ ধৰ্মীয় ভাৱাপন্ন মনটোৰ উমান পাই মই নিজৰ কথা স্মৰণ কৰিছিলো। সি কৈছিল, ঘৰখনেই এইবোৰ নিয়ম শৃঙ্খলাৰ বাটকটীয়া। সৰুকালতে এনে এটা শৃংখলা জ্ঞান লাভ কৰিব পাৰিলে পৰৱৰ্তী কালত জীৱন যাপনত বহুতো সহায় পাব পাৰি। পাৰিবাৰিক, সামাজিক ক্ষেত্ৰত এই শৃঙ্খলাবোধ কামত আহে। মহেশে মোক কৈছিল যে হিন্দু ধৰ্ম উদাৰ যদিও বহু দেৱ দেৱী আছে 'যত মত তত পথ' আছে তথাপি মূল উপাস্য দেৱতা হৈছে বিষ্ণু। বৈষ্ণৱ সকলে বিষ্ণু অথবা তেওঁৰ বিভিন্ন ৰূপক পূজা কৰে। শাক্তসকলে কালী, দুৰ্গা, শৈৱ সকলে শিৱক আৰাধনা কৰে। দেৱ-দেৱীক পূজা অৰ্চনাৰ বাবে নিৰ্বাচন কৰি লোৱাটো মানুহৰ এক অভীলিপ্সা। মন্ত্ৰ পাঠ হৈছে বৈদিক প্ৰথা। এই প্ৰথাৰ মাজেদিয়েই দেৱ দেৱীৰ পূজা অৰ্চনাৰ পদ্ধতি ভিন ভিন হৈছে। আমি সৰুৰে পৰা নাম ধৰ্ম পালন কৰি আহিছো যদিও আন দেৱ দেৱীৰ প্ৰতি আমাৰ মতি গতি বিৰূপ নহয়। মহেশৰ পৰা মোৰ জ্ঞানৰ পৰিধি বহল আৰু মুকলি হৈছিল। হিন্দু ধৰ্মৰ মূলবাণী সহনশীলতা। এই বাণী ভাৰতবৰ্ষই পৃথিবীৰ চৌদিশে প্ৰচাৰ কৰিছিল।

কলিকতাৰ সময় খিনি মোৰ বাবে সদা স্মৰণীয় হৈ ৰব। পাহৰিব নোৱাৰা মুহূৰ্ত্তবোৰে আজিও মোক পুলকিত কৰে। মহেশ ভট্টৰ সান্নিধ্যই মোক সজ কথাৰে, লগতে কলিকতাৰ আধ্যাত্মিক দিশৰ পৰিচয়ৰে বহুতো ভ্ৰান্ত ধাৰণা আঁতৰ কৰিলে। সৎ সংগত কেনেকৈ উপকৃত হ'ব পাৰি, কেনেকৈ নিশ্চিত আৰু উদ্ভ্ৰান্ত জীৱন যাপনৰ পৰা মৰ্যাদাৰে ৰক্ষা পাব পাৰি, এই বন্ধুৰ অপৰিমিত জ্ঞানৰ মাজেদি মই উপলব্ধি কৰিছিলো। অৱশ্যাই মহেশৰ জ্ঞানগৰ্ভ কথাবোৰ আছিল এজন বন্ধুৰ প্ৰতি এজন বন্ধুৱে দিয়া অনবদ্য উক্তি।

কলিকতাত পঢ়া সময় লাহে লাহে শেষ হৈ আহিল। বিশ্ববিদ্যালয়ত লাইব্ৰেৰী চায়েন্সৰ ফাইনেল পৰীক্ষা দিয়াৰ সময় আহি উপস্থিত হ'ল। কঠোৰ পৰিশ্ৰম আৰু মনোযোগেৰে পাঠ্যক্ৰম অধ্যয়ন কৰি যথাসময়ত পৰীক্ষাত বহিলো। মহেশে নটছ্‌ আনি সহায় কৰিলে। চোকা প্ৰখৰ মেধাবী ছাত্ৰ মহেশ। তাৰ সহায় মোৰ বাবে অপৰিহাৰ্য হৈছিল। পৰীক্ষা ভালেৰে পাৰ হৈ গল। ইতিমধ্যে মই ইংৰাজী বিষয়ত এম. এ. শ্ৰেণীতো ভৰ্তি হৈছিলো। ক্লাচো কৰিছিলো ফাকে ফাকে। ঘৰলৈ লিখিছিলো আৰু এবছৰ কলিকতাত থকা আৰু এম. এ. পঢ়া বিষয়টো সম্পৰ্কত।

কিছু দিনৰ অপেক্ষাৰ মূৰত বাপদাদাৰ উত্তৰ আহিল। লেখিছিল মই মেনেইজ কৰিব পাৰিলে ঘৰৰ আপত্তি নাই। ঘৰৰ পৰা আৰ্থিক ভাৱে খৰচ যোগোৱাটো সম্ভৱ নহয়। সোণদাদা বহি আছে। চাকৰি এটাও যোগাৰ নহল। মাৰ শৰীৰ সিমান ভাল নহয়। লিভাৰৰ অসুখ হৈ কষ্ট পাইছে। বয়স বাঢ়িছে। মই কি কৰো কি নকৰো ভাবি একো স্থিৰ কৰিব নোৱাৰাত পৰিলো। খৰচ মিলোৱা অংকটো আকৌ আহি মনত খুন্দা মাৰিলেহি। এইবাৰ আগৰ দৰে সুবিধাও নোলাল। এটা অনিশ্চিত ভবিষ্যত আগত লৈ দিন অতিবাহিত কৰাত লাগিলো। মোৰ অৱস্থা দেখি দিনেশইঁতে হতাশ নহবলৈ উপদেশ দিলে।

কলিকতাৰ নানা ঠাইত নানা জনৰ সৈতে লগ পোৱাৰ সৌভাগ্য হৈছিল। অনেক অসমীয়া পৰিয়াল কলিকতাত স্থায়ী ভাৱে ৰৈ গৈছে। মাহেকীয়া সাহিত্য পত্ৰিকা 'আৱাহন' দীননাথ শৰ্মাৰ সম্পাদনাত কলিকতাৰ পৰাই ওলাইছিল। মই তালৈ গৈছিলো কিবা চাকৰি এটা যোগাৰ কৰিব পাৰোনেকি উদ্দেশ্যত। সেই সময়ত আৱাহনৰ অৱস্থা ক্ৰমাৎ বেয়াৰ ফালে গৈছে। অশেষ শ্ৰম কৰিও দিলীপ শৰ্মা আৰতি শৰ্মাইঁতে আৱাহনখন নিয়মিত ভাৱে উলিয়াব পৰা নাই। মই হতাশ হৈ গুচি আহিলো। কলিকতাত চাকৰি সংক্ৰান্তত অসমীয়া মানুহ কিছু সংখ্যক সিচঁৰিত হৈ আছিল। কলিকতাত অসমীয়া বাঙালীৰ মাজত এটা সম্পৰ্ক তাহানিয়েই গঢ়ি উঠিছিল। উনবিংশ শতিকাৰ শেষভাগতে এই সম্পৰ্ক গঢ় লৈছিল - উচ্চ শিক্ষাৰ প্ৰয়োজনত। কলিকতাত এ. এছ. এল ক্লাব এটা অসমীয়া লোকৰ অনুষ্ঠান। এসময়ত এই এ. এছ. এল ক্লাব বৰ জনপ্ৰিয় অনুষ্ঠান ৰূপে জনাজাত আছিল। বিগত ত্ৰিছ দশকৰ পৰা (?) বৰ্তমানলৈকে এৰা ধৰা অৱস্থাত এ. এছ. এল. ক্লাব চলি আছে বুলি কব পাৰি। ভোগালী বিহু, ৰঙালী বিহু, প্ৰীতি মেল, সাংস্কৃতিক সভা, সাহিত্য আলোচনা প্ৰভৃতি বহু ধৰণৰ কাৰ্যসূচীৰে এই অনুষ্ঠানটোৱে নিজৰ অতীত গৌৰৱ ৰক্ষা কৰি আছে। মই এবাৰ এ. এছ. এল. ক্লাবে বটানিকেল গাৰ্ডেনত আয়োজন কৰা মাঘ বিহুৰ ভোজভাত খাবলৈ গৈছিলো। তাত বহুতো অসমীয়া পৰিয়ালক লগ পাই অতিশয় ভাল লাগিছিল। পাছতো এবাৰ অসম ভৱনত পতা এটা সাংস্কৃতিক অনুষ্ঠানত উপস্থিত থকা সুযোগ পাইছিলো। এই ক্লাৱৰ যোগেদি সংক্ৰান্তি নামৰ এখন সংকলন ওলাই আছে। প্ৰখ্যাত শিল্পী দেবেন দেৱান আলোচনী খনৰ সম্পাদক।

কিছুদিন অনিশ্চয়তাৰ মাজেদি কটোৱাৰ পাছত বাপদাদাৰ পৰা টেলিগ্ৰাম

এখন পালো। মাৰ অসুখ বাঢ়িছে, ঘৰলৈ মাতি পঠাইছে। নিৰুপায় হৈ পঢ়াশুনা বাদ দি ৰেলত টিকট কাটি মালে-পত্ৰে গুৱাহাটী বুলি যাত্ৰা কৰিলো। গুৱাহাটীৰ পৰা গোলাঘাট পালোগৈ। মোক দেখি মায়ে বৰ ভাল পালে। ইতিমধ্যে মাৰ শৰীৰ আৰোগ্য পথলৈ আহিছে যদিও সাৱধানে আছে। মাজতে শৰীৰ বেছি বেয়াৰ ফালে গৈছিল। ডাক্তৰৰ দৰব এৰি নবীন কবিৰাজৰ কবিৰাজী চিকিৎসাত ভাল পাইছে। কিডনিৰ অসুখ।

মই কলিকতালৈ আকৌ যোৱাটো তল পৰিল। লাইব্ৰেৰী চায়েন্স বিষয়ত স্নাতকোত্তৰ পৰীক্ষাৰ খবৰো আহিল। মই সুখ্যাতিৰে, সন্মান সহ (with distinction) উত্তীৰ্ণ হলো। মহেশেও চিঠিৰে খবৰটো দিলে। তাৰ পৰীক্ষাৰ ফল মোতকৈ বেছি ভাল হোৱা কথা যদিও সি পাছ কৰিলো বুলি মোক চিঠিত জনালে। তাৰ লগত মোৰ বন্ধুত্বও লাহে লাহে সংসাৰ চক্ৰত সোমাই আঁতৰি আহিল। পাছত, মানে কেইবা মাহো পাৰহৈ যোৱাৰ পাছত তাৰ চিঠি এখন গোলাঘাটৰ ঘৰৰ ঠিকনালৈ আহিছিল। সি বোলে আই. এ. এছ্ পৰীক্ষা দিবলৈ প্ৰস্তুত হৈছে। শ্ৰীৰামপুৰ কলেজত লাইব্ৰেৰীয়ান পদত অস্থায়ী ভাৱে কাম কৰি আছে।

মই এতিয়া কামৰ সন্ধানত ইফালে সিফালে অহাযোৱা কৰিছো। গুৱাহাটীৰ বাইদেউৰ ঘৰতে নিবনুৱা দিন অতিবাহিত কৰিব লগাত পৰিল। গোলাঘাটত সোমাই থাকিলে একো খবৰ বাতৰি পোৱা নাযায়। গুৱাহাটী বিশ্ববিদ্যালয়ত ইতিমধ্যে অন্য এজন আহি গ্ৰন্থাগাৰিক চাকৰিটো ললেহি। সময়টো আছিল বেয়া। লাইব্ৰেৰী বিষয়ত যে অৰ্হতা সম্পন্ন গ্ৰন্থাগাৰিকৰ প্ৰয়োজন সেই বিষয়ে কাৰো ধাৰণাই নাছিল। সেই কথা কোনেও গুৰুত্ব সহকাৰে লোৱা নাছিল। সকলোৱে পুথিভঁৰাল মানে, কিতাপৰ আলমাৰি কেইটামানত ৰখা পুৰণি ফটা উৱলি যোৱা কিছুসংখ্যক কিতাপ, আজৰি সময় কটোৱা ৰং ধেমালি, খেলা ধূলা, মেল মিটিং পতা, হুচৰী গোৱা, বিহু পতা, সৰস্বতী পূজাৰ আয়োজন কৰা, কিছুমান শিক্ষিত ডেকা লৰাৰ মিলিত হোৱা এটা সাধাৰণ অনুষ্ঠান বুলি ধাৰণা কৰিছিল। অন্য এটা ৰাজহুৱা কামত সহায় কৰা। বৰযাত্ৰীৰ কইনা ঘৰলৈ আগমণত হেঙাৰ ধৰি দান বৰঙণি আদায় কৰা। স্মৰণীয় ব্যক্তি প্ৰয়াত কুমুদেশ্বৰ বৰঠাকুৰে অৱশ্যে অশেষ কষ্ট স্বীকাৰ কৰি অসমত এটা ৰাজহুৱা পুথিভঁৰাল আন্দোলন গঢ়ি তোলাত আগভাগ লৈছিল। অধিক সংখ্যক শিক্ষিত মানুহেও পুথি ভঁৰাল চলাবলৈ উচ্চ শিক্ষা প্ৰাপ্ত গ্ৰন্থাগাৰিকৰ যে প্ৰয়োজন, সেই কথা উপলব্ধি কৰা নাছিল।

মই এনে এটা অৱস্থাত সোমাই চকুৰে ধুঁৱলি কুঁৱলি দেখিলো। এদিন মাকন বাইদেউহঁতৰ ঘৰলৈ সুৰেশ চন্দ্ৰ ৰাজখোৱা আহিছিল ফুৰিবলৈ। ভিনদেউ হঁতৰ মিতিৰ মানুহ, দাইটি বুলি মাতে। মই তেখেতক আগৰে পৰা জানিছিলো। তেখেত তেতিয়া যুটীয়া শিক্ষাধিকাৰ (ডি. ডি. পি. আই)। ভিনদেউৱে কথা প্ৰসংগত মোৰ কথা কলে। মই কাম এটা বিচাৰি ফুৰিছো বুলি কৈ কিবা সহায় কৰিব পাৰিলে ভাল হয় বুলি জনালে। মই মোৰ পঢ়াশুনাৰ কথা, সুখ্যাতিৰে লাইব্ৰেৰী চায়েন্সত উত্তীৰ্ণ হোৱা কথা তেখেতক জনালো। তেখেতে মোৰ কথাবোৰ শুনি কলে, তোমাৰ কথা শুনিলো, বুজিলো। পিচে শিক্ষা বিভাগত এনেকুৱা চাকৰিটো নাই। শ্বিলঙত পাব্লিক লাইব্ৰেৰী এটা আছে। সেইটো শিক্ষা বিভাগৰ অধীনত। এজন লাইব্ৰেৰীয়ান আছে পাৰ্ট টাইম চাকৰি। মই সবিশেষ নাজনো। ডি. পি. আই কাৰ্যালয়ৰ চুপাৰিণটেণ্ডেণ্ট (superintendent) মণি শৰ্মাই কব পাৰিব। তুমি শ্বিলঙলৈ আহি তেখেতক লগ ধৰিবা। — অ' আজি তেখেত ইয়াতে আছে, ডি. পি. আই উমাকান্ত গোস্বামী। তুমি তেখেতক চেনিকুঠিৰ ঘৰত লগ ধৰিব পাৰা। সম্ভৱ মণি শৰ্মাও আহিছে, কিবা মিটিং আছে।

চেনিকুঠি ভিনদেউহঁতৰ ঘৰৰ পৰা বেছি দূৰ নহয়। আবেলি সাজি কাচি ডি. পি.আই উমা গোস্বামী দেৱৰ ঘৰ ওলালোগৈ। লোকে লোকাৰণ্য। তেখেতৰ ভিজিটৰ বহুত। বেছি ভাগেই শিক্ষা বিভাগৰ লগত জড়িত, নানা সমস্যা লৈ ডি. পি. আইক দেখা কৰিবলৈ আহিছে। বহিবলৈ খালি আসন নাই। মই এঘণ্টা মান বাৰান্দাত অপেক্ষা কৰিলো। এনেতে সুৰেশ ৰাজখোৱা আহি ভিতৰলৈ সোমাব খোজোতেই মই দৌৰ মাৰি মাত লগালো। তেখেতে একো নকলে। মৈলৈ চাই ভিতৰ সোমাল। আৰু আধা ঘণ্টা অপেক্ষা কৰিলো। ইতিমধ্যে মনত ধৰফৰণি আৰম্ভ হৈছেই। গুছিয়ে যাওনেকি? ভাবি গুণী থাকোতেই পিয়ন এজন আহিল মই মোৰ নামটো লিখি ভিতৰত দিবলৈ খাটনি ধৰিলো। কাগজ খন লও নলওকৈ তেওঁ হাতত লৈ কৈ গ'ল.... আজি দেখা নহব। চাহাব শ্বিলঙলৈ যাবলৈ ওলাইছে। মোৰ মন বেয়া লাগি গল। ঘৰলৈ উভতি যাওঁ বুলি ভাবোতেই পিয়নজন আহি মোক ভিতৰলৈ মাতিছে বুলি লৈ গল। কোঠাটোত দেখিলো শিক্ষা বিভাগৰ কেইবাগৰাকী উচ্চ পৰ্যায়ৰ বিষয়া বহি চাহ জলপান খাই আছে। ৰাজখোৱা চাৰো আছে। মোক দেখি তেখেতে ডি. পি. আই. গোস্বামীদেবক মোৰ চিনাকী দি বাকী কথা মোক কবলৈ কলে চমুকৈ। মই সাধ্যমতে মোৰ নিবেদন জনালো। লগত লৈ ফুৰা কামৰ বাবে দৰ্খাস্ত, ভাল ভাল শব্দৰে দিয়া চাৰ্টিফিকেট, পৰীক্ষাৰ

কাগজপত্ৰ আগবঢ়াই দিলো। ডি. পি. আয়ে সেইবোৰ হাতত লৈ অন্য এজন কৰ্মচাৰীৰ হাতলৈ হস্তান্তৰ কৰিলে। ডি.পি. আই গোস্বামী দেৱে মণি শৰ্মাক সুধিলে - এই লৰাজনৰ বাবে কিবা চাকৰি আমাৰ বিভাগত আছেনে বাৰু? পাছ কৰি আহিছে — মণি শৰ্মাৰ উত্তৰ ঃ- তেনে ধৰণৰ চাকৰি নাই। আসাম গৱৰ্ণমেণ্টৰ পাব্লিক লাইব্ৰেৰীত এটা চাকৰি আছে। চাকৰিটো শিক্ষা সঞ্চালকালয়ৰ অৱসৰ প্ৰাপ্ত বৰবাবু (কাৰ্যালয়ৰ অধীক্ষক) জনে পাৰ্ট টাইম হিচাপে কাম কৰি আছে। তেওঁ ইয়াৰ বাবে পেঞ্চনৰ উপৰিও পঞ্চাছ টকা বানচ পায়। কাম তেনেকৈ নাই। পাব্লিক লাইব্ৰেৰীৰ কামকাজ আমাৰ অফিচৰ পৰাই চলোৱা হয়। মণি শৰ্মাৰ উত্তৰত ডি পি আই গোস্বামীয়ে মোক সুধিলে 'তুমি গম পালাই নহয়? ৫০ টকাৰ লাইব্ৰেৰীয়ান কামটো তোমাক দিব পাৰো। তুমি কৰা যদি শ্বিলঙলৈ আহিবা। দৰ্খাস্ত এখন দিবা। কথা শুনি মোৰ ধৈৰ্যচ্যুত হ'ল, খং উঠিল সকলোৰে সন্মুখতে কৈ পেলালো। 'চাৰ ৫০ টকীয়া চাকৰি বিচাৰি মই আপোনাক দেখা কৰিবলৈ ইমান সময় বাৰান্দাত খাপ পাতি বৈ থকা নাই।' কথাষাৰ বিৰক্তিৰে ভৰা বিষাদেৰে কৈ মই একেকোবে ওলাই আহিলো। সুৰেশ ৰাজখোৱা লগে লগে বাহিৰলৈ আহি মোক কলেহি। 'ইমান টেম্পাৰ দেখুৱাই চাকৰি পাম বুলি ভাবিছা? নহব। ডি. পি. আই গোস্বামী চাৰক সকলোৱে শ্ৰদ্ধাকৰে, পণ্ডিত লোক। তুমি তেখেতক এনেকৈ দপ্‌দপাই কথা কব নালাগিছিল। যোৱা ক্ষমা খোজাগৈ' আদেশৰ ভংগীমাত ৰাজখোৱা চাৰে মোক কথাষাৰ কৈ পুনৰ ভিতৰ সোমাল। মই আৰু কত ক্ষমা খুজিম, কি লাভ? মোৰ নিজৰে মান সম্ভ্ৰম নোহোৱা হৈছে। আনৰ সন্মানৰ কথা মোৰ বাবে অসাৰ্থক। গুছি আহিলো। মোৰ ডেকা তেজৰ অহমিকাই ক্ষমা খোজা কাৰ্যৰ পৰা মোক বিৰত কৰালে। অধ্যাপক উমাকান্ত গোস্বামীৰ প্ৰতি মোৰ ব্যক্তিগত ভাৱে কোনো বেয়া ভাৱ নাছিল। মোৰ কুপিত হোৱা কাৰণ মোৰ হতাশাগ্ৰস্ত মনটো। ইমান কষ্টকৰি কলিকতালৈ গৈছিলো। সুখ্যাতিৰে লাইব্ৰেৰীয়ান কৰ্চ পঢ়ি আহিলো। অথচ অসমত মোৰ বাবে চাকৰি নাই। মোৰ শিক্ষা অথলে গ'ল। ৫০ টকীয়া পাৰ্টটাইম কাম এটা কৰিবলৈ মই ইমান পৰিশ্ৰম কিয় কৰিলো? পুথিভঁৰাল বিজ্ঞানৰ মোল বুজা মানুহ অসমত নাই। মোৰ ভাৰাক্ৰান্ত মনটো বিদ্ৰোহী হৈ উঠিছিল। নৈৰাশ্যৰ ভাৱে মোক আস্থাহীন কৰি তুলিলে। উমাকান্ত গোস্বামীচাৰৰ সংস্পৰ্শলৈ পৰৱৰ্ত্তী কালত আহিছিলো। অৰ্থনীতিৰ অধ্যাপক, ৰসিক ব্যক্তি। তেখেত এজন সৎ, সাধু, নিৰহংকাৰী স্বভাৱৰ মানুহ। গভীৰ পাণ্ডিত্যৰ পৰিচয় পাইছিলো। তেখেতে ৰচনা কৰি থৈ যোৱা পুথি সমূহৰ যোগেদি তেখেতৰ অৱসৰ

বয়সৰ কালছোৱাত মই তেখেতক চেনিকুঠি বাসভৱনত কেইবাবাৰো লগ পাইছিলো। ময়ো চেনিকুঠিৰ বাসিন্দা। ইতিমধ্যে তেখেতৰ এখন স্মৃতিগ্ৰন্থ প্ৰকাশ পাইছে অম্বিকা দেৱী গোস্বামীৰ (স্ত্ৰী) সম্পাদনাত (১৯৯০) সত্যব্ৰত গোস্বামী, ড° মামণি ৰয়চম গোস্বামী তেখেতৰ সন্তান। সৰু লৰা শিৱব্ৰত (ভাইটি) কিছুদিনৰ আগতে মৃত্যু হ'ল। উমাকান্ত গোস্বামী চাৰ ১৯৫৬ চনত স্বৰ্গগামী হ'ল। এই ওপৰঞ্চি কথাখিনি প্ৰয়োজন বোধে লিপিবদ্ধ কৰি ৰাখিলো, যাতে মোৰ আচৰণক পাঠকে ভুল নুবুজে।

গম পাইছিলো নতুনকৈ স্থাপিত হোৱা হাইকৰ্টত এজন লাইব্ৰেৰীয়ান লব। মই সবিশেষ লবলৈ উজান বজাৰৰ ভাস্কৰ নাট্য মন্দিৰৰ কাষতে থকা চৌধুৰী (নামটো পাহৰিছো) ডাঙৰীয়াক এদিন ঘৰতে লগ ধৰিলো। তেখেতে কলে যে বৰ্তমান লাইব্ৰেৰীয়ানৰ পষ্ট ক্ৰীয়েট হোৱা নাই। এজন কেৰাণীহে লোৱা হব। তেৱেঁই কাম চলাব। মোক কলে! 'তুমি এতিয়া এইটো পষ্টতে সোমোৱা। পাছত হয়তো লাইব্ৰেৰীয়ান পষ্ট ওলালে তুমি পাব পাৰা। কাম বিশেষ নাই। পাছতহে লাইব্ৰেৰী এটা হলে কাম হব। তুমি টাইপ জানানে? যদি জানা অফিচৰ অন্য কামো কৰিব পাৰিবা। তেখেত ৰেজিষ্টাৰ আছিল হব পায়। মোক অমিয়মোহন দাসৰ ঘৰলৈ অহা তেখেতে দেখিছে বাবে চিনাকি মুখ। মানুহ জনক মোৰ ভাল লাগিল। সংবেদনশীল। মই পিচ দিনাই দৰ্খাস্ত এখন লিখি তেখেতৰ অফিচত দি আহিলো। টাইপ মই নাজানো বাবে সেই বিষয়ে একো নিলিখিলো। চৌধুৰী ডাঙৰীয়াই চকুফুৰাই মূৰ দুপিয়াই কলে, হব বাৰু তুমি পাছত আহি খবৰ লবাহি। কামটো হলে তোমাক জনাম। মই নমস্কাৰ এটা জনাই বিদায় ললো। বাটতে গোলাঘাটৰ দয়াল চন্দ্ৰ বৰুৱাক লগ পালো। নাট্য মন্দিৰৰ কাষতে থাকে। তেখেত গুৱাহাটী পান বজাৰ অফিচৰ বেংক মেনেজাৰ। মোক গোলাঘাটৰ পৰাই চিনি পায়। তাৰ এমেচাৰ থিয়েটাৰত তেখেতে অভিনয় কৰিছিল। মোক খুউব মৰম কৰিছিল। মৰমিয়াল আৰু সুদৰ্শন পুৰুষ। টেনিচ খেলত ৰাপ প্ৰবল। এদিন ঘৰলৈ মাতিলে। মই পিচদিনাই আবেলি তেখেতৰ ঘৰলৈ আহিলো। নেযায় নুপুৱাই নৈস্কৰ্ম্য অৱস্থা। বৰুৱাৰ বাৰান্দাত বহিলো। চকী দুখন মান পৰা আছিল। ভিতৰৰ পৰা কাম কৰা লৰা এজন আহি কলেহি, চাৰ অহা নাই। ৮মান বাজিব। আপুনি বেংকতে লগ পাব। মই ঘড়ীটো চালো, ৫ বাজিছে মাত্ৰ। বিদায় লৈ গুচি আহিলো। দুদিনৰ পাছত বৰুৱাক পানবজাৰৰ গুৱাহাটী বেংকত লগ পালোগৈ। কমত সোমাই চেহেৰাটো দেখুৱালো। তেখেত ব্যস্ত হৈ আছে এজন মানুহৰ লগত কাগজ পত্ৰ

চাই মেলি। মোক বহিবলৈ ইংগিত দিলে। চাহ একাপো পিয়নজনক আনি দিবলৈ কলে। মই কাগজ এখন পাই চকু ফুৰাই সময় অতিবাহিত কৰাৰ ভাওঁ ধৰিলো। আধাঘণ্টা পাৰ হোৱাৰ পাছত বৰুৱাৰ কামৰ হেঁচা কিছু পাতলিল। মোক হাঁহি এটা মাৰি ভাল বেয়া খবৰ ললে। গোলাঘাটৰ কথাও সুধিলে। এটা ৰিলেক্স মুডত পাই মই মোৰ ব্যক্তিগত বিষয়টোলৈ আহিলো। মোক এটা চাকৰি লাগে। বৰুৱাই মোক অভিজ্ঞতা জানিবলৈ বিচৰাত মই মোৰ বৃতান্ত ব্যক্ত কৰিলো। লগতে জনালো যে মই ভাৰতীয় চেণ্ট্ৰেল বেংকত কিছু দিন কাম কৰাৰ অভিজ্ঞতাও সঞ্চয় কৰা আছে। কথাষাৰ শুনি বৰুৱাই খন্তেক চিন্তা কৰিলে। এটা ফোন কৰি কথা পাতিলে। কাৰ লগত ধৰিব নোৱাৰিলো। বেংকৰ বিষয়তে কথাবাৰ্তা যেন অনুভৱ হ'ল। নাটকীয় ভংগীৰে বৰুৱাই কলে আচ্ছা, হব তোমাক বেংকত এটা চাকৰি যোগাৰ কৰি দিম। চেকিংক্লাৰ্ক। চেকবোৰ পেমেণ্ট হোৱাৰ আগতে লেজাৰ বহী চাই দৰকাৰ হলে চহী মিলাই চাই - মেলি দিবা। একাউণ্টেটে বুজাই দিব। দৰ্খাস্ত এখনত বায়োদাতা সহ কাইলৈ দি যাবহি। পাৰিবা? মই হাততে সৰগ ঢুকি পোৱাযেন পালো। কি কম, কি কৰিম, হাঁহিম নে কান্দিম ভাবি বিস্ময় বোধ কৰিলো। থিয় হলো কব নোৱাৰাকৈ। ইমান সহজে চাকৰি এটা পোৱা আনন্দত মই প্ৰায় আত্মহাৰা হলো। বৰুৱাই মোলৈ চাই হাঁহি এটা মাৰি অভয় দিলে।

গুৱাহাটী বেংকত চাকৰি হৈ গ'ল। দয়াল চন্দ্ৰ বৰুৱাৰ অনুগ্ৰহত ভাবিব নোৱাৰা অৱস্থাতে বেংকৰ চাকৰিটো পাই গলো। চাকৰিত ভৰ্তি হৈ হাইকৰ্টৰ চাকৰি পাহৰি পেলালো। চৌধুৰী ডাঙৰীয়াক অফিচতে খবৰ টো দিলো। ইতিমধ্যে হাইকৰ্টৰ লাইব্ৰেৰী কেৰাণীৰ চাকৰিটো মোৰ বাবে প্ৰায়ে খাটাং হৈছিল। এপইণ্টমেন লেটাৰ টাইপত দিছিল। চৌধুৰী ডাঙৰীয়াই বেয়া পালেনেকি বুজিব নোৱাৰিলো। মই অতি বিনম্ৰভাৱে তেখেতৰ বদান্যতাৰ শলাগ ললো। এনে মানুহৰ সংগ লাভ বাস্তবিকতে বিৰল। চৌধুৰী ডাঙৰীয়াই মোৰ প্ৰতি সহানুভূতিশীল হৈ কাম এটা যোগাৰ কৰাত যত্নপৰ হৈছিল। পাছত তেখেতক লগ পালেই মই উপযাচি কাষ চাপি নমস্কাৰ জনাইছিলো।

গুৱাহাটী বেংকত কামটো ভালেই লাগিছিল। চক্ৰবৰ্ত্তী নামৰ এজন জ্যেষ্ঠ গাণনিকৰ তলত মই সহকাৰী হিচাপে কাম কৰিছিলো। চক্ৰবৰ্ত্তী কাম জনা কৰ্মচাৰী। মোক কাম কৰা বিষয়ত প্ৰয়োজনীয় জ্ঞান খিনি বঢ়িয়াকৈ বুজাই দিছিল। চক্ৰবৰ্ত্তী কামৰুপৰ মানুহ। তেওঁক লগ পাবলৈ গাঁৱৰ মানুহ প্ৰায়ে বেংকলৈ আহিছিল মাটি বাৰী লেনদেনৰ ক্ষেত্ৰত। মই লক্ষ্য কৰিছিলো চক্ৰবৰ্ত্তীয়ে আইন কানুনৰ ক্ষেত্ৰত

অনেক বুদ্ধি পৰামৰ্শ দিব পাৰিছিল। তেওঁৰ লগত মোৰ সম্পৰ্ক ঘনিষ্ঠ হোৱাৰ ফলত গুৱাহাটীৰ চেনিকুঠি অঞ্চলত এডোখৰ মাটি লব পাৰিলো। প্ৰথমতে লিজত পাছত নিজাকৈ ডেৰ কঠা মাটি কিনিবলৈ সক্ষম হলো। মাটিৰ গৰাকী জন আছিল কছাৰী মানুহ। গাঁৱত থাকে। তিনি হাজাৰ টকা পৰিছিল। ইয়াৰে দুহেজাৰ গোলাঘাটৰ মাৰ পৰা, বাকী এহেজাৰ কিষ্টি হিচাপে মালিকক দিছিলো। ৰজনী বৰদলৈ নামৰ কাছাৰীত কামকৰা তৰুণী এজনে মোক মাটি ডোখৰ কিনা ক্ষেত্ৰত সহায় কৰিছিল। তিনি হাজাৰ টকাৰ বিনিময়ত ১৯৫০ চনত চেনিকুঠি অঞ্চলত মাটিৰ মূল্য কিমান আছিল এতিয়া ভাবিলে বিস্ময় মানিব লাগে। নৱগ্ৰহ শ্মশান কাষতে। আলি বাট, সা-সুবিধা নোহোৱা দুৰ্গম ঠাই চেনিকুঠিত থাকিবলৈ মানুহে শংকা বোধ কৰিছিল। অঞ্চলটোত কিছুমান খেৰৰ জুপুৰী ঘৰত সাধাৰণ পৰ্যায়ৰ মানুহে বসবাস কৰিছিল। মধ্যবিত্ত শ্ৰেণীৰ মানুহ আছিল কেইঘৰমান। বেংকৰ পৰা আৰ্থিক সহায় ঋণ হিচাপে লৈ মই চেনিকুঠিৰ মাটি ডোখৰত এটা দুচলীয়া খেৰী ঘৰ সজালো। হাতত পইচা থকা হেতেন প্ৰথমতে লিজত লোৱা আঢ়ৈ কঠা মাটিকে লব পাৰিলোহেঁতেন। কছাৰী মালিকে এহেজাৰ টকাতে বাকী খিনি মাটিও মোকে দিবলৈ মান্তি হৈছিল। মই টকাৰ যোগাৰ কৰিব নোৱাৰিলো। ঠাকুৰীয়া বোলা এজনে পাছত মাটি ডোখৰ কিনিলে। কাষতে থকা আঢ়ৈ কঠা মান খালি মাটি পাছত ৰামচৰণ দাস, লক্ষহীৰা দাসৰ পৰিয়ালে কিনিলে।

মোৰ চেনিকুঠি ঘৰটোত নিজৰ থকা নহল। মই গুৱাহাটী এৰি শ্বিলং ৰাজধানীলৈ চাকৰি সংক্ৰান্তত যাব লগা হল। ইয়ো এক বিচিত্ৰ কাহিনী। প্ৰথমতে ভূমিদেৱ গোস্বামী তিনিমাহ মান থাকি নগাঁৱলৈ বদলি হোৱাত মোৰ চেনিকুঠিৰ ঘৰটো গিৰীন ভট্টাচাৰ্যই ভাড়াত ললে। গিৰীন ভট্টাচাৰ্য হৈছে জ্ঞানপীঠ বঁটা বিজেতা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সৰু ভায়েক। সেই সময়ত গিৰীন ভট্টাচাৰ্যৰ লগতে বীৰেন ভট্টাচাৰ্যও আছিল। আৰ্থিক ভাৱে বীৰেন ভট্টাচাৰ্য সিমান সচ্ছল নাছিল। ফিচাৰ লিখা, প্ৰবন্ধ পাতি লিখা, আলোচনী সম্পাদনা কৰা প্ৰভৃতি কামতে ব্যস্ত আছিল। ভালকৈ চলিব পৰা আৰ্থিক অৱস্থা এটা তেওঁৰ নাছিল। সৰ্বদা লেখা পঢ়াতে ব্যস্ত আছিল। এটা আপোন ভোলা স্বভাৱৰ মানুহ জন। তেওঁক লগ পাবলৈ মোৰ চেনিকুঠিৰ ঘৰটোলৈ হেম বৰুৱা প্ৰমুখ্যে সমাজবাদী পাৰ্টিৰ নেতাসকল সঘনাই আহিছিল। গিৰীন ভট্টাচাৰ্য দুই তিনিবছৰ থকাৰ পাছত কামত বদলি হৈ গুৱাহাটী এৰি যাব লগাত পৰিল। বীৰেন্দ্ৰ ভট্ট ৰৈ গল। কামাখ্যা ভায়েক। লগতে থাকিল। ঘৰৰ ভাড়া ৫০ টকা। বীৰেন ভট্টাচাৰ্যৰ অৱস্থা দেখি

খুজিবলৈ মন নগল। তাতে মোৰ বন্ধু মানুহ। 'ইয়াৰুইঙ্গম' খন ছপাব পৰা নাই। লিখি পেলাই থৈছে। মই গুৱাহাটী বেংকত কাম কৰিছিলো - উজান বজাৰত ভাড়াঘৰত থকা মাকন বাইদেউ দুলাল ভিনদেউহঁতৰ ঘৰৰ পৰা। শ্বিলং চহৰ চাবলৈ মন যোৱাত বেংকৰ মেনেজাৰ দয়াল বৰুৱাক কৈ ১৫ দিনৰ ছুটি ললো। প্ৰথমতে আপত্তি কৰিছিল। পাছত যেনিবা ছুটি মঞ্জুৰ কৰিলে। কবলৈ গলে - কিবা চাকৰি বাকৰিৰ খবৰ পাঁওনেকি, সেই এটাও মোৰ উদ্দেশ্য আছিল। ঘুনুক ঘানাক কৈ গম পাইছিলো - গুৱাহাটী বেংকৰ আৰ্থিক অবস্থা ক্ৰমাৎ বেয়ালৈ গৈছে; ঋণ বিনিয়োগৰ ক্ষেত্ৰত, লগতে প্ৰশাসনীয় খেলিমেলিৰ বাবে বেংকটোৰ ভবিষ্যত উদ্বেগৰ কাৰণ হৈছে। এইবোৰ ওপৰ মহলাৰ হেড অফিচৰ ব্যাপাৰ। আমাৰ দৰে তলৰ কৰ্মচাৰীয়ে এইবোৰ গমকে নাপাওঁ। কোনেও কব নোখোজে, গোপনে ৰাখিব খোজে।

মই শ্বিলঙলৈ গৈ তাৰ লাইটুমখ্যাত স্থায়ী ভাৱে বসতি কৰা যোৰহাট সৰ্বাইবন্ধাৰ লক্ষেশ্বৰ বৰুৱাৰ ঘৰতে উঠিলোগৈ। এখেত আমাৰ সম্পৰ্কীয় মানুহ, দুলাল ভিনিহিহঁতৰ ককাই ভাই। লক্ষেশ্বৰ বৰুৱাক সকলোৱে দুখীয়া দাইটি বুলি ঘৰুৱা নামেৰে মাতে। দুলাল ভিনদেউৰ উপদেশমতে মই দুখীয়া দাদাৰ তাতে নামিলোগৈ। তেখেত শিক্ষা বিভাগৰ অধীক্ষক, সুদক্ষ প্ৰশাসনীয় বিষয়া, সচিবালয়ত বহে। সকলোৱে সমীহ কৰি চলে। তেখেতে আলহী হিচাপে নহয় ঘৰৰ লৰা বুলিয়েই আদৰ-সাদৰ কৰি মোক ৰাখিলে। আলহী ৰাখি পৰম আনন্দিত হোৱা দুখীয়া দাদা আৰু ভাণুবৌ দুয়ো ভৈয়ামৰ পৰা যোৱা আলহীক ঘৰত ৰাখি সহায় কৰে। এনে উদাৰ হৃদয়ৰ পৰিয়াল মই জীৱনত পোৱা নাই। খোৱা মেজত সৰ্বদা আলহী থাকিবই। নাথাকিলে তেখেতসকলে মনত শান্তি নাপায়। চাকৰি সংক্ৰান্তত বা শ্বিলঙলৈ ফুৰিবলৈ যোৱা বংশ পৰিয়ালৰ মানুহ গৈ প্ৰথমতে দুখীয়া দাদাৰ ঘৰতে নামেগৈ। নাম দুখীয়া হলে কি হ'ব, তেখেতৰ হৃদয় বহল, খোলা অন্তৰৰ। এদিন তেখেতে কথা প্ৰসংগত মোৰ কথা উলিয়ালে। মই বেংকত এটা সামান্য চাকৰি কৰা বুলি জানি, তাতে মোৰ অনিশ্চিত জীবিকাৰ কথা শুনি কলে, 'তুমি যদি শ্বিলঙত চাকৰি কৰিব খোজা, কিছুদিন অপেক্ষা কৰিব লাগিব। তুমি লাইব্ৰেৰীত চাকৰি এটা পালে ভাল হব। মই বাৰু ডিপাৰ্টমেণ্টত খবৰ লম।' মই বুজিলো, তেখেতৰ মোৰ প্ৰতি সহানুভূতি জন্মিছে।

সন্ধিয়া তেখেত কামৰ পৰা আহি কলে, মই খবৰ লৈছিলো। ডি. পি. আইকো সুধিছিলো। তোমাক দিব পৰা চাকৰি বৰ্তমান নাই। অলপ ভাবি আকৌ কলে, মই কওঁ -তুমি সদ্যহতে গানৰ স্কুল খনতে থাকা। তাত থকাৰ মই বন্দবস্ত কৰি দিম।

স্কুলখন নতুনকৈ খোলা হৈছে, ময়ে তাৰ চেক্রেটাৰী। স্কুল খন লাইট্রুমখ্যা টেক্সীষ্টেণ্ডৰ কাষতে। তাত তুমি থাকিবও পাৰিবা। সুবিধা আছে। ভাবি চিন্তি কৰা।

কোৱা প্ৰাসংগিক যে মই সৰুকালৰে পৰা নাচ শিকিছিলো। আগতে উল্লেখ কৰিছোৱেই যে গোলাঘাটত ছাত্ৰ অৱস্থাতে নৃত্য গুৰু প্ৰদীপ চলিহাই মোক নাচ শিকাইছিল। মাজে সময়ে সভা সমিতি, সাংস্কৃতিক অনুষ্ঠান আদিত নাচ প্ৰদৰ্শন কৰি প্ৰশংসাও পাইছিলো। দুখীয়া দাদাৰ পৰামৰ্শটো বেয়া নালাগিল। স্কুল খন চাই আহিলো। নাম প্ৰগতি সংগীত বিদ্যালয়। স্কুল খনৰ ছাত্ৰ-ছাত্ৰী ৫০/৬০ জন মান। এটা আসাম টাইপ ঘৰ। কেইবাটাও কোঠা আছে। প্ৰত্যেকতে ক্লাছ হয়। এটা গানৰ, এটা নাচৰ, এটা যন্ত্ৰ সংগীতৰ, আন এটা অফিচ। ছাত্ৰ-ছাত্ৰী প্ৰায় বোৰ ডাঙৰ ডাঙৰ অফিচাৰৰ লৰা ছোৱালী। স্কুল ঘৰটো কেন্দ্ৰ স্থলত, কাষতে ফ্ৰেন্স মটৰ ৱাৰ্কচ আৰু টেক্সী ষ্টেণ্ড। বাছ ষ্টেণ্ডো সমুখতে, বৰ সুবিধাজনক ঠাই। ভাড়া ঘৰ। অসমীয়া ডাঙৰ ডাঙৰ অফিচাৰ ইয়াৰ পৃষ্ঠপোষক। তেখেত সকলৰ লৰা ছোৱালী স্কুলৰ ছাত্ৰ-ছাত্ৰী। আৰ্থিক ভাৱে ভালেই।

মই দুদিনৰ পাছত ভাবি গুণী স্থিৰ কৰি পেলালো। গানৰ স্কুল খনতে মাষ্টৰ হম। তাৰ আগতে গুৱাহাটীৰ পৰা আহিবগৈ লাগিব। সকলো লেঠা মাৰিহে অহা সম্ভৱ হব। দুখীয়াদাদাক মোৰ সিদ্ধান্তৰ কথা কলো। তেখেতে ৰং পালে। নাচ জানো বুলি শুনি আৰু  ভাল পালে। এজন ভাল নাচৰ মাষ্টৰৰ প্ৰয়োজনো হৈছিল। দুখীয়াদাদাই পুনৰ কলে, তুমি  নাচৰ মাষ্টৰ হৈ সদায় থাকিব নালাগে। মই এডুকেশ্যন ডিপাৰ্টমেণ্টতে আছো। তোমাক এটা চৰকাৰী কামত সুমাই দিয়াৰ বিষয়ে যত্ন কৰিম। তুমি মাত্ৰ গানৰ স্কুলখনৰ ষ্টেণ্ডাৰ্ড  ভাল কৰাত সহায় কৰা। আমি অসমীয়া সকলে বহুত চিন্তা চৰ্চা কৰি এই সংগীত বিদ্যালয় খন পাতিছো। মই ইয়াৰ লগত বেছি জড়িত যদিও মোৰ সময় নাই। অফিচৰ কামো বেছি। তুমি হয়তো এই বিষয়ত বেছি সহায় কৰিব পাৰিবা। সেইদিনাই তেখেতে মোক স্কুল খনলৈ লৈ গল। দেওবাৰ আছিল। পুৱা ভাগৰ ক্লাছ চলি আছে। স্কুলৰ অফিচ চেক্রেটাৰীজনৰ লগত পৰিচয় কৰাই দিলে। ডেকা মানুহ। মুগাৰ পাঞ্জাবী পৰিধান কৰিছে। গোলমুখত সোণালী ৰঙৰ ডাঠ চচমা। দেখাত চকুত লগা। নাম নকুল ভূঞা। গানৰ স্কুলৰ যাবতীয় কাম নকুল ভূঞাই তদাৰক কৰে। তেওঁ স্কুল ঘৰৰ এটা কোঠাতে  থকা মেলা সুবিধা কৰি লৈছে। লগত আত্মীয় ফটিক ভূঞাও থাকে। তেওঁ আসাম ৰাইফলচ্ অফিচৰ কেৰাণী। পুৱাই যায় - ৰাতি ঘৰ চাপে।

দুখীয়া দাদাই নকুল ভূঞাক মোৰ বিতং পৰিচয় দি থকা মেলাৰ সুবিধা কৰি দিবলৈ নির্দেশ দিলে। এঘণ্টা মান ক্লাছবোৰ চাই এটা ধাৰণা কৰিলো। ভূঞাৰ লগত কথা বতৰা হৈ ভালেই পালো। মানুহজন সদালাপী, ঘৰ উজনি অসমত। দুখীয়াদাদাৰ লগত খোজ কাঢ়ি আহি দুপৰীয়া বাৰমান বজাত তেখেতৰ লুমৰি হিলচ্‌ত থকা বাসভৱন পালোহি। বাটত তেখেতে মোক কলে যে অহা মাহৰ শেষৰ ফালে গানৰ স্কুল খনৰ বছৰেকীয়া উৎসব পাতিবলৈ স্থিৰ কৰা হৈছে। ফাংশ্যনটো ভাল হলে আর্থিক সাহার্য্য বাঢ়িব লগতে স্কুলখনৰ সু-নাম হব, ছাত্র-ছাত্রী বাঢ়িব। তুমি কামত যোগদি এই বছৰেকীয়া উৎসৱৰ বাবে বছা বছা আয়টেম ঠিক কৰিবা। স্কুল খনৰ মেনেজিং কমিটিত, ফাইনেন্স ডিপার্টমেণ্টৰ উচ্চ বিষয়া গণেশ ফুকন, মিনিষ্টাৰ পূর্ণ চেতিয়া প্রভৃতি আছে। ফাংশ্যনটো ভালকৈ পাতিব পাৰিলে বহুত সুবিধা ওলাব। মই নকুল ভূঞাক সবিশেষ কৈছো।

পিচদিনাই মই গুৱাহাটীলৈ নামি আহিলো। শ্বিলং চহৰৰ সৌন্দর্যই মোক অভিভূত কৰিছিল। মনত এনেহে লাগিছিল যেন আকাশৰ পৰা হঠাৎ অহা এটা বিদ্যুতৰ চমকে মোৰ সর্বশৰীৰ মন উজ্বল পোহৰেৰে ভৰাই পেলালে। পাইন গছৰ গোন্ধে মোৰ নাকত এক নতুন মাদকতা আনিদিলে। আহিছিলো শ্বিলং চাবলৈ, যি খন আছিল মোৰ পিতৃদেৱৰ এসময়ত কর্মভূমি। জংঘল, পাহাৰ আৰু বৃষ্টিতে জন্ম এই চহৰ খন। শীতৰ চহৰ এই শ্বিলং চহৰখন। এই চহৰখনে মোক দিছে আশাৰ উদ্রেক, আসক্তি, ৰহস্য ভাল লগা প্রাকৃতিক দৃশ্য ৰাজি। সকলো মিলি মোক পুলকিত কৰি তুলিলে ভৱিষ্যতৰ সোণালী সপোনৰ কল্পনাৰে। ষ্টেট ট্রেন্সপর্ট বাছেৰে অকোঁৱা পকোঁৱা - শ্বিলং গুৱাহাটী ৰাস্তাত আহি থাকোতে মোৰ অনিশ্চিত ভৱিষ্যতৰ কথা ভাবিছিলো। দুখীয়াদাদাৰ পৰিপাটি আৰু আশাপূর্ণ কথা বার্তাই মোক ভবিষ্যতৰ শ্বিলঙীয়া জীৱনৰ নতুন পথৰ ইংগিত দিছিল। হয়তো এদিন মোৰ মনৰ বাসনা লাইব্রেৰীয়ান হোৱা লক্ষ্য পূৰণ হব। আগন্তুক সময়লৈ মই অপেক্ষা কৰিব লাগিব। দুখীয়াদাদায়ো তাকে কৈছিল- কিছুদিন অপেক্ষা কৰা —।

গুৱাহাটীলৈ আহি ভিনদেউ বাইদেউ হঁতক শ্বিলঙৰ সকলো কথা বিতংভাৱে কলো। তেওঁলোকেই মোৰ বিপদ - আপদৰ সাৰথি। মোৰ যাতে অসুবিধা নহয়, মই যাতে দুখত মন ভাঙি নেপেলাও সেই বিষয়ে তেওঁলোকে সদায় মোৰ হিত চিন্তা কৰিছিল। বাপদাদালৈ চিঠি এখন লিখিলো - দীঘল চিঠি। ভাবিলো বাপদাদাৰ উপদেশ লোৱা প্রয়োজন। ইফালে গুৱাহাটী বেংকৰ চাকৰি ইস্তাফা দিব লাগে। মেনেজাৰ বৰুৱা নাই। কলিকতালৈ গৈছে। উভতি আহোতে পলম হব। মুখ্য

গাণনিক দাসৰ হাততে পদত্যাগ পত্ৰখন দি মোৰ শ্বিলং চহৰৰ কথা, কামৰ সম্ভাৱনাৰ আশাৰ কথা বিনম্ৰৰে জনালো। দাস মহাশয়ে ইতস্ততঃ কৰিছিল যদিও মোৰ অনুৰোধ ৰক্ষা কৰিলে। মই বেংক এৰি যাব খোজাত সহকৰ্মী সকলে দুখ প্ৰকাশ কৰিলে। সচাকৈয়ে আমি এটা পৰিয়ালৰ দৰে কাম কৰিছিলো। বিপদত পৰস্পৰে পৰস্পৰক সহায় কৰিছিলো। চক্ৰবৰ্ত্তীয়ে মোক বিদায় দিবলৈ পাই অত্যন্ত বেজাৰ পাইছিল। এই জ্যেষ্ঠ কৰ্মচাৰীজনৰ তলতে মই কাম শিকিছিলো। মোৰ ঘৰুৱা বিষয়তো তেওঁ সহায় কৰি আনন্দ পাইছিল। তেওঁৰ বাবেই মই চেনিকুঠিত মাটি এডোখৰ লবলৈ সুবিধা পালো। মোক চাহ মিঠাই খুৱাই সকলোৱে বিদায় দিলে। মোৰ চকুচলচলীয়া হৈ গৈছিল। মেনেজাৰ বৰুৱা চাহাবক আহিবৰ সময়ত লগ নাপালো। বেজাৰ ৰৈ গল। পিচদিনা বেংকৰ পৰা ৰিলীজ অৰ্ডাৰটো লগতে এখন চাৰ্টিফিকেট দাস ডাঙৰীয়াৰ পৰা আনিলোগৈ। তেখেতে কাগজ দুখন দিয়াৰ আগতে কাম এৰাৰ বিষয়ে পুনৰ এবাৰ ভাবি চাবলৈ কৈছিল। মোক তেখেতে সৰু ভায়েক বুলি সদায় চেনেহে কৰিছিল। এইবোৰ প্ৰীতি মধুৰ বান্ধোন পাহৰা মস্কিল। মোৰ জীৱন পঞ্জীত গুৱাহাটী বেংকত কাম কৰা সময় খিনি অক্ষয়হৈ ৰৈ গৈছে।

এসপ্তাহৰ পাছত গুৱাহাটী এৰিলো। শ্বিলং চহৰৰ ভবিষ্যতৰ দিনবোৰে মোক চিন্তিত কৰি তুলিলে। এটা নতুন অভিজ্ঞতা, এটা নতুন পৰিবেশ। ভাবিছো এই নতুন যোগসূত্ৰ মোৰ বাবে হয়তো অপৰিহাৰ্য। মোৰ আত্মাৰ আধ্যাত্মিক অনুধাৱন। টালি টোপোলালৈ লুমৰি হিলচত থকা দুখীয়া দাদাৰ ঘৰত উঠিলোগৈ। তেখেতে মই মনস্থিৰ কৰি গুৱাহাটীৰ পৰা গুছি অহাত সন্তোষ পালে। পিচদিনাই মই সংগীত বিদ্যালয়লৈ থকাঠাই পৰিবৰ্তন কৰিলো। সৰু এটা কোঠালী, ৭ফুট, পাঁচ ফুট আয়তনৰ। বিচনা এখন কোনোমতে পাৰিব পাৰি। বাথৰুম উমৈহতীয়া সকলোৱে ব্যৱহাৰ কৰে। পায়খানা অলপ দূৰলৈ যাব লাগে। পানীৰ অভাৱ নাই। খোৱা বাহিৰত, নিজে খোৱা ঠাই বন্দবস্ত কৰিব লাগে। প্ৰথমতে থান থিত লাগোতে অসুবিধা অলপ থাকিবই। মোক নকুল ভূঞাই সকলো বুজাই দিলে। নতুন মানুহ বাবে মোক শ্বিলঙীয়া জীৱন যাপনৰ এটা আভাস দিলে, উপদেশো শুনালে। মই বুজিলো, ভূঞাৰ শ্বিলং সম্পৰ্কে ৱেল গ্ৰাউন্দেড, সকলো বিষয়ত সুবিদিত। শুভেচ্ছাৰ সৈতে তেওঁ, হা না সকলো বিষয়ে মোক উপদেশ দিলে। মই ভাল ছাত্ৰ এজনৰ দৰে সকলো বাক্য শ্ৰৱণ কৰি তেওঁক ধন্যবাদ জনালো। গিহেতু নকুল ভূঞাই স্কুলখন চলায়, সেইবাবে তেওঁক মান মৰ্যাদা দিয়াটো মোৰ কৰ্তব্য

বুলি ভাবিলো।

ৰাতিটো কোনোমতে কটালো। দুই তিনদিন মান দুখীয়া দাদাৰ ঘৰতে খোৱা বোৱা কৰিলো। মই থাকিবলৈ লোৱা ৰুমটো সজাই মেলি লওতে সময় লাগিছিল। হাতত পইচা আছিল বাবে মস্কিল নহল। এখন শোৱা খাট তুলি, লেপ, গাৰু, আঠুৱা প্ৰভৃতি, বালটি, মগ, চাহখোৱা পিয়লা আদি যাবতীয় বস্তু বাহানি কিনি আনি থকা ৰুমটো থান থিত কৰি ললো। ওচৰতে জয়ন্তীয়া বয়সিয়াল মহিলা এগৰাকীৰ দোকান। তাত ভাত খোৱাৰ ব্যৱস্থা আছিল। মই তাতে মাহেকীয়া গ্ৰাহক হলো। বুঢ়ীয়ে বৰ আস্ত ব্যস্ত কৰি ভাত সাজ খুৱায়। সৰু চাপৰ টুলত বহি ভাত খাব লাগে। তেলৰ চাকি জ্বলাই ৰন্ধা বঢ়া কৰে। মাছ সদায় থাকেই। পৰিস্কাৰ পৰিচ্ছন্ন আখল সকলো ৰন্ধাবঢ়া সা-সজুলি ৰেকত সজোৱা, হাত দিলেই পাব পাৰি। বুঢ়ীয়ে পৰিবেশন কৰি কৰি নিজৰ জীৱনৰ কাহিনী শুনায়। এসময়ত বুঢ়ীৰ অৱস্থা খুবেই ভাল আছিল। জোনাইত নিজা ঘৰ মাটি আছিল। গিৰীয়েক এংলো ইণ্ডিয়ান। যুদ্ধৰ সময়ত আহি ৰৈ গল। বুঢ়ী তেতিয়া গাভৰু। দেখিবলৈ গোলাপ ফুলৰ দৰে মৰম লগা। এগুৰচনৰ লগত তাইৰ হঠাতে চিনাকী হৈছিল এটা উৎসৱত। সিয়ো আছিল ডেকা লৰা। ডেকা লৰা আৰু গাভৰু ছোৱালীৰ বন্ধুত্ব গৈ সিহঁতৰ মাজত প্ৰেম উপজিল। দুয়ো বিয়া কৰি পেলালে। সিহঁতৰ দুজনী ছোৱালী জন্ম হল। এদিন এগুৰচন মটৰ দুৰ্ঘটনাত মৰি থাকিল। ছোৱালী দুজনী পাদুৰী চাহাবে পঢ়া শুনাৰ বাবে লৈ গ'ল। 'সিহঁতৰ আজি কালি খৱৰ নাই। বিচাৰিও নাপালো' – বুঢ়ীয়ে আক্ষেপেৰে কলে।

বুঢ়ীৰ কাহিনীৰ অন্ত নাই। তাইৰ জীৱনৰ টুকুৰা খৱৰ বোৰ মোক প্ৰায়ে কৈ গৈছিল। কেতিয়াবা দুখ কৰিছিলো, বৰ্তমানৰ অৱস্থাৰ কথা ভাবি। তাই অসৎপথলৈ যাব পাৰিলেহেঁতেন। কিন্তু তাই সেইবোৰত মন উভ্ৰাৱল নকৰি শ্বিলং চহৰতে এই সৰু দোকান খন চলাই জীৱিকা নিৰ্বাহ কৰি আছে। তাইৰ গ্ৰাহক বেছিভাগ অসমীয়া। অফিচ-টফিচৰ কেৰেণী পৰ্যায়ৰ। তাই আমাৰ কথাও সোধে, ঘৰ-বাৰী, সংসাৰ পৰিয়ালৰ খবৰ লয়। বুঢ়ীৰ কথাৰ অন্ত নহয়। গোটেইবোৰ লিখি পেলাব পাৰিলে এখন মনোগ্ৰাহী উপন্যাস হব। সেই গুণ তেতিয়া মোৰ নাছিল। মই শ্বিলঙলৈ আহিছো - চাকৰি এটাৰ অন্বেষণত। খাবৰ সময়তে বুঢ়ীৰ ৰসাল কাহিনীবোৰ শুনিছিলোঁ। বুঢ়ী হৈছে যদিও চেহেৰা পাটি পকা সুমথিৰা টেঙাৰ দৰে পূৰঠ মুখ, হৃষ্ট পুষ্ট চেহেৰা মেড বহুল। বুঢ়ীয়ে নামটো কৈছিল ৰেজিনা খংমেন। ৰোৰ্জ

বুলিয়েই লগৰ মানুহে মাতে। আমি কং বুলিয়েই সম্বোধন কৰিছিলো। বুঢ়ীৰ সম্পৰ্কীয়া মেৰিণাক অসমীয়া বাবু এটাই বিয়া কৰাইছে, লাবানৰ ফালে থাকে। কেতিয়াবা আহে, খবৰ বাতৰি লয়। মেৰিণাৰ অসমীয়া স্বামীৰ ফালৰ তিনিটা লৰাছোৱালী। সিহঁতৰ নামবোৰ অসমীয়া, বাবুজনৰ নাম কিবা ফুকন, শিৱসাগৰৰ ফালৰ মানুহ। শ্বিলঙত চাকৰি কৰা ২০/২১ বছৰ মান হল। শুৱলা খাছী ভাষা কব পাৰে। লাবাণতে স্থায়ীভাৱে বসতি কৰিছে। খাছী গীতো গাব পাৰে।

এতিয়া মোৰ নিজৰ কথালৈ আহো। থিতাপি লোৱাৰ পাছত নাচৰ ক্লাছ আৰম্ভ কৰিলো। নকুল ভূঞাই ছাত্ৰ-ছাত্ৰী খিনিৰ লগত মোক পৰিচয় কৰাই দিলে। সপ্তাহত চাৰিদিন ক্লাচ, এভাগে পুৱা (দেওবাৰ) ক্লাছ কৰে। চা-চিনাকী হৈ গম পালো প্ৰায় বোৰ উচ্চ পৰ্যায়ৰ অফিচাৰ শ্ৰেণীৰ লৰা ছোৱালী। ছোৱালীৰ সংখ্যাই অধিক। গানৰ স্কুলৰ শিক্ষক চাৰিজন। এজন বঙালী ওস্তাড মিঃ চক্ৰবৰ্ত্তী, তেওঁ ক্লাচিকেল সংগীত শিকায়। এজন বাদ্যযন্ত্ৰৰ খাছী শিক্ষক নাম জোচেফ লিংডো, খুব ভাল গীতাৰ বজায়। নাম থকা গীতাৰ বাদক। এজন তবলা মাষ্টৰ নামটো মনত পৰা নাই। বঙালী তবলাবাদক। কেইবা ঠাইতো ক্লাছ লব লাগে। প্ৰাইভেট টিউশ্যনো আছে। আৰু নতুনকৈ নিয়োগ হোৱা নাচৰ মাষ্টৰ মই। মই প্ৰদীপ চলিহাৰ পৰা শিকা নাচ আৰম্ভ কৰিলো। কৃষ্ণ নাচ, সূত্ৰধাৰী নাচ, গোপী নাচ প্ৰভৃতি। মোৰ লগত নাচৰ বোলবোৰ থকা বহীখন আছিল। সেই খনে বহুত সহায় কৰিলে। মই মুখেৰে বোল গাই ছাত্ৰ-ছাত্ৰী সকলক অংগী-ভংগী, ফুৰণ, পদ চালন, ৰস-সঞ্চাৰণ প্ৰভৃতিৰ শিক্ষা দিয়া আৰম্ভ কৰিলো। কবলৈ গলে এইটো চাকৰি আছিল মোৰ বাবে প্ৰত্যাহ্বান। আহিছিলো - লাইব্ৰেৰীয়ানৰ কাম বিচাৰি। হলোহি নাচৰ মাষ্টৰ। মণিপুৰীনাচৰ মাষ্টৰ জন কাম এৰি অন্য ঠাইলৈ যোৱাত তেওঁৰ ঠাই পুৰাব লগা হল। গ্ৰন্থাগাৰিক হোঁৱা বাসনা লাহে লাহে নোহোৱা হ'ল। মই নাচৰ মাষ্টৰ হৈয়ে সন্তুষ্ট লভিব লগাত পৰিল। নকুল ভূঞাই আগন্তুক বিচিত্ৰানুষ্ঠানৰ বাবে আয়টেম্ ঠিক কৰিবলৈ তাগিদা দিবলৈ ধৰিলে। মই ভাবি চিন্তি স্কুলৰ পৰা তিনিটা আয়টেম্ দিয়াৰ প্ৰস্তুতি আৰম্ভ কৰিলো। এদিন হঠাৎ দেখিলো কামৰূপী লোকগীতৰ ওজা যোগেশ ভৰালী আহি দুৰৰ পৰা মোৰ নাচৰ ক্লাছ চাই আছে। মই ভৰালীক ভালকৈ চিনি পাওঁ। গুৱাহাটী ৰেডিঅ' চেণ্টাৰৰ তেওঁ আছিল নিয়মীয়া শিল্পী। সুন্দৰ কণ্ঠস্বৰ, নিজে টোকাৰী বজাই গীত পৰিবেশন কৰে। ক্লাছৰ অন্তত ভৰালীৰ লগত কথা বতৰা হল। ইয়ালৈ অহা কাৰণ জানিবলৈ পাই ৰং পালো। মন্ত্ৰী মহেন্দ্ৰ মোহন চোধুৰী ডাঙৰীয়াই তেওঁক শ্বিলঙলৈ লৈ

আহিছে। গানৰ স্কুলত লোকগীতৰ অন্তৰ্ভূক্ত কৰিব লাগে। চৌধুৰী ডাঙৰীয়া গানৰ স্কুল খনৰ মুখ্য পৃষ্ঠপোষক। স্কুলখনক আৰ্থিক বিষয়ত তেখেতে বিস্তৰ সহায় কৰি আহিছে। মই ভৰালীৰ দৰে গুণী লোক এজনক সংগী হিচাপে পাই অশেষ সন্তোষ পালো। পাছলৈ ভৰালীয়ে মোৰ নাচৰ ক্লাছটোত খোল বজাই গীত গাই যন্ত্ৰ সংগীতত সুৰ দি সহায় কৰিবলৈ ধৰাত মই সকাহ পালো। ঘৰুৱা অনুভৱ কৰিলো।

যথা সম্ভৱ জ্ঞানেৰে মই নৃত্যৰ আংগিক অভিনয়ৰ লগতে নৃত্যৰ উৎপত্তি, নৃত্যৰ বিভিন্ন প্ৰকাৰ, পাত্ৰ পাত্ৰীৰ গুণাৱলী, হস্ত বিনিয়োগ, সংযুক্ত, অসংযুক্ত হস্ত বিনিয়োগ, দৃষ্টি বিনিয়োগ, ভাৱ প্ৰদৰ্শন, নাট্য, নৃত্য আৰু নৃত্য পদৰ তাৎপৰ্য্য, ভাৰত নাট্য শাস্ত্ৰৰ বিষয়ে সম্যক জ্ঞান, সাজ-সজ্জা, অংগৰাগ, কাহিনীৰ নৃত্যৰূপ প্ৰভৃতি বিষয় বোৰৰ জ্ঞান প্ৰদানৰ বাবে পাঠ্যক্ৰম তৈয়াৰ কৰি লৈছিলো আৰু সেইবোৰ সহজ আৰু সৰল ব্যাখ্যাৰে ছাত্ৰ-ছাত্ৰীক পাঠদান কৰিছিলো। মই পাৰ্যমানে সঠিক জ্ঞান দিবলৈ যত্ন কৰাত ছাত্ৰ-ছাত্ৰী সকলৰ সহাৰি পাইছিলো অকপট ভাৱে। লগতে আগন্তুক বিচিত্ৰানুষ্ঠানৰ বাবে তিনিটা নৃত্য প্ৰস্তুত কৰিলো। এটা একক, এটা যুগল, আৰু আনটো দলীয় নৃত্য। ৰামায়ণৰ কাহিনীৰ অৱলম্বনত নাচ কেইটা যুগুত কৰা হৈছিল, লগতে যন্ত্ৰ সংগীতৰো সংযোগ হৈছিল। আটাই কেইজন শিক্ষকে মোৰ প্ৰচেষ্টাত পূৰ্ণ সহায় আগবঢ়াইছিল। যোগেশ ভৰালীয়ে দুটা লোকগীতৰ, এটা বৰ গীতৰ আয়টেম প্ৰস্তুত কৰিছিল। ইয়াৰ উপৰিও কাৰ্য্য সূচীত গীতাৰ বাদন, খাছী লোকগীত, ঝুমুৰ নাচ প্ৰভৃতি অন্তৰ্ভূক্ত কৰা হৈছিল। দুখীয়া দাদাই দুদিনো বহু সময় ধৰি আমাৰ আখৰা চাইছিল। প্ৰগ্ৰেম যাতে আঢ়ৈ ঘণ্টাতকৈ দীঘল নহয় তাৰ বাবে চকু ৰাখিবলৈ উপদেশ দিছিল। তেখেতে মোক কাষলৈ মাতিনি কলে "ধন (মোৰ ঘৰুৱা নাম) তুমি এটা অকলে আয়টেম নিদিয়া কিয়? নাচৰ আয়টেম। তুমি নিজে এটা নাচৰ আয়টেম দিয়াটো ভাল হব। দুখীয়া দাদাৰ পৰামৰ্শটোৱে মোক বিবুদ্ধিত পেলালে। যোগেশ ভৰালীক কোৱাত তেওঁ প্ৰস্তাৱটো আনন্দ মনেৰে গ্ৰহণ কৰিবলৈ মোক জোৰ কৰিলে। যিহেতু বিচিত্ৰানুষ্ঠান পতাৰ উদ্দেশ্যই আছিল স্কুলখনৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰা আৰু বুজন আৰ্থিক অনুদান লাভ কৰা। নাচৰ মাষ্টৰ হিচাপে মই এটা একক নৃত্য পৰিবেশন কৰাটো উচিত হব বুলি আটায়ে কোৱাত মই মান্তি নহৈ নোৱাৰিলো। আগতে মই পৰিবেশন কৰা, প্ৰদীপ চলিহাই শিকোৱা এটা নৃত্য পুনৰ যোগ-বিয়োগ কৰি প্ৰস্তুত কৰিলো। লগতে যন্ত্ৰ সংগীতৰো সহযোগিতা প্ৰয়োজন হল। ভৰালীয়ে খোল ললে। পূৰ্বতে

লোৱা নৃত্য শাস্ত্ৰৰ অনুশীলনে মোক প্ৰদৰ্শন পদ্ধতিক এতিয়া সহায় কৰিলে। মোৰ নৃত্যটো ধ্ৰুপদী নৃত্যৰ আধাৰত ৰচিত। নাম গন্ধৰ্ব নৃত্য। প্ৰথমতে গুৰু বন্দনা, পাছত নৃত্য আৰু অভিনয়। দেৱ দেৱীৰ প্ৰীতিৰ অৰ্থে নানা নৃত্য ভংগীমাৰে সৃষ্ট এই গন্ধৰ্ব নৃত্য। বাঁহী, খোল, তাল, চেতাৰ হৈছে নৃত্যটোৰ মূল সহায়ক। অন্য বাদ্যযন্ত্ৰও সংযোগ হৈছিল নিৰ্ধাৰিত ভাৱ প্ৰকাশত। এডমাগুচ্ কলেজ হলত বিচিত্ৰানুষ্ঠান হৈছিল। নিমন্ত্ৰিত অতিথিৰে হল ঘৰ ভৰি পৰিছিল। অনুষ্ঠানত মন্ত্ৰী প্ৰমুখ্যে অনেক মুখীয়াল প্ৰশাসনীয় বিষয়া উপস্থিত আছিল। প্ৰায় আঢ়ৈ ঘণ্টা ব্যাপি আমাৰ সাংস্কৃতিক অনুষ্ঠান চলিছিল। মন্ত্ৰী পূৰ্ণ চেতিয়াই আদৰণী ভাষণ দি স্কুলখনৰ বিষয়ে দৰ্শকক অৱগত কৰাইছিল। তেখেত আছিল স্কুল খনৰ অন্যতম উপদেষ্টা, বৰ সৰবৰহী মানুহ. সকলোৱে ভাল পাইছিল। মোৰ নৃত্য পৰিবেশন ভাল হৈছিল। সকলোৱে আহি প্ৰশংসা কৰিছিল। দুখীয়া দাদাই আগভাগ লৈ সকলোৰে পৰিচয় দাঙি ধৰিছিল। শিক্ষাসচিব চুলতান চাহাবৰ লগত মোৰ পৰিচয় কৰাই দুখীয়া দাদাই স্কুলখনৰ স্বাৰ্থতে মোক এটা চাকৰি দি শ্বিলঙত ৰখাৰ বাবে খাটনি ধৰিলে। মোৰ নাচ চাই চুলতান চাহাব মুগ্ধ হৈছিল।

এমাহৰ ভিতৰতে মোৰ এটা চাকৰি হ'ল। দৰমহা ১০০ টকা, আসাম গৱৰ্ণমেণ্টৰ পাব্লিক লাইব্ৰেৰীৰ সহকাৰী লাইব্ৰেৰীয়ান। (Assistant Librarian) এই লাইব্ৰেৰীটো পুলিচ বজাৰৰ জেইল ৰোডত অৱস্থিত। ষ্টেট ট্ৰেন্সপৰ্টৰ সন্মুখতে থকা দুমহলীয়া আৰ চি চি বিল্ডিঙটোৰ ওপৰ মহলাত। তলত চপলা বুক ষ্টল আৰু এটা বেংকৰ কাৰ্যালয়। ওপৰ মহলাত দুটা ডাঙৰ কোঠা। ভিতৰৰ ফালৰটো কিতাপৰ ভঁৰাল, ৰেক ভৰ্তি কিতাপ, চৰকাৰী ৰিপোৰ্ট, গেজেটৰ বন্ধা কপি আৰু বাতৰি কাকতৰ দম। প্ৰথম কোঠাটোৰ একাংশত কেইখনমান টেবুল চকী বেঞ্চ। পঢ়াকোঠালি। এচুকত প্লাইবোৰ্ডৰে ঘেৰা এটা কিউবিক্‌ল জাতীয় সৰু খোটালি। তাতে লাইব্ৰেৰীয়ান বহে। সহকাৰী লাইব্ৰেৰীয়ান জন পঢ়াকোঠাতে বহে। এখন টেবুল এখন চকী। চতুৰ্থ পৰ্যায়ৰ কৰ্মচাৰী দুজন। এজন পিয়ন, এজন চকিদাৰ। আসাম গৱৰ্ণমেণ্ট পাব্লিক লাইব্ৰেৰীৰ ইতিহাস দীঘল। ইংৰাজ শাসক সকলৰ বাবে আজৰি সময় কটাবলৈ কিছুমান অনুষ্ঠান যেনে হোটেল, ক্লাব, চুইমিং পুল, লেক, গলফ ক্লাব, হৰ্সৰেস, পল'ফিল্ড, নাইট ক্লাব বাৰ প্ৰভৃতিৰ প্ৰয়োজন হৈছিল। তেনে এটা প্ৰয়োজন পূৰাবলৈ বুঢ়া চাহাব সকলৰ আৰু বুঢ়ী মেম সকলৰ বাবে এই লাইব্ৰেৰীটো স্থাপিত হৈছিল। ১৯০৪ চনতে চৰকাৰী নথি পত্ৰ, পুৰণি ৰেকৰ্ড, কিতাপ পত্ৰ ইয়াত ৰখা হৈছিল। এসময়ত গেইট চাহাবো এই লাইব্ৰেৰীৰ দায়িত্বত

আছিল। চাহাবৰ বাহিৰে নেটিভৰ ইয়ালৈ প্ৰৱেশ নাছিল। ইংৰাজে ভাৰতবৰ্ষ এৰি যোৱাৰ পাছত এই লাইব্ৰেৰীটো শিক্ষা বিভাগৰ ডি. পি. আইৰ অধীনলৈ অনা হৈছিল। সেই দিন ধৰি ডি. পি. আইৰ অৱসৰ প্ৰাপ্ত বৰবাবুজনেই নাম মাত্ৰ বানচত লাইব্ৰেৰীটো চলাই আহিছিল। মানে শৰীৰ সুস্থ অৱস্থাত থাকিলে এপাক মৰা, দৰমহা বিল, কাগজ পত্ৰৰ বিল তৈয়াৰ কৰি ডি. পি. আই অফিচলৈ চহীৰ বাবে পঠোৱা। এচিচ্‌টেণ্ট লাইব্ৰেৰীয়ান আছিল এজন ডেকা লৰা, হেন্দিক উপাধিৰ। মই সোমোৱাৰ আগতে তেওঁ উজনি অসমৰ চাহবাগিছা এখনত সহকাৰী মেনেজাৰ চাকৰি পাই গুছি গল। দৰমহা আছিল ৬০ টকা। তেওঁ যোৱাত খালি চাকৰিটো মোক দিয়া হল, দৰমহাও বাঢ়িল - এশ টকা কৰিলে। মই কামত যোগ দিয়াৰ সময়ত লাইব্ৰেৰী তদাৰক কৰিছিল গগন চন্দ্ৰ দে নামৰ জেইল ৰোডত থকা এগৰাকী বয়োবৃদ্ধ বঙালী ভদ্ৰলোকে। এওঁ ডি. পি. আই অফিচত বৰবাবু (Supdt) হৈ পেঞ্চন পোৱা লোক। চতুৰ্থ পৰ্যায়ত আছিল গম্ভীৰ কলিতা নামৰ কম বয়সীয়া লৰা এজন। ডি. পি. আই অফিচৰ বাইন্দাৰ ফাগুনাৰ লগা ভগা লৰা। পঢ়া শুনা বিশেষ কৰিব পৰা নাছিল-অভাৱ আৰু অসুবিধাৰ বাবে। লৰাজন আছিল বুদ্ধিমান। তেৱেঁই লাইব্ৰেৰী চলাইছিল বুলি কব পাৰি। দলবাহাদুৰ আছিল চকিদাৰ। হুচিয়াৰ আৰু তৎপৰ। লাইব্ৰেৰী খোলা সময় পুৱা ৯ বজাৰ পৰা দুপৰীয়া বাৰ বজালৈ; আকৌ আবেলি ৩ বজাৰ পৰা সন্ধিয়া ৭ বজালৈ। দেওবাৰ আৰু চৰকাৰী বন্ধ দিনত লাইব্ৰেৰী খোলা নাথাকে। পৰিবেশ সাধাৰণ। জেইল ৰোডৰ অৱসৰ লোৱা বুঢ়া লোকসকল হৈছে পঢ়ুৱৈ। খবৰ কাগজ পঢ়িবলৈ আহে। দূৰৰ পঢ়ুৱৈ নিতান্তই কম। চৰকাৰী নথিপত্ৰ, চেন্সাছ ৰিপোৰ্ট, গেজেটিয়াৰ প্ৰভৃতি চাবলৈ আহে প্ৰয়োজনবোধে। মই পঢ়া কোঠাত থকা সহকাৰী লাইব্ৰেৰীয়ানৰ আসন খনতে বহিলো। লাইব্ৰেৰীত সোমাই এটা নতুন শিহৰণ অনুভৱ কৰিলো। এই প্ৰফেশ্যন মোৰ বাবে যে অপৰিহাৰ্য, বিস্তৃত আৰু আশাভৰা সেই কথা স্মৰণ কৰি মই সাধ্যানুসৰি কামত মন দিলো। ক'ত আৰম্ভ কৰিম, কোন পথেদি আগবাঢ়িম, কোন উদ্ধৃত উদ্দেশ্যলৈ কামত হাত দিম, অনেক চিন্তাই মনত খেলিমেলি লগাইছিল। শূন্যতাক এই দুটা হাতেৰে সযত্নে সৃষ্টিৰ উপযোগী কৰিব লাগিব। গম্ভীৰেই একমাত্ৰ সম্বল। পুথিভঁৰালৰ বিষয়ে লাইব্ৰেৰীয়ান গগণ বাবুত কৈ গম্ভীৰ কলিতাহে বেছি সহায়ক হব বুলি মোৰ বিশ্বাস জন্মিল। এসপ্তাহ মান বুজি মেলি লওতে গল। কিতাপৰ লগত আত্মীয়তা স্থাপন কৰোতে সময় লাগিল। কিতাপৰ ৰেক বোৰৰ মাজে মাজে ঘূৰি চকু ফুৰালো। কিছু সংখ্যক কিতাপ ৰেকৰ পৰা উলিয়াই চকু

ফুৰালো। কিতাপবোৰ যেন এলাগী হৈ দিনৰ পাছত দিন ৰেকতে বন্দী হৈ আছে। কিতাপ কিতাপ হৈয়ে সোমাই আছে, পাঠক নাই, মানুহৰ আদৰ পোৱা নাই। মই স্থিৰ কৰিলো - এই জ্ঞানৰ ভঁৰাল কামত লগাব লাগিব, মানুহে এই সম্পদ ৰাজি উপভোগ কৰিব লাগিব। প্ৰত্যেক খন কিতাপৰে একোজন পঢ়ুৱৈ থাকিব লাগিব।

গগণ বাবুৱে কৈছিল, মই বুঢ়া মানুহ, লাইব্ৰেৰী কাম নাজানো। মই হিচাপ পত্ৰহে বুজি পাওঁ। আপুনি আহিলে যেতিয়া যি প্ৰয়োজন কৰক। মই মোৰ ফালৰ পৰা যিখিনি পাৰো সহায় কৰিম। মই তেখেতৰ মনটো বুজিব পাৰিলো। পেঞ্চন পোৱা বৃদ্ধ ভদ্ৰলোক। দিছে বাবে কামলৈ অহা যোৱা কৰিছে। ডি. পি. আই অফিচেই সৰ্বেসৰ্বা। তাৰ পৰাই লাইব্ৰেৰী নিয়ন্ত্ৰণ হয়। দৰমহা পাতি তাতে ড্ৰ হয়। আনিবগৈ লাগে। এনেকৈয়ে চলি আছে আসাম গভৰ্ণমেণ্ট পাব্লিক লাইব্ৰেৰী। মই নিৰাশ নহলো। প্ৰথমে এখন ইনভেণ্টৰি (Inventory) প্ৰস্তুত কৰাত হাত দিলো। লাইব্ৰেৰী সমুদায় ষ্টকটো মই জানিব লাগিব। ইয়াৰ পাছত বুকষ্টক। পুৰণি দিনৰ এখন ছপা কেটলগ পালো। সেই খনকে ভিত্তি হিচাপে লৈ ৰেকত থকা কিতাপৰ এটা ধাৰণা কৰিলো। এইবোৰ কাম সময় সাপেক্ষ, সময় লাগে, সহায়কাৰী লাগে। ভাগ্যে যেনিবা বুক ষ্টক Closed excess, পঢ়ুৱৈ ভিতৰলৈ সোমাই কিতাপ বাছিব নোৱাৰে। পুৰণি কেটলগখন চাই শ্লিপ দিব লাগে। পঢ়ুৱৈ যিহেতু কম, এইটো বিশেষ সমস্যা নহয় বুলি গম্ভীৰে জনালে। মই কি নিয়ম প্ৰবৰ্তন কৰিম, চিন্তা কৰিবলৈ ৰাখি থলো। কিবা এটা সংশোধনৰ দৰকাব। কিতাপ নিয়া প্ৰক্ৰিয়াটো চাই দেখিলো এখন ডাঙৰ চাইজৰ বহী সহকাৰী পুথিভঁৰালীজনৰ টেবুলতে থৈ দিয়া হয়। তেৱেঁই কিতাপ দিয়া নিয়া দায়িত্বত আছে। বহীত লেখি মেম্বাৰক সহকাৰী পুথি ভৰালী জনে কিতাপ ইচ্যু কৰে আৰু ঘূৰাই দিয়া সময়ত কাটি দিয়ে। বহীৰ ক্ৰমিক নম্বৰটো দুয়োটা প্ৰক্ৰিয়াত লিখি দিয়া হয় - ইছ্যু আৰু ৰিটাৰ্ণত। সেই মতে নম্বৰ চাই কিতাপ ফিৰৎ লোৱা হয়। এইবোৰ প্ৰথা আজি কালি নচলে। কিন্তু দোষ ধৰা থল নাছিল। এই হিচাপ যে ৰাখিছে সেয়ে বহুত। কিতাপৰ বৰ্গীকৰণ সূচীকৰণ একো নাই। মই গোটেই অৱস্থাটো নিৰীক্ষণ কৰি বুজিলো - আধুনিক পদ্ধতিলৈ আনিবলৈ বহুতো সংস্কাৰৰ প্ৰয়োজন।

মোৰ নিয়োগ পত্ৰ খন ডি. পি. আই অফিচৰ পৰা আনিব লাগে। মোক এখন ৰীতি সিদ্ধ নিয়োগ পত্ৰৰ প্ৰয়োজন। গগণ বাবুৱে বুজাই দিলে আৰু নিজেই ডি. পি. আই অফিচৰ পৰা কাগজ খন আনিব লাগিব বুলি উপদেশ দিলে। মই তেখেতৰ পৰামৰ্শ মতে গৈ ডি. পি. আই অফিচত বৰ বাবুক দেখা কৰিলো।

বঙালী ভদ্রলোক। অনুমতি লৈ ভিতৰ সোমালো। ব্যস্ত মানুহ। অপেক্ষা কৰিব লগা হ'ল। পৰিচয় দিলো। বিশেষ একো নকলে; বেলটো বজাই পিয়নজনক মাতি মোক নিয়োগ বিভাগলৈ লৈ যাবলৈ নিৰ্দেশ দিলে। এই বিভাগৰ বৰ বাবুক নমস্কাৰ জনাই মোৰ নিয়োগ পত্ৰ খন দিবৰ বাবে অনুৰোধ জনালো। 'অ' আপুনিয়েই তেন্তে বিলাত ফেৰৎ ৰাম গোস্বামী? লাইব্ৰেৰীয়ান পষ্টত আহিছে নহয়? কিমান দিন হল, ঘৰ ক'ত? লগৰ এজন কেৰাণীক কলে, মষ্ট বৰ লোক, লাইব্ৰেৰীয়ান পাচ' বলুনটো এইটা আবাৰ কি বিষয়? লাইব্ৰেৰী চালানৰ জন্যে কি পড়তে হয়? আমাৰাতো শুনে নেয়? মই ধৈৰ্য্যচ্যুত হোৱা অৱস্থা। কিন্তু খং দমাই কলো। মই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা লাইব্ৰেৰী চায়েন্স পাছ কৰি আহিছো, বিলাতৰ পৰা নহয়। বৰবাবুৱে কলে আপুনি এ. ডি. পি. আইক দেখা কৰি আহক। তাৰ পাছত অন্য কথা, কৈ তেওঁ কামত ব্যস্ত হৈ পৰিল। মই বিমৰ্ষমনে ওলাই এ. ডি.পি. আই চাহাবক সাক্ষাত কৰিবলৈ ৰুমৰ বাহিৰত অপেক্ষা কৰিলো। আধা ঘণ্টা মানৰ পাছত এ. ডি. পি. আই আহি ৰুমত সোমাল। লগতে দুজনমান ভিজিটৰ। মই পিয়ন জনৰ হাতত শ্লিপ এখনত মোৰ নাম, কি সকামত আহিছো লিখি পঠালো। অলপ পাছতে মোক মাতি পঠালে, চাহ খাই আছিল। মোক বহিবলৈ দিলে, চাহ একাপো অনাই দিলে। চাহ কাপ অমৃত যেন লাগিল। পিয়াহ লাগিছিল, ডিঙি শুকাই গৈছিল। এ ডি পি আইয়ে মোক কলে, তোমাৰ কথা শিক্ষা সচিবে মোক সকলো কৈছে। তুমি বোলে খুউৱ বঢ়িয়া নাচ দিলা। মই ফাংশ্যনলৈ যাব নোৱাৰিলো, নগাঁৱলৈ গৈছিলো। তুমি জইন কৰিলা নহয়? লাইব্ৰেৰীটো ভালকৈ সংগঠন কৰা। কিবা অসুবিধা হলে মোক জনাবা। মই সাহস পালো। ইমান ভদ্ৰ ব্যৱহাৰ, কথা বতৰা ইমান মাৰ্জিত? মই নিয়োগ পত্ৰখনৰ কথা কোৱাত তেখেতে কলে, অ সেইখন ইচ্যু হোৱাই নাই হবলা? ৰবা, বেলটো বজাই নিয়োগ বিভাগৰ বৰ বাবুক (যাক মই ইতিপূৰ্বে লগ পাই আহিছো-) মতাই পঠালে। বৰবাবু আহি ঠিয় হ'ল, মোলৈ এবাৰ চালে। এ. ডি. পি আইয়ে কলে, নিৰোদবাবু, এই লৰাজনৰ নিয়োগ পত্ৰ খন ইচ্যু কৰি দিয়ক। তেওঁক এডুকেশ্যন চেক্ৰেটৰীয়ে পাব্লিক লাইব্ৰেৰীটো অৰৰ্গেনাইজ কৰিবলৈ দিছে। মোক মাতি সকলো কৈছে। এচিষ্টেণ্ট লাইব্ৰেৰীয়ানৰ খালি পদটো আছে নহয়? সেইটো ভেকেন্সিতে তেওঁক এপইণ্ট কৰক। বৰবাবুৰ ভাষ্য - ডিপাৰ্টমেণ্টত কাগজপত্ৰ একো নাই চাৰ। এটা ফৰমেল অৰ্ডাৰ লাগে -- এ. ডি. পি. আইয়ে টেবুলখন খুচৰি কাগজ কেইখনমান উলিয়াই দি কলে, মই দিবলৈকে পাহৰিলো। এই খন তেওঁৰ দৰখাস্ত, লগত এইটো গৱৰ্ণমেণ্ট

অৰ্ডাৰ। নটচিটিত সকলো পাব। আপুনি তেওঁৰ এপইণ্টমেন লেটাৰখন ইচ্ছাকৰি দিয়ক। এডুকেশ্যম ডিপাৰ্টমেণ্টলৈ এটা কপি দিব। বৰবাবুৱে সেমেনা সেমেনিকৈ কাগজ খিনি লৈ ওলাই গল। মোক এ. ডি. পি. আয়ে ঘৰুৱা কথাও সুধিলে। বিলাতৰ পৰা অহা বেছি দিন হোৱা নাই। তাৰ লাইব্ৰেৰী বোৰৰ কথা মোক কলে, কিমান উন্নত ইত্যাদি ইত্যাদি।

এই সদাশয় এ. ডি. পি. আই জন আছিল ড° অশ্বিনী কুমাৰ বৰ কাকতি। তেখেতৰ ব্যৱহাৰত মই মুগ্ধ হৈছিলো। আৰু ভালপালো যেতিয়া গম পালো তেখেতেই লাইব্ৰেৰী বিষয়টোৰ প্ৰশংসনীয় কামবোৰ চাই বুলি শুনি। বৰবাবু নিৰোদ চক্ৰবৰ্ত্তী পাছত গৈ মোৰ প্ৰিয়ভাজন হৈ পৰিল। মোৰ এপইণ্টমেন লেটাৰ খন লাইব্ৰেৰীলৈ পঠাই দিব বুলি কোৱাত মই ডি. পি. আই অফিচৰ পৰা লাইব্ৰেৰীৰ ফালে খোজ ললো। ভাবি চিন্তি, দেখি শুনি বুজিবলৈ বাকী নাথাকিল যে ডি. পি. আইৰ কৰ্মচাৰী সকলে মোৰ আগমন সহজ ভাবে লব পৰা নাই। তেওঁলোকৰে অৱসৰ লোৱা বৰবাবু এজনক লাইব্ৰেৰীত পাৰ্ট টাইম চাকৰি। মই অহাত তেওঁলোকে ভালপোৱা নাছিল। মই উপলব্ধি কৰিছিলো যে অসম গৱৰ্ণমেণ্টৰ পাব্লিক লাইব্ৰেৰীটো আছিল এক অনাকৰ্ষণীয় অনুষ্ঠান। নামত লাইব্ৰেৰী কামত কিছুমান কিতাপৰ ভঁৰাল। পঢ়া শুনা শিক্ষিত লোকৰ কথা বাদেই, অনেক ভব্য-গব্য লোকৰ ধাৰণাত পুথিভঁৰাল আছিল এটা অলস জীৱনৰ নাযায় নুপুৰাই সময়বোৰ কটাবলৈ সুবিধা থকা এটা অনুষ্ঠান। জেইল ৰোডৰ বাসিন্দা বিশেষকৈ বুঢ়া পেঞ্চন পোৱা বঙালী সম্প্ৰদায়ৰ বাবে পুৱা গধূলি লাইব্ৰেৰীতে লগ হোৱা, বাতৰি কাকত পঢ়া এটা সুবিধাজনক কেন্দ্ৰ আছিল। খৱৰ কাগজৰ ক্ষেত্ৰত বঙলা সংবাদ পত্ৰ, মাষিক মেগাজীন, দুই এখন ইংৰাজী বাতৰি কাকত পঢ়াকক্ষত ৰখা হৈছিল। কৰ্মব্যস্ত মানুহৰ ইয়ালৈ সমাগম, কেতিয়াবাহে ঘটিছিল। সকলো শিক্ষিত মানুহ অন্য দিশত আকৰ্ষিত হৈছিল। মই বহুজনৰ পৰা তৰল মন্তব্য শুনিব লগাত পৰিছিলো। মই কব খুজিছিলো পুথিভঁৰাল সংগঠন আৰু সেৱা আগৰ দৰে প্ৰাণহীন অধ্যয়ন ক্ষেত্ৰ হৈ থকা নাই। মোৰ যুক্তিত কোনেও গুৰুত্ব দিব খোজা নাছিল। মই কিতাপৰ আদান প্ৰদান কৰা প্ৰথাটোত হতাশা বোধ কৰিছিলো। পৰীক্ষা কৰি চাই দেখিছিলো; শ শ কিতাপ লাইব্ৰেৰীৰ পৰা ওলাই গৈছে, ওভটাই দিয়া নাই। ইচ্ছামতে কিতাপ নিছে ঘূৰাই দিয়াত আগ্ৰহ নাই। লাইব্ৰেৰী কৰ্তৃপক্ষয়ো কিতাপ ঘূৰাই পোৱাত একো ফলদায়ক ব্যৱস্থা লোৱা নাই। মই গম্ভীৰৰ সৈতে খাটি, বহু পৰিশ্ৰম কৰি বাকী পৰি থকা কিতাপবোৰৰ লগতে ধাৰে নিয়া গ্ৰাহক জনৰ ঠিকনা (যিমান দূৰ

সম্ভৱ) সহ এখন তালিকা প্ৰস্তুত কৰিলো আৰু লাইব্ৰেৰীটো সংগঠন কৰি নিৰ্ভৰ যোগ্য অনুষ্ঠান ৰূপে গঢ় দিবলৈ এখন বিস্তৃত আঁচনি ডি. পি. আই আৰু শিক্ষা বিভাগত দাখিল কৰিলো। এই কামত দুমাহ সময় পাৰ হ'ল। মোৰ আঁচনিখন পাই চৰকাৰ সজাগ হ'ল। ইমান সৰহ সংখ্যক কিতাপ লাইব্ৰেৰীৰ পৰা গৈছে, বছৰৰ পাছত বছৰ ধৰি, ঘূৰাই দিয়া আগ্ৰহ নাই? মানে, ৰাজহৰ এটা বিৰাট অংক চৰকাৰৰ লোকচান হৈছে। মোক বাকী পৰি থকা অনাদায় কিতাপবোৰ ওভটাই অনাৰ বাবে ব্যৱস্থা হাতত লবলৈ চৰকাৰে পৰামৰ্শ দিলে। মই নটিছ জাৰি কৰিলো; প্ৰথম নটিছত শতকৰা দহ ভাগ কিতাপ ফিৰৎ আহিল। দ্বিতীয় নটিছখনত আৰু দহ শতাংশ কিতাপ পোৱা গল। তৃতীয় নটিছ খন ডি. পি. আইৰ চহীত প্ৰেৰণ কৰা হ'ল। দুবাৰমান ৰিমাইণ্ডাৰ দিয়াৰ পাছত সৰ্বমুঠ ত্ৰিশ শতাংশ লাইব্ৰেৰী কিতাপ ফিৰৎ আহিল। তাৰ পাছত নহা হ'ল। ইয়াৰ কাৰণ আছিল বহুতো লোকৰ ঠিকনা সঠিক নাছিল। কিছুমান মেম্বৰে শ্বিলং এৰি গল। কাৰণ বহুতো হব পাৰে। যি ত্ৰিশ শতাংশ পালো সেই খিনিয়ে চেষ্টাৰ সুফল বুলি গণ্য কৰি ভবিষ্যতৰ বাবে সাৱধান হোৱা ব্যৱস্থা কৰি লাইব্ৰেৰীৰ নিয়ম কানুন সলনি কৰি ফাইনৰ ব্যৱস্থা প্ৰবৰ্তন কৰা হ'ল। মই তৈয়াৰ কৰা লাইব্ৰেৰীৰ নতুন নিয়মাৱলী ডি. পি. আই অফিচত কিছু সংশোধন কৰি চৰকাৰৰ ঘৰলৈ পঠাই বিত্ত বিভাগৰ অনুমতি সহ গ্ৰহণ কৰা প্ৰয়োজন হৈছিল।

মই লাইব্ৰেৰীটো কঠোৰ পৰিশ্ৰম কৰি নতুন ৰূপলৈ আনোতে ৬ মাহৰো অধিক সময় লাগিছিল। লাইট্যমখ্যাৰ পুলিচ পইণ্টত থকা মোৰ বাসস্থান প্ৰগতি সংগীত বিদ্যালয়ৰ পৰা পুলিচ বজাৰত অৱস্থিত পাব্লিক লাইব্ৰেৰীলৈ মই খোজ কাঢ়িয়েই দুয়োবেলা অহাযোৱা কৰিছিলো। সেই সময়ত বাছৰ সেৱা আছিল কম। প্ৰায়বোৰ মানুহ খোজ কাঢ়িয়েই অহা যোৱা কৰিছিল। অফিচৰ বাবু সকলেও পদব্ৰজে অফিচ-কাছাৰিলৈ সময়মতে অহাযোৱা কৰিছিল। ডনবস্কৰ কাষেদি নামি গলেই গবৰ্ণৰ হাউছ, ৱাৰ্ডলেক, পুলিচ বজাৰ। মোৰ এই যাত্ৰাত যাওঁতে ২০/২৫ মিনিট সময় লাগিছিল। উভতি আহোতে অলপ বেছি সময়ৰ প্ৰয়োজন হৈছিল। কাৰণ পাহাৰীয়া ৰাস্তাত ওপৰলৈ উঠি আহিব লগা হৈছিল। বন্ধ দিনত ফুৰাচকা কৰিছিলো। ভালেই লাগিছিল। এটা সংস্থানত ব্যস্ত থাকিবলৈ পাই মই আনন্দ লাভ কৰিছিলো। শ্বিলঙৰ বতাহ পানীয়ে স্বাস্থ্যৰো উন্নতি কৰাত সহায় কৰিছিল। গোলাঘাটৰ ঘৰলৈ সঘনাই চিঠি পত্ৰ লিখিছিলো। মায়ে মোৰ বাবে বৰ চিন্তা কৰি থকাৰ বাবে মই মোৰ কুশল বাৰ্তা জনাই থাকিব লগাত পৰিছিল। গুৱাহাটীত থকা

বাইদেউ-ভিনদেউহঁতলৈকো নিয়মিত ভাৱে চিঠিৰ আদানপ্ৰদান চলিছিল। দেওবাৰৰ দিনটো মোৰ আছিল ব্যস্ততাপূৰ্ণ বন্ধৰ দিন। কাপোৰ কানি ধোঁৱা, চিঠিপত্ৰ লেখা, গানৰ স্কুলত নাচ শিকোৱা, আবেলি ফুৰাচকা কৰা ক'ত কাম। ইতিমধ্যে বহুতো চা-চিনাকি হ'ল, এটা সামাজিক যোগাযোগ গঢ়ি উঠিল। জয়ন্তীয়া কণ্ঠৰ তাতে ভাত দুসাজ খোৱা আগৰ দৰে অব্যাহত ৰ'ল। এঘৰ মানুহৰ লগত মোৰ ঘনিষ্টতা বেছি হ'ল। সেই ঘৰখন হৈছে যোগানন্দ দুৱৰা। গোলাঘাটৰ মানুহ, শ্বিলঙত চাকৰি কৰে, স্থায়ী হিচাপে বসবাস কৰিছে। মোক প্ৰায়ে ভাত খাবলৈ মাতি খুৱা খুৰীয়ে মৰম চেনেহ কৰি আপোন কৰি পেলাইছিল। দুৱৰা খুৰা ছুটি চাপৰ, গাঠলু শৰীৰৰ। বৰ ৰসিক আৰু সদালাপি ব্যক্তি। সেইখন ঘৰলৈ গৈ পৰিয়ালটোৰ লগত মোৰ এক মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। আনহাতে দুখীয়া দাদাৰ ঘৰখন মোৰ বাবে আছিল অতিকে আপোন। বন্ধৰ দিনত কেতিয়াবা কামৰ পৰা আহি তাঁলৈকে মই গৈছিলো। ভাণু বৌ আছিল সাদৰী মানুহ। মই গলেই পেট ভৰাই খুৱাইহে এৰিব। প্ৰায়ে মোক ভাত খাবলৈ মাতিছিল। ল'ৰা-ছোৱালী কেইটা জিত, দেবু, অঞ্জু, মঞ্জু বৰ মৰম লগা। মই গলেই সিহঁতৰ লগত খেলিব লাগে, নংঠুমাই পথাৰখনলৈ নি খেলিব লাগে, ফুৰিব লাগে। চাকৰি জীৱনৰ বহুত দিন পাৰ হৈ যোৱা ঘটনা। মাজু ল'ৰা ৰণজিৎ ভাৰতীয় বায়ু সেনাত যোগ দি দেশৰ হকে যুদ্ধ কৰি অকালতে প্ৰাণ বলিদান দিলে (১৯৭১)। সি বীৰ চক্ৰ লাভ কৰিছিল। ১৯৬৯ চনত দুখীয় দাদা সপৰিয়ালে গুৱাহাটীলৈ উঠি আহে। ১৯৭৫ চনত দুখীয়া দাদা ঢুকাল। ১৯৮২ চনত বৰজোঁৱায়েক ধীৰেণ শৰ্মাই কলিকতাৰ এটা শোকাবহ ঘটনাত অকালতে প্ৰাণ ত্যাগ কৰিলে। তেওঁ আসাম হাউচৰ ট্ৰেড এড্‌ভাইচাৰ আছিল। এওঁৰ মৃত্যুত পৰিয়ালটোত শোকৰ চাঁ পৰিছিল গভীৰ ভাৱে। ভাণুবৌৰো মৃত্যু ঘটিল ২০০৪ চনৰ ১৪ জুন তাৰিখে নিউ গুৱাহাটী বাসভৱনত। মোৰ এটা মধুৰ সম্পৰ্কৰ এনাজৰি চিগিল। মোৰ স্মৃতিত মাথো ৰৈ গ'ল শ্বিলঙৰ পাহৰিব নোৱাৰা দিনবোৰ! দুখীয়া দাদাই মোৰ জীৱন গঢ়াত স্নেহভৰা সহায় কৰিছিল। ঈশ্বৰ প্ৰদত্ত গুণেৰে তেখেতে মোৰ অন্তৰ ভৰাই তুলিছিল।

আগৰ কথা এটা কওঁ। এদিন এটা আকস্মিক ঘটনা ঘটিল। মই থকা সংগীত বিদ্যালয়ত। মই পুৱাবেলা লাইব্ৰেৰীৰ চাকৰিলৈ গৈ দুপৰীয়া বাৰ মান বজাত ভাত খাবলৈ আহি দেখিলো বিদ্যালয় ঘৰটোত জুই লাগিছে। নবেম্বৰ মাহৰ ঠাণ্ডাও পৰিছে মাত্ৰ। চাৰিওফালে লোকে লোকাৰণ্য। বিদ্যালয়ত হুলস্থূল পৰিবেশ। নকুল ভূঞাই বাদ্যযন্ত্ৰ আৰু আন আন বস্তু উলিওৱাত ব্যস্ত। পানী ঢলা মানুহে বাল্টিডে বাল্টিডে

পানী ঢালিছে। ফায়াৰব্ৰীগেড আহিছে। মোৰ কোঠাটো চেদেলি ভেদেলি হৈছে বস্তু বাহানী উলিয়াই পেলাইছে। গোটেই ঘৰটোত জুই লাগি বলৈ নাপালে। জুই নুমোৱা হল যদিও ঘৰটোৰ পুবফালে ভীষণ ভাৱে ক্ষতি হল। জুই কেনেকৈ লাগিবলৈ পালে? নকুল ভূঞাৰ ভাষ্যমতে গানৰ স্কুলৰ চকিদাৰ (অস্বফ্রিলাল) কঁহাৰৰ অসাৱধানতাৰ ফলত এই অগ্নিকাণ্ড ঘটিল। সি চিমনিত সৰল গছৰ মূঢ়া এটা জ্বলাই পানী গৰম কৰিছিল ভূঞাই গা ধুবৰ বাবে। সি মূঢ়াটো জলন্ত অৱস্থাতে থৈ কামলৈ গুছি গ'ল। আসাম ৰাইফলচ'ত পিয়ন জাতীয় কাম। জুই উমাই উমাই জ্বলি চিমনিয়েদি ওপৰ পালেগৈ আৰু ঘৰটোৰ পৰা জুইৰ শিখা বিয়পি পৰিল। মানুহে দেখি চিঞৰ বাখৰ কৰি জুই নুমোৱা কামত ব্যস্ত হ'ল। পুৱা ১১ বজাৰ পাছতে জুই চকুত পৰিছিল। কঁহাৰক মতাই আনি লপা-থপা কৰা হল। সি ভয়ত সৈ কাঢ়িলে, খৰি দাল নুমাই নোযোৱাৰ বাবদ এনে ঘটনা ঘটিল। এই অগ্নিকাণ্ডই গানৰ স্কুলখনক ক্ষতি সাধন কৰিলে। স্কুল বন্ধ হ'ল। অন্য ঠাই বিচাৰি চেক্রেটাৰী হায়ৰান হ'ল। শিক্ষক সকলক বিদায় দিয়া হ'ল। বহু কষ্টৰে স্থাপন কৰা এই গানৰ স্কুলখন এটা বিষাদভৰা পৰিবেশেৰে অন্ত পৰিল। আগৰ উদ্যম হেৰাই গল, ছাত্ৰ-ছাত্ৰীয়েও স্কুল পতাত আগ্ৰহ নেদেখুৱালে। যোগেশ ভৰালী (গান মাষ্টৰ) গুৱাহাটীলৈ গুছি গ'ল। মই ওচৰৰে এটা মেচত থকাৰ ব্যৱস্থা কৰিলো। দুখীয়া দাদাই স্কুলখনৰ এনে দূৰ্দশাত আটাইতকৈ মৰ্মাহত হৈছিল। তেখেতে আগৰ উৎসাহ হেৰুৱাই নতুনকৈ স্কুলখন খোলা প্ৰস্তাৱত আগ নাবাঢ়িল।

মই লাইব্ৰেৰীতে মনোনিবেশ কৰিলো। এবছৰ মানৰ ভিতৰত লাইব্ৰেৰীয়ে এটা নতুন ৰূপ লাভ কৰিবলৈ সমৰ্থ হল। মোৰ তৎপৰতা আৰু ব্যক্তিগত যত্নৰ ফলত লাইব্ৰেৰীৰ বাবে অধিক ধন পোৱা গল। বাতৰি কাকত, আলোচনী, কিতাপ কিনাৰ আয়োজন হল। আগৰ অনুদানৰ ৫ গুণ বেছি টকা লাইব্ৰেৰীৰ বাবে পোৱা গ'ল। তলত থকা চপলা বুকষ্টলক কিতাপৰ বাবে দিব লগা বহুদিনৰ বিলৰ টকা আদায় দিয়াত বুকষ্টলৰ মালিক বি, ভি, চৌধুৰী আহি মোক প্ৰশংসা কৰিলে। চপলা বুকষ্টল এখন পুৰণি সু-প্ৰতিষ্ঠিত কিতাপৰ দোকান। বহুতো অসমীয়া কিতাপৰ প্ৰকাশক। চৌধুৰী মানুহজন ভদ্ৰলোক, অমায়িক আৰু অধ্যয়নশীল। তেখেতৰ সংগ লাভ মোৰ বাবে পৰম আনন্দৰ বিষয় আছিল। পাব্লিক লাইব্ৰেৰীটোৰ বহুতো খা-খবৰ তেখেতে জানিছিল। মই এইবোৰ শুনি উপকৃত হৈছিলো। কিতাপৰ সাধু ব্যৱসায়ী ৰূপে চৌধুৰী মহাশয় সু-পৰিচিত। গগণ দে নামত হে লাইব্ৰেৰীয়ান। বুঢ়া মানুহ, তাতে হাঁপানী বেমাৰী। মোক কোনো কামতে হস্তক্ষেপ কৰা নাছিল। হিচাপ পত্ৰৰ ক্ষেত্ৰত তেখেতৰ হাত আছিল পৈনত। সকলো পৰিস্কাৰ, কতো হেৰফেৰ নাই। টকা

পইচাৰ হিচাপ লেন-দেন তেখেতৰ যোগেদিয়েই চলিছিল। কেতিয়াবা কামলৈ নাহে। খবৰটো মোক জনাবলৈ নাপাহৰে। তেখেতৰ সততা আৰু নিষ্ঠাৰ বাবে সকলোৱে শ্ৰদ্ধা কৰিছিল।

লাইব্ৰেৰীলৈ অহা পঢ়ুৱৈৰ সংখ্যা বাঢ়িল। নতুন নতুন কিতাপ, আলোচনী বাতৰি কাকতৰ সংখ্যা বৃদ্ধিৰ লগে লগে পঢ়ুৱৈৰো চাহিদা বাঢ়িল। পঢ়া কোঠালিত পঢ়ুৱৈ ক্ৰমাৎ বেছি হৈ আহিল। ঠাইৰ অভাৱ পৰিলক্ষিত হল। মাজতে দুগৰাকী বিশিষ্ট সাহিত্যিক লাইব্ৰেৰীলৈ আহি অধ্যয়ন কৰিছিল। এগৰাকী ড° সূৰ্য কুমাৰ ভূঞা আনজন ড° বিৰিঞ্চি কুমাৰ বৰুৱা; অসমৰ সন্মানীয় ব্যক্তি। ড° ভূঞাদেৱে বুৰঞ্জী বিষয়ক গ্ৰন্থ সমূহৰ এখন তালিকা প্ৰস্তুতি কামত আহিছিল। ত্ৰিপুৰা ৰাজ্যৰ বহুতো সমল এই লাইব্ৰেৰীত থকা সম্ভেদটো তেখেতে গম পাইছিল। প্ৰায় এসপ্তাহ জুৰি লাইব্ৰেৰীলৈ আহি ভূঞাদেৱে টোকা লিখিছিল। আন গৰাকী ড° বিৰিঞ্চি কুমাৰ বৰুৱা। যাৰ আশীৰ্বাদ ধন্য হৈ মই কলিকতা বিশ্ববিদ্যালয়ত লাইব্ৰেৰী চায়েঞ্চ পঢ়িবলৈ গৈছিলো, তেখেত আহিছিল জন সংস্কৃতিৰ গবেষণাৰ ক্ষেত্ৰত উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীয় সম্পৰ্কে তথ্য সংগ্ৰহৰ বাবে। মই তেখেতক পাই ক'ত থম ক'ত নথম লাগিছিল। মোৰ মানসিক প্ৰৱণতা বৰুৱা চাৰে বুজি মোক প্ৰশংসাৰ বাণী, ভবিষ্যতৰ সুন্দৰ উজ্জ্বল দিনৰ কামনা প্ৰদানেৰে আশীৰ্বাদ দিছিল। দুয়ো গৰাকী ব্যক্তিক মই পাৰ্যমানে কিতাপ-পত্ৰ দি তথ্য পাতি গোটাই সহায় কৰিছিলো। পাছত গম পাইছিলো ড° ভূঞাই মোৰ প্ৰশংসা কৰি অসমৰ মুখ্য সচিব আৰু শিক্ষা সচিবক কথা প্ৰসংগত শলাগি গৈছিল। ড° বৰুৱাই এ ডি, পি, আই ড° আশ্বিনী বৰকাকতিলৈ মোৰ সহায়ৰ গুণ বখানি এখন মূল্যবান চিঠি গুৱাহাটীৰ পৰা ডাক যোগে প্ৰেৰণ কৰি মোলৈকো কপি এটা দি দুলাইন মান অসমীয়াতে শুভ কামনা জনাই মোক কৃতাৰ্থ কৰিছিল। শিক্ষা সচিবে ড° ভূঞাৰ মন্তব্যটো পঢ়ি ভাল পাই মোলৈ এটা টোকা পঠাই অভিনন্দন জনাইছিল। এইবোৰ পাই মোৰ আনন্দতে চকুপানী ওলাইছিল। মই উৎসাহিত হৈছিলো।

অসমীয়া কিতাপ লাইব্ৰেৰীলৈ ক্ৰয় কৰাত অসমীয়া পাঠক সকলে ভাল পাইছিল। তেওঁলোক লাইব্ৰেৰীলৈ সঘনাই অহা দেখি মই পৰম সুখী হৈছিলো। অফিচত কাম কৰিও যে কিতাপ পঢ়া অভ্যাস ৰাখিছে, সেইটো বৰ্দ্ধিত অসমীয়া পঢ়ুৱৈ সকলেই প্ৰমাণ কৰি দেখুৱালে। মহিলা সভ্যাও লাহে লাহে বাঢ়িল। ঠাইৰ অভাৱত সৰু ল'ৰা-ছোৱালীৰ বাবে আচুতীয়া বিভাগ এটা খুলিব নোৱাৰাত মোৰ আক্ষেপ আছিল। সমাগম বৃদ্ধি পোৱাত গম্ভীৰ, দল বাহাদুৰ আৰু মোৰ ব্যস্ততা পূৰ্ণদমে বৃদ্ধি পালে।

ব্যস্ততাৰ মাজতে খাছীয়া কঙে চাহ আনি টেবুলতে দি যোৱা আৰম্ভ হ'ল। লাইব্ৰেৰী খোলা আৰু বন্ধ কৰা সময় সলনি কৰিব লগাত পৰিল। পুৱা নুখুলি ১১ বজাৰ পৰা সন্ধিয়া ছয় বজালৈ লাইব্ৰেৰী খোলা নিয়ম প্ৰবৰ্তন হল। সহকাৰী কৰ্মচাৰী এজন লোৱাও মঞ্জুৰ হল। পুৱাৰ ভাগতকৈ আবেলি পৰত পঢ়ুৱৈৰ সংখ্যা অধিক হোৱাত কামৰো সময় সেই ধৰণেৰে নিৰ্দ্ধাৰণ কৰা হ'ল। ৰবিবাৰে কেৱল পুৱা বেলা খোলা হৈছিল। এতিয়া ৰবিবাৰতো দুয়োবেলা খুলি পঢ়ুৱৈৰ আগ্ৰহৰ প্ৰতি সহাৰি জনোৱাত ৰাইজ সুখী হল। সোমবাৰে বন্ধ ৰখা নিয়ম অব্যাহত ৰ'ল।

সোমবাৰে মোলৈ এটা খবৰ আহিল। মোৰ নামটো শিক্ষা সচিবে 'কলম্বো প্লেন' চিনিয়ৰ ফেলোশ্বীপৰ যোগে অষ্ট্ৰেলীয়ালৈ যাবৰ বাবে ৰিকমেণ্ড কৰিব খুজিছে! মই ল'ৰালৰিকৈ লক্ষেশ্বৰ বৰুৱা (দুখীয়া দাদা)ৰ ঘৰ পালোগৈ। তেতিয়া তেখেত অফিচৰ পৰা আহি পাইছেহি মাত্ৰ। তেখেত সচিবালয়ৰ শিক্ষা বিভাগৰ সহকাৰী সচিব। (Under Secretary) চাহ-জলপান খাই খন্তেক জীৰাই তেখেত আহি মোৰ ওচৰ পালেহি। ড্ৰয়িং ৰুমত বহিল আৰু মোৰ খবৰ বাতৰি সুধিলে। মই মোৰ মনত উগুল-থুগুল লাগি থকা কথাটো উলিয়ালো। তেখেতে কলে, "এডুকেশ্যান চেক্ৰেটেৰীয়ে তোমাৰ নামটো ৰেকমেণ্ড কৰি গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়াৰ শিক্ষা বিভাগলৈ পঠাব খুজিছে। তাৰ পৰা নাম বিচাৰি এখন কাগজ আহিছে। তোমাৰ সবিশেষ বিৱৰণ (বায়োদাতা) খিনি লাগে। ফৰ্মখন তুমি অফিচত গৈ লৈ আহিবা। তাতে সকলো লিখা আছে। মই ভালকৈ চোৱা নাই। চেক্ৰেটাৰীৰ noting (short remark) টো দেখিছো মাত্ৰ। কথাটো কাকো কব নালাগে। একেবাৰে initial stage এনেকুৱা চাৰ্কুলাৰ দিল্লীৰ পৰা আহিয়ে থাকে। প্ৰত্যেকখন ৰাজ্যলৈ পঠোৱা হয়। তুমি কাইলৈ এডুকেশ্যান ডিপাৰ্টমেণ্টলৈ আহিবা। পঢ়ি চাবা কি আছে।"

কিছু সময় বহি ভাণুবৌৰ লগত কথা পাতি, ল'ৰা-ছোৱালীহঁতৰ লগত ৰং ধেমালি কৰি মই সন্ধিয়া ৮ মান বজাত মেচলৈ উভতিলো। লগতে দুখীয়া দাদাও আহিল। বজাৰত সোমাই মাছ কিনিব। আহোঁতে গানৰ স্কুলখনৰ কথা কৈ দুখ প্ৰকাশ কৰিলে। বহুত আশাৰে এই গানৰ স্কুলখন তেখেতে স্থাপন কৰিছিল এটা সজ উদ্দেশ্য আগত ৰাখি। স্কুলখনৰ সু-নাম সৰ্বত্ৰত প্ৰচাৰ হৈছিল আৰু আগ্ৰহী ছাত্ৰ-ছাত্ৰী অহা ক্ৰমাৎ বৃদ্ধি পাইছিল। নকুল ভূঞাই ষ্টানিলেণ্ডৰ ফালে স্কুলখন পুনৰ খোলা প্ৰয়াস কৰিছিল। কিন্তু নোৱাৰিলে। পৃষ্ঠপোষকতাৰ অভাৱত আগ বাঢ়িব নোৱাৰিলে। সকলো ঠান-বান হ'ল। ভূঞাই বেজাৰত ঘৰলৈ গ'ল। ফটিক ভূঞা লাবানৰ ফালে থাকিবলৈ ললে।

মই পিচদিনা সচিবালয়ৰ শিক্ষা বিভাগলৈ গৈ লক্ষেশ্বৰ বৰুৱাক লগ ধৰি কলম্বো প্লেনৰ কাগজখিনি ললো। বৰুৱাদেৱে মোক কাগজখিনি দি কলে, "তুমি পঢ়ি চাবা, আৰু লগত থকা ফৰ্মত ভুল নোহোৱাকৈ সবিশেষ জনাই মোক দি যাবাহি। এতিয়া যোৱা। লাইব্ৰেৰী কেনে চলিছে।" ইত্যাদি খবৰ সুধি মোক বিদায় দিলে। মই লাইব্ৰেৰীলৈ আহি নিজৰ টেবুলত বহি ওপৰে ওপৰে কাগজখিনি পাত লুটিয়ালো। এটা ধাৰণা ললো। পাছত সবিশেষ পঢ়ি চাম বুলি নিজৰ কামত ব্যস্ত হলো।

সন্ধিয়া মেচলৈ আহি চাহ-জলপান খাই কাগজখিনি মনোযোগেৰে পঢ়িলো। বহুত Particulars লাগে। মোৰ মনটো আশা-নিৰাশাৰ মাজত সোমাই পৰিল। পিচদিনা মই কাগজখিনি পুনৰ পঢ়িলো। মোৰ সম্পূৰ্ণ বায়ো-দাতা লাগে। লগতে শিক্ষাগত অৰ্হতাৰ চাৰ্টিফিকেটৰ কপি প্ৰভৃতি। দুদিন কষ্ট কৰি এপ্লিকেশ্যনখন পূৰা কৰিলো। জন্ম আৰু নেচনেলিটি, শিক্ষাগত সবিশেষ, পাচপোৰ্ট চাইজৰ ফটো তিনি কপি, চৰিত্ৰ আৰু স্বাস্থ্য সম্পৰ্কীয় প্ৰমাণ পত্ৰ আদি অনেক ৰিকুয়াৰমেণ্ট! সকলো শুদ্ধ ভাৱে জনাই দৰ্খাস্ত খন তিনদিনৰ মূৰত শিক্ষা বিভাগত জমা দি আহিলো। নিয়ম অনুযায়ী দৰ্খাস্ত খন প্ৰথমতে গগণ বাবুৱে মোৰ ওপৰৱালা হিচাপে ডি. পি, আই লৈ প্ৰেৰণ কৰিলে। মই হাতে হাতে নি এ.ডি.পি. আই ড° অশ্বিনী কুমাৰ বৰকাকতিৰ পৰা Recommend কৰাই নিব লগা হৈছিল। কোনেও একো নুশুধিলে। সম্ভৱ এনে ধৰণৰ দৰ্খাস্ত তেখেত সকলে ফৰৱাৰ্ড কৰি থাকে, এটা গতানুগতিক প্ৰক্ৰিয়া। লাইব্ৰেৰীৰ পৰা গধূলি উভতি দুখীয়া দাদাৰ (লক্ষেশ্বৰ বৰুৱা) ঘৰ পালোগৈ। তেখেতে চাহ খাই উঠি তামোল চোবাই আছিল। মোক দেখিয়েই হাঁহি এটা মাৰি কলে, "তুমি অফিচলৈ যাওতে মই চেক্ৰেটাৰীৰ ৰুমলৈ গৈছিলো। (মই মোৰ দৰ্খাস্ত খন অফিচৰ চুপাৰেন্‌টেণ্ডেন্ গৰাকীৰ হাতত দি আহিছিলো। মোক চিনি পায় আদৰ কৰে) তোমাৰ এপ্লিকেশ্যনখন Put-up কৰিবলৈ দিছো। কাইলৈ মই চেক্ৰেটাৰীৰ তালৈ পঠাম। তুমি কাইলৈ ভাটিবেলা ডিপাৰ্টমেণ্টলৈ আহিবা। চেক্ৰেটাৰীক দেখা কৰি যাবাহি। তোমাক মই চিনাকি কৰি দিম। বহুত পলমকৈ তেখেত অফিচত থাকে। তেতিয়াহে ফাইল চহী কৰে। বিদায় লোৱাৰ আগতে ভাণুবৌয়ে Special 'পৰমান্ন' এবাতি খুৱালে। মই তৃপ্তিৰে খাই বৌৰ গুণ গালো, ৰগৰো কৰিলো। সেইদিনা বোলে বৌৰ জন্ম দিন!

পিচদিনা দুখীয়া দাদাৰ পৰামৰ্শমতে সচিবায়লৰ শিক্ষা বিভাগলৈ গলো, আবেলি প্ৰায় পাঁচ বজাৰ লগে লগে। আজিকালিৰ নিচিনা কট্‌কটীয়া নিয়ন্ত্ৰণ ব্যবস্থা সেইদিনত নাছিল। আজিকালিৰ নিৰাপত্তাৰ নামত বহুতো হেঙাৰ আৰোপ কৰা হৈছে। আজি

সচি বায়লৰ চাৰিওফালে পুলিচ চন্তৰি, সন্দেহৰ পয়োভৰ। পৰা পক্ষত তালৈ যোৱাটো কোনো আত্মসন্মান থকা ভদ্ৰলোকে বাঞ্চা নকৰে। মন্ত্ৰী, পাৰিষদসকলৰ পদে পদে ভয়, শংকা আৰু আতংক। আমাৰ দিনত এনে ব্যৱস্থা নাছিল। সচিবালয়ৰ লগত জনসাধাৰণৰ এটা সহৃদয় সম্পৰ্ক ৰক্ষিত হৈছিল। ভয়, ভ্ৰান্তি, ত্ৰাস নাছিল। এটা পাৰস্পৰিক জনসংযোগ আছিল সেই সময়ৰ শাসন ব্যৱস্থাত। আজিকালি ভয়ত ভগৱন্ত পলায় অৱস্থা।

প্ৰায় ৬ বজাত মই চেক্ৰেটাৰীক দেখা কৰাৰ সুযোগ পালো। দুখীয়া দাদাই সাক্ষাৎ কৰাই দিলে। প্ৰথম দৰ্শনতে মোৰ ভয় ভাৱ নোহোৱা হ'ল। চেক্ৰেটাৰীয়ে থিয় হৈ হাত আগ বঢ়াই মোৰ লগত কৰমৰ্দন কৰিলে। এইজনা চেক্ৰেটাৰী নাম কিডোৱাই চাহাব। ক্ষীণ আকাৰৰ সুদৰ্শন পুৰুষ, সাজে পোছাকে, কথাই বতৰাই, ব্যৱহাৰ, ৰসিকতাৰে কিডোৱাই চাহাবে মোক যি ব্যৱহাৰ কৰিলে, তেনে ব্যৱহাৰ আজিকালি ব্যুৰোক্ৰেট্‌ৰ পৰা আশা কৰা নাযায়। আমোলাতান্ত্ৰিক শাসন ব্যৱস্থাত বহুতো পৰি বৰ্তন ঘটিছে। নিয়ম-কানুন অন্ধভাৱে অনুসৰণ কৰা হৈছে। কিডোৱাই আই. চি. এচ অফিচাৰ। কৰ্মঠ আৰু সদালাপী। দহ মিনিটৰ কথা বাৰ্তাতে মই তেখেতৰ বিচক্ষণতাৰ পৰিচয় পালো। সুদক্ষ শিক্ষা সচিবৰূপে এটা সু-নাম আছিল। মোৰ লগত ভঙা, ভঙা অসমীয়াতে কথা পাতিলে চিগাৰেট হুপি হুপি। লাইব্ৰেৰীৰ কথা সুধিলে। মোৰ বিষয়ে তেখেতে ইতিমধ্যে ৰিপোৰ্ট পাইছে। দুখীয়া দাদাই মাজতে মোৰ দৰ্খাস্তখনৰ কথা কলে। ফাইলটো দিয়া হৈছে বুলিও জনালে। মই এই বিষয়ত একো কব লগা নহ'ল। এটা বিনম্ৰ নমস্কাৰ জনাই তেখেতৰ পৰা বিদায় ললো। দুখীয়া দাদা ৰৈ গ'ল চেক্ৰেটাৰীৰ লগত কিবা চৰকাৰী কথা আলোচনাৰ বাবে।

পাছত কেইদিনমানৰ ভিতৰতে গম পালো। মোৰ দৰ্খাস্তখন শিক্ষা বিভাগে ৰিকমেণ্ড কৰি দিল্লীলৈ পঠাই দিছে। চূড়ান্ত খবৰ আহোতে পলম হব পাৰে। মই মোৰ কাম কৰিলো। এতিয়া ভাগ্যৰ কথা। কপাল ভাল হ'লে হব, নহলে নহব। ভাবি থকা কি লাভ? পুনৰ লাইব্ৰেৰীৰ কামত ব্যস্ত হৈ পৰিলো।

কেইদিনমান পাৰহৈ যোৱাত এ. ডি.পি. আই বৰকাকতি দেৱে মোক অফিচলৈ মাতি পঠালে। কিয় মাতিলে, মই গম ধৰিব নোৱাৰিলো। মই সেইমতে তেখেতক লগ ধৰিলো। মোক কলে যে বিত্ত মন্ত্ৰী মতি বৰা ডাঙৰীয়াই তেখেতৰ ল'ৰা-ছোৱালী কেইটাক পঢ়াবলৈ এজন ভাল Private tutor লাগে। সেই কামটো ময়ে কৰিব লাগে বুলি বৰকাকতি চাৰে মোক জনালে। মই থতমত খাই উঠিলো।

মই বৰকাকতি চাৰক কলো- যে শিক্ষকতা কৰা মোৰ অভিজ্ঞতা নাই। মই এনে কাম, তাকো মন্ত্ৰী মহোদয়ৰ ঘৰত কৰিবলৈ সাহস নাই। বৰকাকতি চাৰে নেৰিলে। বুজাই বঢ়াই মোক সন্ধিয়া লগত লৈ গল। মন্ত্ৰী মতিৰাম বৰা, সেই সময়ৰ প্ৰতিভাশালী আৰু ক্ষমতাবান বিত্ত মন্ত্ৰী। আগৰ বৰদলৈ থকা চৰকাৰী বাসভৱন আছিল। বৃহৎ কম্পাউণ্ডৰ ফুল গছৰ, পাইন গছৰ শাৰী শাৰী শোভাবৰ্দ্ধনৰ পৰিবেশ। বৰকাকতি চাৰ ঘৰুৱা লোক যেন ধাৰণা হল। মোক লৈ ভিতৰৰ বহা কোঠা পালেগৈ। শ্ৰীযুতা বৰাৰ লগত কথা বতৰা হৈ মোৰ পৰিচয় জনালে। চাহ জলপান খাই থাকোতেই মন্ত্ৰী বৰা অফিচ ৰুমৰ পৰা আহিল। বৰকাকতি চাৰে মোক লগত অনা কাৰণটো কোৱাত বৰা ডাঙৰীয়াই দুই এষাৰ কথা পাতি বংশ পৰিচয় ঘৰ বাৰীৰ বতৰা ললে। তেওঁৰ ল'ৰা অতুল, ভায়েক (নামটো পাহৰিলো), বায়েক বাছ্কি পঢ়াব লাগিব। কলে, দৰকাৰ হ'লে এচাৰিও লব লাগিব। বিশেষকৈ সৰু ল'ৰাটো অলপ অঘাইটং। অতুল বৰা পৰবৰ্তি কালত এজন নাম প্ৰতিষ্ঠিত আইনজ্ঞৰূপে জনাজাত আছিল। দুখৰ বিষয় তেওঁ অকালতে প্ৰাণ এৰিলে। সৰু ল'ৰাজনে মৰিগাঁৱত থাকে। ২০০৪ চনৰ আগভাগত এদিন গাড়ীৰে আহি মোক চেনিকুঠিৰ ঘৰত চিনাকি দি দীঘল দি পৰি সেৱা এটা কৰি কুশল বতৰা ললে। হাতত এটা মিঠাইৰ টোপোলা। টিউশ্যন কৰিবলৈ মই নিজে পঢ়া-শুনা কৰিব লগা হৈছিল। আন্তৰিকতাৰে দায়িত্ব পালন কৰাত মোৰ প্ৰতি এটা বিশ্বাস জন্মিছিল। অতুলহঁতেও মোৰ শিক্ষকতাৰ ফলত লাভবান হৈছিল। মন্ত্ৰী বৰাৰ চোতালত দৰ্শক প্ৰাৰ্থীৰ সমাগম দেখি তবধ মানিছিলো। সকলোৰে সমস্যা, ব্যক্তিগত, ৰাজহুৱা, বিবিধ বিষয়ত মানুহ আহিছিল তেখেতক দেখা কৰিবলৈ। সকলোকে তেখেতে যিমানদূৰ সম্ভৱ সহায় কৰিছিল। পিচফালে হাত দুখন একগোট কৰি চোতালত অহা-যোৱা কৰি কৰিয়েই তেখেতে কম সময়ৰ ভিতৰতে ওজৰ-আপত্তিবোৰ নিস্পত্তি কৰা লক্ষ্য কৰিছিলো। লগত আছিল বিষয়াবৰ্গ।

ছমাহ কাল ট্ৰিউশ্যন কৰাৰ পাছত বৰা ডাঙৰীয়াই কথাৰ মাজতে মোক কলে, “ৰাম তোমাৰ নাম আষ্ট্ৰেলীয়ালৈ উচ্চ শিক্ষাৰ বাবে পঠোৱাৰ ফাইলটো আজি মই ‘পাছ’ কৰি দিছো। আশ্বিনীয়ে কব। মই কোনো দিনে তেখেতক মোৰ ব্যক্তিগত কামৰ বিষয়ে কোৱা নাছিলো। মন্ত্ৰীৰ মুখেৰে খবৰটো পাই মোৰ চকু চলচলীয়া হ'ল।

খবৰ বুলিলেই বতাহ। দুখীয়া দাদাৰ ওচৰলৈ দৌৰ দিলো। তেখেতৰ মুখত হাঁহি দেখিয়েই মোৰ ভাল খবৰ বুলি ঠাৱৰ কৰিলো। এমাহৰ ভিতৰতে মই যাব লাগিব। Passport যোগাৰ আন আন যাবতীয় formalities কৰিবলৈ তেখেতে

উপদেশ দিলে। ভাৰত চৰকাৰৰ শিক্ষা বিভাগে ৫ গৰাকী ভাৰতীয় গ্ৰন্থাগাৰীকক এই স্কীমত নিৰ্বাচন কৰিছে। বিশ্বভাৰতীৰ এজন, নেচনেল লাইব্ৰেৰীৰ এজন (মহিলা) মাদ্ৰাজৰ এজন, আৰু দিল্লীৰ এজন, অসমৰ মই। সকলো বিতং কাগজ পত্ৰ যোগাৰ কৰি কলিকতাত থকা অষ্ট্ৰেলীয়া হাই কমিচনৰ লগত যোগাযোগ কৰিবলৈ অসমৰ শিক্ষাবিভাগে মোক নিৰ্দেষ দিলে। ইয়াৰ কপি ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰণালয়ৰ যোগেদি অষ্ট্ৰেলীয়া অফিচক জনোৱা হল।

ইফালে বাপদাইঁতে মোৰ সু-খৱৰটো পাই আনন্দতে গোলাঘাটৰ পৰা অভিনন্দন জনাই টেলিগ্ৰাম পঠালে। চিঠিও আহিল ভিনদেউ-বাইদেউহঁতৰ পৰা। সকলোৱে মোৰ সাফল্য কামনা কৰিলে। বাপদাদাই অষ্ট্ৰেলীয়াৰ বিষয়ে অ'ত ত'ত বিচাৰি কাগজ পত্ৰ, মানচিত্ৰ প্ৰভৃতি মোলৈ পঠালে।

সকলো যাৱতীয় যোগাৰ কৰি যাত্ৰাৰ বাবে সাজু হ'লো। অষ্ট্ৰেলীয়া হাইকমিশ্যনৰ অফিচৰ পৰা খৱৰ পালো নিৰ্দ্দিষ্ট তাৰিখ, সময় ভিচা প্ৰভৃতিৰ বিষয়ে। ঘৰলৈ এদিনৰ বাবে গৈছিলো- মাক সেৱা জনাই আশীৰ্বাদ লবলৈ। আহিয়েই শ্বিলঙত ভাৰত চৰকাৰৰ (Dept. of External Affairs) টেলিগ্ৰামৰ কপি এটা অসম চৰকাৰৰ যোগেদি (New Delhi. Ref 52/178 Dt January 8th 1952) পঠোৱা মই পালো। মুখ্য সচিবে পঠাই দিছে। মোৰ অষ্ট্ৰেলীয়া যাত্ৰা আৰম্ভ হ'ল কলিকতাৰ পৰা। ২২/২/৫২ তাৰিখে দমদম এয়াৰ পোৰ্টৰ পৰা ৰাতি Quantas Airways ত উঠি। বাপদাদাই মোক ইয়াৰ পৰা থবলৈ গৈছিল। ৰাতিটো Airport তে বহি কটালো। গুৱাহাটীৰ পৰা ভাৰত এয়াৰৱেজ (?)ত যাওতে ৰাধাগোবিন্দ বৰুৱাও গুৱাহাটীৰ পৰা কলিকতালৈ একেখন Plane ত উঠিছিল। তেওঁ মোৰ অষ্ট্ৰেলীয়া যাত্ৰাৰ বাতৰিটো পাই বিস্ময় মানিছিল যদিও মোৰ মংগল আৰু উন্নতি কামনা কৰি অভিনন্দন জনাইছিল। এদিন বৰুৱা চাহাবৰ তলতে মই এটা চাকৰি কৰিছিলো আৰু তৰ্ক কৰি কাম এৰি গুছি আহি ঘৰত সকলোৰে ককৰ্থনা খাইছিলো। আমাৰ প্লেন খন ছিঙ্গাপুৰ জাকাৰ্টা হৈ অষ্ট্ৰেলীয়াৰ ডাৰউইন বিমান বন্দৰ হৈ নৰ্ডান টেৰিটৰিয়েদি চিডনি এয়াৰপৰ্ট (নিউ চাউথ ৱেওচ) পালোগৈ। সেইদিনা আছিল ২৪ ফেব্ৰুৱাৰী পুৱা। ছিঙ্গাপুৰত এদিন ৰব লগা হৈছিল। এয়াৰপৰ্টৰ হোটেলত (ফাইভ ষ্টাৰ) যাত্ৰী সকলক ৰাতিটো থকাৰ সুবিধা কৰি দিয়া হৈছিল। ছিঙ্গাপুৰত মোক লগ পাবলৈ আহিছিল তাত থকা অসমীয়া পৰিয়ালৰ ইন্দ্ৰ কমল বেজবৰুৱা আৰু তেখেতৰ পত্নী। (ড° হেম বৰুৱাৰ জীয়েক পুতলি) মোক তেখেত সকল দুয়ো গৰাকীয়ে হোটেলৰ পৰা নিজ ঘৰলৈ নি তৃপ্তিকৰ অসমীয়া ভাত, টেঙা আঞ্জা (মাছৰ) খাৰ প্ৰভৃতিৰে আথে বেথে ভাত খুৱালে।

গুৱাহাটীৰ পৰা মোৰ যাত্ৰাৰ কথা বাপদাই জনাইছিল। মই আচৰিত হৈছিলো ৰেজবৰুৱা পৰিয়ালক ছিঙ্গাপুৰত পায়। অপাৰ আনন্দ অনুভৱ কৰিছিলো। সেই মৰম-চেনেহ মই আজিও কৃতজ্ঞতাৰে স্মৰণ কৰো।

অষ্ট্ৰেলীয়াত কোৱাৰেণ্টাইন আৰু ভ্ৰমণ প্ৰমাণ পত্ৰৰ পৰীক্ষা বৰ জৰুৰী। আমাৰ এইবোৰ আছিল বাবে অসুবিধা নহল। চিডনিত কেইঘণ্টামান জিৰণি লৈ কেনবেৰালৈ গলো। কেনবেৰা অষ্ট্ৰেলীয়াৰ ৰাজধানী। তাতে অমাৰ প্ৰশিক্ষণ আৰম্ভ। এদিন তাত থকা চিৰিয়াখানা চাবলৈ আমাক লৈ যোৱা হ'ল। এইখন জাতীয় চিৰিয়াখানা (National Zoo of A.C.T)। অতি আকৰ্ষণীয় পৰিবেশত চিৰিয়াখানা খন পৰিচালিত হৈছে। জীৱনত মই উট চৰাই আৰু কেঙ্গেৰু তাতে দেখিলো। উট চৰাইত উঠি পাক এটাও মাৰিছিলো। চিৰিয়াখানাতে আমি দুপৰীয়াৰ আহাৰ খালো। তাতে দেখিলো-পেঙগুইন চৰাই জাতীয় জন্তুবোৰে চাৰিওফালে নিৰ্ভয়েৰে ঘূৰি ফুৰিছে। বহু এলেকা আগুৰি এই জাতীয় চিৰিয়াখানা খন পৃথিৱীৰ ভিতৰত এখন লেখত লবলগীয়া পৰ্যটকৰ আকৰ্ষণ কেন্দ্ৰ।

কেনবৰাত অনুষ্ঠিত চেমিনাৰ খনত ভাৰতীয় ৫ জন আৰু ফিলিপাইনৰ ৫ জন লাইব্ৰেৰীয়ান উপস্থিত অছিল। এই চেমিনাৰ কেইবাখনো চহৰত আয়োজন কৰা হৈছিল। উদ্দেশ্য আছিল এনেকুৱা-

The Australian Libaray seminar will provide opportunities to Asian Libraians to become acquainted with Australia and the people of Australia and in particular to study the Libraries and then methods of adminstration and organisation. The visiting Librarians from India and the Philippines have come to Australia by the invitation of the Government of the commonwelth as the guests of the comonwelth. The visiting Librarians will attend insfructional courses and will be given opportunities of taking part in actual work in Australian Libraries of varions types.

The seminar has been arranged for the department of external Affairs by the commonwealth office of education and the commonwealth National Library in conjunction with the Library Association of Australia and the Australian UNESCO. committee fo Libraries, (Quoted from the speech of the Director, Australian Library Seminor, canboron the Rt. Hon. Sir John Lathum, Chief justice of Australia, Feb 24th, 1952.)

কেনবেৰাত মাৰ্চৰ শেষ পৰ্যন্ত চেমিনাৰ, ডিচকাছ্‌শ্যন প্ৰশ্নোত্তৰ প্ৰভৃতি চলিছিল। আমি প্ৰত্যেকেই নিজ নিজ দেশৰ লাইব্ৰেৰীৰ বিষয়ে কব লগা হৈছিল। আগতে

দাখিল কৰা 'পেপাৰ' পাঠ কৰা হৈছিল আৰু তাৰ ওপৰত আলোচনা চলিছিল। কোনোৱে কলেজ লাইব্রেৰী, বিশ্ববিদ্যালয় লাইব্রেৰী Special Library, technical Library, Children লাইব্রেৰী প্রভৃতিৰ ওপৰত পেপাৰ পাঠ কৰিছিল। ইয়াৰ পাছত আমাৰ নিজ নিজ বিষয়ৰ ওপৰত ভিত্তি কৰি asignment দিয়া হৈছিল। মোক মেলবোর্ণ পাব্লিক লাইব্রেৰীত প্রশিক্ষণৰ বাবে দিয়া হৈছিল। চেমিনাৰ বহিছিল চিডনি, মেলবোর্ণ ব্রীজবেন, এড্‌লেইড্ পার্থ চহৰৰ লাইব্রেৰীক কেন্দ্র কৰি। বিজ্ঞ আৰু খ্যাতনামা লাইব্রেৰীয়ান বিশেষজ্ঞ লোকে এইবোৰ চেমিনাৰ পৰিচালনা কৰিছিল। ইয়াৰ ফাকে ফাকে পার্লিয়ামেণ্ট চোৱা, নেচনেল লাইব্রেৰীলৈ যোৱা, বিভিন্ন শিক্ষা আৰু ৰাজহুৱা অনুষ্ঠান ভ্রমণ কৰা, ক্রিকেট খেল উপভোগ কৰা, মিউজিয়াম, ক'লা-সংস্কৃতি কেন্দ্রলৈ যোৱা আদি কার্যসূচী উপভোগ কৰা হৈছিল। ইয়াৰ বাহিৰেও আছিল ডিনাৰ, লাঞ্চ, টি পার্টি প্রভৃতিলৈ নিমন্ত্রণ। ভাৰতীয় হাই কমিছনাৰ আছিল ডালিপ সিং। বিখ্যাত ক্রিকেটাৰ নামে খ্যাত। তেখেতে আমাক চাহলৈ (High tea) নিমন্ত্রণ কৰি বহুত সময় ৰসাল কথা বতৰা হৈছিল। বৰ ব্যক্তিত্ব ভৰা মানুহজন। ৰগৰ কৰি বহুতো কথা কৈছিল। মোক কৈছিল, If you don't drink, you can't be a good Librarian! অষ্ট্রেলীয়াত পার্টিবোৰত Drink চলে তাকো মার্জিত ভাবে। পানী নচলেই বুলিব লাগে। ঠাণ্ডা দেশ, জলবায়ু ভাল। মানুহবোৰো হৃষ্ট-পুষ্ট, আনন্দ প্রিয় আৰু সদালাপী। মুকলি ঠাইৰ অভাৱ নাই। সাগৰৰ পাৰতে মূল চহৰ কেইখন অৱস্থিত! উত্তৰাঞ্চল তৰাং, মৰুভূমি সদৃশ। (australian Aborigins) অষ্ট্রেলীয়ান আদি বাসী থকা বিশেষ সংৰক্ষণ অঞ্চল। মিছনেৰী সকলে তেওঁলোকৰ শিক্ষা, সামাজিক উন্নয়ণ আদি কামত ব্রতী হৈ ভাল গঠনমূলক কাম কৰিছে। বিদেশী ভ্রমণকাৰীক সাধাৰণতে সেইবোৰ সংৰক্ষণ অঞ্চললৈ নিয়া নহয়। এসময়ত অষ্ট্রেলীয়া আছিল বৃটিছ কোলনী। চোৰ, ডকাইত, হত্যাকাৰী আদিক এই দুর্গম ঠাইলৈ শাস্তিৰ বাবে প্রেৰণ কৰা হৈছিল। পাছত ঠাইখনৰ উন্নতি হলতে চাহাব সকল আহি সুবিধা জনক ঠাইবোৰত স্থায়ীভাৱে বসতি কৰিবলৈ ধৰিলে। আজি অষ্ট্রেলীয়া এখন বিতোপন দেশ। বেমাৰ আজাৰ কম। মানুহবোৰ ৰঙীয়াল, ওখ পাখ, সুন্দৰ সুঠাম চেহেৰাৰ মই ব্রিজ বেনলৈ যাওতে ক্রিকেটৰ কিংম্বদন্তী পুৰুষ চাৰ ডন ব্রেডমেনক দেখা কৰিছিলো। আগতে লাইব্রেৰীপক্ষৰ পৰা মই appointment লৈ থোৱা আছিল। বয়স হলেও তেওঁ আছিল দেখনিয়াৰ ব্যক্তি। মই যাওতে (লগত ব্রিজবেনৰ লাইব্রেৰীয়ান আছিল) ব্রেডমেনে ফুলনিবাৰীত ফুল খুচৰি আছিল। হাফপেণ্ট, মূৰত টুপী। বাহিৰতে ৰদৰ পোহৰত বহিবলৈ দি তেওঁ হাত মুখ ধুই আমাৰ লগত বহিলহি। তেওঁ ভাৰতৰ কথা,

বিশেষকৈ ক্রিকেটৰ কথা বহুতো জানে। মই সেই বিষয়ত অজ্ঞ বাবে বিশেষ কব নোৱাৰিলো। তেওঁ ভাৰতীয় ক্রিকেটৰ মানকাড, ফাদকাৰ বিজয় হাজাৰে আদিৰ কথাও কৈছিল। মোৰ ৰাপ কেৱল কিতাপতে সীমিত নাৰাখিবলৈ চাৰ ডনে হাঁহি হাঁহি কৈছিল। চাহ বিস্কুট আহিল। চাৰ ডনৰ লগত বহিলো যদিও তেওঁ বীয়েৰ খালে। দুপৰীয়া সময় বুলি excuse বিচাৰিলে। মই ফটো দুখন লৈ গৈছিলো। ডন ব্রেডমেনৰ সেহতীয়া ফটো। ক্রিকেট খেলুৱৈ বেশেৰে। তেওঁলৈ ফটো দুখন আগবঢ়াই অট'গ্রাফ দিবলৈ অনুৰোধ কৰিলো। তেওঁ আনন্দমনে দুয়োখনতে চহী কৰিদিলে। মই উঠি ধন্যবাদ জনাই হাতখন ধৰি কৰমৰ্দন কৰি বিদায় ললো। এই জগত বিখ্যাত ক্রিকেট খেলুৱৈ গৰাকীক সো-শৰীৰেৰে লগ পোৱাটো মোৰ বাবে আছিল পৰম সৌভাগ্য, আৰু অষ্ট্রেলীয়া ভ্রমণৰ এটা স্মৰণীয় দিন। প্রায় ৪০ মিনিট সময় কটাইছিলো চাৰ ডনৰ লগত। লাইব্রেৰী কর্তৃপক্ষই এই সুবিধা কৰি দিয়াৰ বাবে মই ধন্য হৈছিলো। এই প্রবাদ পুৰুষ জনৰ মৃত্যু ঘটিছিল কেই বছৰমান আগতেহে। মই এটা শোকবাৰ্তা পঠাইছিলো আঞ্চলিক লাইব্রেৰীয়ান Miss এলিজাবেথ হলৰ ঠিকনাত। নাজানো পালেনে নাই ঘৰৰ মানুহে। ফটো দুখন ঘৰলৈ আনি এখন গোলাঘাটৰ ঘৰত আৰু আনখন মোৰ ভাগিন প্রয়াত মুকুল চন্দ্র বৰুৱাক দিছিলো। লগতে এটা কেপ, ব্রেডমেন কেপ বুলি জনাজাত।

মেলৰ্বোণত থাকোতে ক্রিকেট খেল চোৱা সুবিধা ওলাইছিল। হাৰ্ভে বাৰ্ণছ, মিলাৰ প্রভৃতিৰ খেল প্রদর্শন হৈছিল। অষ্ট্রেলীয়াত ক্রিকেটৰ প্রতি ধাউতি প্রবল। স্কুলীয়া দিনৰে পৰা প্রশিক্ষণ আৰম্ভ হয়। বাধ্যতামূলক বুলি কব পাৰি। বাগবি (নেচনেল গেইমছ?) আৰু ক্রিকেটৰ পাছতে গল্ভ খেল, অন্যতম জনপ্রিয় খেল। ডন ব্রেডমেনে ক্রিকেটৰ পৰা অবসৰ লৈ গল্ফ খেলত মনোনিবেশ কৰিছিল। তেওঁ সদায় এই খেল খেলিবলৈ বিচাৰিছিল। ডেকা সকলক এই খেল শিকাইছিলো। অষ্ট্রেলীয়াত ৰাজনীতিত মানুহে অবাবত সময় হানি নকৰে। সাধাৰণ জনসাধাৰণ ৰাজনীতিত সোমাব নোখোজে।

মই লাইব্রেৰী বিষয়ত মেলবোৰ্ণ পাব্লিক লাইব্রেৰীত ১১ সপ্তাহ আছিলো। তাৰ পাছত গৈছিলো চিডনি লাইব্রেৰীলৈ তাত ৬ সপ্তাহ মান প্রশিক্ষণ লৈছিলো। যিহেতু পাব্লিক লাইব্রেৰী বিষয়টোত মই জড়িত সেয়েহে অষ্ট্রেলীয়াৰ পাব্লিক লাইব্রেৰী পদ্ধতি ভালকৈ অধ্যয়ন কৰা প্রয়োজন হৈছিল। কেনবেৰাত প্রায় এমাহ কাল, নেচনেল লাইব্রেৰীত কাম শিকিছিলো। বাকী চহৰ কেইখনতো নির্দিষ্ট সময় অতিবাহিত কৰি মোৰ পুথিভঁৰাল অভিজ্ঞতা বঢ়াইছিলো। ভ্রমণ যাতে সার্থক হয়

সেই দিশত মই সচেতন আছিলো। Group Discussion বোৰ আছিল শিক্ষাপ্রদ। বাহিৰৰ পণ্ডিত সকলে এইবোৰত অংশগ্ৰহণ কৰি আমাক উপকৃত কৰিছিল। Hospitality আৰু Activities দুয়োটাতে মই লাভবান হৈছিলো। ৬ মাহৰ বাবে গৈ আৰু দুমাহ বঢ়াই দিয়াত আমি অধিক কাৰ্যসূচীত অংশগ্ৰহণ কৰিবলৈ সুযোগ পালো। চিডনি চহৰখনত থাকি ভাল লাগিছিল। তাৰ দলংখন চাবলৈ মানুহৰ ভীৰ হয়। বহুতো চাবলগীয়া ঠাই আছে অষ্ট্ৰেলীয়া মহাদেশত। পৰিস্কাৰ আৰু স্বাস্থ্য উপযোগী। উদ্যোগ চহৰ বুলি কব নোৱাৰি চিডনি বা মেলবোৰ্ণক। প্ৰায় ৯ মাহৰ পাছত মই স্বদেশ প্ৰত্যাবৰ্তন কৰিলো। উভটি আহোতে আমি জাহাজত আহিলো। বাকীবোৰে প্লেনত যোৱাটোকে স্থিৰ কৰিলে। আমাক উভতি যোৱা বিষয়ত এটা সুবিধা দিয়া হৈছিল। আমি প্লেনটো যাব পাৰো নতুবা জাহাজটো যাব পাৰো। জাহাজত অহাটোকে পছন্দ কৰিলত সেইমতে এমাহৰ আগতে টিকট কিনা হ'ল। আমি অহা জাহাজখন আছিল- ষ্টেথিডেন্। চিডনিৰ পৰা লণ্ডন পাইগৈ। বম্বেত যাত্ৰী নামে, উঠে। ২৮ দিন লাগে বোম্বে পাওতে। প্ৰায় দুহেজাৰ যাত্ৰী যাব পৰা এখন বিখ্যাত জাহাজ। সকলো সুবিধা আছে। খেলা-ধূলা, সাঁতোৰা, পষ্ট অফিচ, exchange Bank ফুৰা চকা, সকলো সা-সুবিধাৰে জাহাজখন যেনিবা এখন আধুনিক সৰু চহৰ। এটা দৃশ্য মনত ৰৈ গৈছে। চিডনি জাহাজ বন্দৰ এৰিবৰ সময়ত আমাক বিদায় দিবলৈ বন্দৰত উপস্থিত আছিল লাইব্ৰেৰীৰ মিঃ কেজি, এলিজাবেথ হল, মিঃ বেমাৰুণ, মিচ উইলমা ৰেড্‌ফৰ্ড, মিঃ হোবেন প্ৰভৃতি বিষয়া বৰ্গ। আমাক ফুলবটোৰা আৰু অষ্ট্ৰেলীয়ান স্কাৰ্ফ উপহাৰ দি বিদায় দিছিল। জাহাজৰ পৰা আমাৰ হাতত থকা ৰঙীন ৰিবণ প্ৰত্যেকেই ধৰি জাহাজখন বন্দৰ এৰালৈকে সংযোগ ৰাখিছিল। এইটো স্মৰণীয় দৃশ্য। লগতে বিষাদৰ চিন।

আন এটা দৃশ্য, আমাৰ জাহাজ (S S Stratheden) অষ্ট্ৰেলীয়াৰ চহৰ যেনে- পাৰ্থ প্ৰভৃতি চুই গৈছিল। ভাৰত মহাসাগৰত আগে পাছে জাহাজ খনে যেতিয়া ইকুৱেটৰ (Equator) অতিক্ৰম কৰিছিল তেতিয়া জাহাজত নাচ গান চলি এটা আনন্দমুখৰ উৎসৱ আৰম্ভ হৈছিল। যাত্ৰী, জাহাজৰ কৰ্মীসকল, কেপ্টেইন সকলোৱে এই নাচ গানত যোগ দিছিল। ময়ো নাচিছিলো। সকলো যাত্ৰী কেবিনৰ পৰা ওপৰৰ মহলাৰ খোলা ঠাইলৈ ওলাই আহিছিল। এজনে His Majesty king Neptune হৈ আমাক আশীৰ্বাদ দিছিল। লগতে দিছিল এখন চাৰ্টিফিকেট। তাত লেখা আছিল ঃ

"By command of His Majesty king Neptune Lord of the seas, Soverign of all occans Ruler of the waves, This is to certify that. R.C. Goswamee

on board S.S. Stratheden has been duly initiated as a son of Neptune according to the ancient rites & Ceremonies existing from the immemorial. We hereby grant him Freedom of the seas and charge all kippers, haddocks and other denizens of the deep from molesting him in anyway should be fall overboard. Given under our Hand on the Equator- Signed by Staff captain.

জাহাজখন আহি কলম্বো বন্দৰত লাগিলহি। কলম্বোত জাহাজ দুদিন থাকিব। আমি জাহাজৰ কেবিনতে থাকি, খোৱা বোৱা কৰি ইচ্ছা কৰিলে বাহিৰলৈ যাবৰ সুবিধা পাইছিলো। জাহাজৰ কর্তৃপক্ষই দুয়ো দিনৰ বাবে conducted tours যোগাৰ কৰিছিল নিজৰ পক্ষৰ পৰা। আমি পইচা ভৰিব লগা নাছিল। বাহিৰতে দুপৰীয়াৰ আহাৰ, সকলো জাহাজৰ খৰচত। পিচদিনা পুৱাই আমি জাহাজৰ পৰা পাৰলৈ নামিলো আৰু সাজু হৈ থকা বাছত উঠিলো। অনেকৰ হাতে হাতে কেমেৰা, যিটো মোৰ নাছিল। দুয়োদিন কলম্বোত চাবলগীয়া ঠাই, মঠ-মন্দিৰ, প্ৰাসাদ আদি দেখুৱালে। লগত এগৰাকী মার্কিন মহিলা- গাইড। সুন্দৰ বর্ণনাৰে আমাক শ্ৰীলংকাৰ পুৰণি কাহিনীৰ পৰা সাম্প্ৰতিক কাললৈকে সকলো বিৱৰণ দি গ'ল। বৌদ্ধ মঠ-মন্দিৰবোৰৰ স্থাপত্য, ভাস্কর্য, ধর্মীয় অনুশাসন প্ৰভৃতি আমাক জনালে। প্ৰাচীন সভ্যতাৰে ভৰপূৰ শ্ৰীলংকাৰ বিৱৰণ শুনি আমি বহুতো কথা গম পালো। ভাৰতবর্ষৰ লগত থকা সম্পর্ক, সেতুবন্ধ, ৰামায়ণৰ কাহিনী আদিৰ লগত শ্ৰীলংকা কেনেভাৱে জড়িত আছিল গাইড গৰাকীয়ে আমাক খৰচি মাৰি কৈ গ'ল। দুদিন কেনেকৈ পাৰ হ'ল, গমকে নাপালো। শ্ৰীলংকাৰ আহাৰ খোৱা জুটিও লোৱা হ'ল। এঠাইত নৃত্য-গীত বাদ্য অনুষ্ঠানো দেখিলো। অৱশ্যে Birds sight view খন্তেকৰ বাবে এটা ধাৰণা কৰিব পাৰিলো, শ্ৰীলংকাৰ কলা-কৃষ্টিৰ পয়োভৰ। দুদিনৰ পাছত জাহাজ পুনৰ চলিল বোম্বে অভিমুখে। ভাৰত ভূমিৰ পাৰে পাৰে আমি আগ বাঢ়িলো।

ঢৌৰ হেঁচাই আমাক কিছু আহুকাল (Sea sore) কৰিছিল যদিও স্বদেশৰ ভূমিস্পর্শৰ বাবে আমি সেই আহুকাল গণ্য নকৰিলো। অৱশেষত বোম্বে বন্দৰত জাহাজ ৰল। নমাৰ বাবে মন উত্ৰাৱল হৈ পৰিল। কাছ্তম (Customs) ফৰমেলিটিছত কিছু সময় লাগিল। অফিচাৰবোৰে যাত্ৰীক সন্দেহ কৰে অযথাই। সকলোবোৰ খুলি দেখুৱাব লাগে, Declaration মতে বস্তু আছেনে নাই, প্ৰশ্ন কৰে। ব্যৱহাৰ বেয়া দেখি দুখ লাগিল। অষ্ট্ৰেলীয়াত এনে ধৰণৰ অৱস্থা দেখা নাছিলো।

মই আৰু বিমল কুমাৰ দত্তই নামি টেক্সি ভূতৰ পাল্লাত পৰিলো। সকলোৱে যাত্ৰীক লৈ টনা আজোৰা, চিঞৰ-বাখৰ। আমি অফিচিয়েল কাউণ্টাৰৰ সহায় লোৱাত

আমাক ওচৰতে থকা Grand Hotel লৈ যাবলৈ উপদেশ দিলে। হোটেল জাহাজ বন্দৰৰ পৰা বেছি দূৰো নহয়। খোজ কাঢ়িয়েই যাব পাৰি। তথাপি এখন টাংগা লৈ আমি গ্ৰেণ্ড হোটেলত নামিলো। পৰিচয় পত্ৰ বিচাৰিলে। ইতিমধ্যে বন্দৰত থকা কাউণ্টাৰ ক্লাৰ্কজনে আমাৰ হৈ ফোন কৰিছিল। আমি তেওঁক অনুৰোধ কৰিছিলো- ব্যৱস্থা কৰি সহায় কৰিবলৈ। মাৰাঠি ডেকা, ফোঁটে-লগুনে খাটি ব্ৰাহ্মণ। ভাল মানুহ। গ্ৰেণ্ড হোটেলত দুজন থাকিব পৰা কোঠা এটা পালো। আমাক অষ্ট্ৰেলীয়াত থকা সময়খিনিত Commonwealth Technical co-operation ৰ senior fellowship য়ে পাব লগা সমুদায় খৰচ দিয়া হৈছিল। সপ্তাহে সপ্তাহে অষ্ট্ৰেলীয়া ষ্টাৰ্লিং পাউণ্ডত আমি চেক্ পাইছিলো। এইবোৰ আমাৰ হোটেল expense বা Travel expense নাছিল। এইবোৰ দিয়া হৈছিল ওপৰঞ্চি ব্যক্তিগত খৰছৰ বাবে। পইচা যথেষ্ট পাইছিলো। সন্দেহ নাই। তাৰে বস্তু কিনি ঘৰৰ পৰিয়ালবৰ্গলৈ উপহাৰ অনা, ৰোষ্টোৰাত খোৱা, প্ৰভৃতি কৰিও হাতত যথেষ্ট সঞ্চয় হৈছিল। গ্ৰেণ্ড হোটেলত থকা, বোম্বেত ফুৰা-চকা কৰা বয়-বস্তু কিনা আদিত খৰচ কৰিবৰ বাবে হোটেলৰ Foreign exchange counter ত অষ্ট্ৰেলীয়ান চেক ভঙাই লৈছিলো। কোনো অসুবিধা হোৱা নাছিল। বিমলে আশাকৰা মতে আমি দুদিন বোম্বেত থাকিলো। হোটেলৰ Conducted tour ত উঠি চহৰখন ফুৰিলো। চাবলগীয়া spot বোৰ দেখুৱালে। Tower of scilence চাই বিস্ময় মানিলো। মেৰিন ড্ৰাইভত ফুৰিলো, সাগৰৰ পাৰত দৃশ্যৱাজি উপভোগ কৰিলো।পাৰ্ল মাৰ্কেট ঘূৰিলো। তেতিয়াৰ বোম্বাই চহৰ আজি অবিশ্বাস্য ভাৱে পৰিবৰ্তন হৈছে। আধুনিক ফেশ্বন জীৱনধাৰা দেখিলে ভাৰতত থকা যেন নালাগে। সকলো ধৰণৰ চৰিত্ৰ আৰু কাৰ্য কলাপেৰে আজিৰ মুম্বাই ভৰপূৰ। আমি কিছু সংখ্যক বস্তু কিনিলো। দামদৰ কৰি। বিমলে দাম-দৰ কৰিব জানে। কলিকতাৰ অভিজ্ঞতা আছে। তৃতীয় দিনা আমি নিজ নিজ গন্তব্য স্থানলৈ যাবলৈ Air Ticket কাটিছিলো। মই ডম্‌ডম্ হৈ গুৱাহাটী লৈ, বিমলে কলিকতাৰ টিকট কিনিলে। হোটেলত সকলো ঠিক কৰি দিলে। আমি ঘৰ অভিমুখে যাবলৈ টালি টোপোলা বান্ধিলো। এখন টেলিগ্ৰাম কৰি গোলাঘাটৰ ঘৰক মোৰ আগমনৰ বাতৰি প্ৰেৰণ কৰিলো। হোটেলৰ পৰাই Plane গাড়ীয়ে আমাক উঠাই নিলেহি। বোম্বে চহৰ বাই বাই কৰি বহিলো। ডম্‌ডমত বিমল কুমাৰ দত্তৰ লগত বিদায় পৰ্ব আছিল বিষাদ ভৰা। গোটেই অষ্ট্ৰেলীয়াত বিমল আছিল মোৰ ঘৰুৱা। বঙালীতে কথাৰে পাতিছিলো, ৰগৰ কৰিছিলো। আৰু ক'ত কি? বিমলে ৰবীন্দ্ৰ সংগীত গাইছিল। তেওঁৰ ঘৰৰ কথা, স্ত্ৰীৰ কথা কৈছিল। নৱ-বিবাহিতা স্ত্ৰীক থৈ আহি তেওঁৰ মন প্ৰায়ে চৎফট কৰিছিল। মোক অন্তৰৰ কথা

কৈছিল অকপট ভাৱে। মাক বাপেকৰ অমতত অন্য জাতৰ ছোৱালী এজনীক প্ৰেমত পৰি তেওঁ বিয়া কৰাইছিল। দুয়ো একেলগে কাম কৰে Function ত যোগ দিয়ে। অভিনয় কৰে। মোৰ বিয়া হোৱা নাছিল। মাঁলে সৰ্বদা মনত পৰিছিল, ঘৰখনৰ পৰিয়াল বৰ্গলৈ বাইদেউ ভিনদেউহঁতলৈ, তেতিয়া আজিৰ দৰে মোবাইল ফোন বা যোগাযোগৰ দ্ৰুত সা সুবিধা নাছিল। চিঠি টেলিগ্ৰাম আছিল নিৰ্ভৰযোগ্য মাধ্যম। আজি দুয়োটা নোহোৱা বা প্ৰয়োজন বিহিন হৈ পৰিছে যেন ভাৱ হৈছে। আজি Computer ৰ যুগ, সকলোতে নতুনত্ব, চমকপ্ৰদ সা-সুবিধা।

যথা সময়ত প্ৰায় ৬ ঘণ্টা ডমডমত আমনি লগা সময় অতিবাহিত কৰি অৱশেষত প্লেনত উঠিলো। গুৱাহাটী অভিমুখে প্লেনখনে উৰা মাৰিলে।

গুৱাহাটী! মোৰ আদৰৰ গুৱাহাটীৰ মোহে মোক স্বপ্নবিভোল কৰিছিল। প্ৰথমে ভৰলুমুখত ললিতা বাইদেউৰ ঘৰত নামি বাইদেউক সেৱা জনালো। তেওঁলৈ এটা ভাল চুৰেটাৰ, দুই এপদ decorative Piece আনিছিলো। দিলো। বাইদেৱে মোক পাই আনন্দত চকুপানী টুকিলে। মৰমতে দুগালত চুমা খালে। মোৰ জীৱন খতিয়ানত ললিতা বাইদেউৰ অৱদান অপূৰণীয়। এদিন থাকিয়েই পিচদিনা পুৱা বাছত গোলাঘাট বুলি যাত্ৰা কৰিলো। গোলাঘাটলৈ যাবলৈ কমাৰ গাঁওত বাছ সলনি কৰি গোলাঘাটৰ লাইন বাছত উঠিব লাগে। সময়ো লাগে। ঘৰ পাওতে আবেলি ৫ মান বাজিল। গৰম কালিৰ বতৰ। ঘৰৰ ভিতৰৰ পৰা সকলো দৌৰি ওলাই আহিল মই অহা গম পায়। বাপদাদা নাছিল। ওলাই গৈছিল বজাৰৰ ফালে। অলপ পাছতে পালেহি। মোক পাই সাবটি ধৰিলে। সোণদাদাহঁতো গোট খালে। মোৰ পৰিধানত এটা ফুটফুটিয়া ৰং বেৰঙৰ অষ্ট্ৰেলীয়ান হাৱাই চাৰ্ট, পেণ্ট, মূৰত Sun hat! মোৰ আগমণ Hero worship ৰ দৰে লগাত মই লাজতে ৰঙা চিঙা পৰি গৈছিলো। Home coming কিমান আনন্দদায়ক সেইটো অনুভৱ কৰি মই বিভোলহৈ পৰিছিলো। দৌৰ মাৰি মাৰ ওচৰলৈ গৈ সেৱা কৰি গবা মাৰি ধৰিলো। কি অপূৰ্ব মাতৃ দৰ্শন! বহুত সময় নিমাত নিথৰ আৰু নিস্তব্ধ হৈ বৈ আছিলো। বৌহঁতক চাহ জলপানৰ যোগাৰ কৰি বলৈ বাপদাদাই পাকঘৰলৈ পঠালে। সেইদিনা সকলো বহিল মোৰ মুখেদি বিদেশ ভ্ৰমণৰ কথা শুনিবলৈ। ঠাট্টা, হাঁহি তামাছা, ৰগৰ, প্ৰশ্ন বান চলিল ৰাতি বহুত সময় ধৰি। মোৰ টোপনী নাহিল। কিবা উৎকণ্ঠা ভাৱ! ইয়াৰ কাৰণ বৌওহঁতে কলে, "এতিয়া ধন বাপাৰ বিয়া পতাহে কথা! অষ্ট্ৰেলীয়াত কোনোবা বগী গাভৰুৰ লগত..." অনেক ধৰণৰ আগ গুৰি নোহোৱা কথা! দেওৰেকৰ লগত এইবোৰ ধেমালি চলেই। প্ৰায় এসপ্তাহ কেতিয়া পাৰহৈ গ'ল ততকে ধৰিব নোৱাৰিলো। উপহাৰ খিনি উলিয়াই

গাইপতি দিলো। মাক এখন অষ্ট্ৰেলীয়ান খাটি উলৰ ৰাগ, এটা গৰম চুৱেটাৰ, বাপদাদালৈ এটা দামী চুৱেটাৰ আৰু অন্যান্য সামগ্ৰী। সোণ দাদালৈ এটা ঘড়ী। সকলোৰে বাবে সৰু হলেও এপদ দুপদ উপহাৰ আনিছিলো। বেছি ভাগ বোম্বেত কিনা। বিদেশৰ পৰা বহুত এনে ধৰণৰ সামগ্ৰী অনাত অসুবিধা আছে। বাকচ বুলিবলৈ এটা চুটকেছ আৰু এটা টিনৰ ট্ৰাঙ্ক। সকলোকে যি দিলো তাকে মৰমৰ চিন বুলি গ্ৰহণ কৰিলে। বৌৱে কলে, পঢ়িবলৈহে গৈছিল, ব্যৱসায় কৰিবলৈতো নহয়! সৰু হলেও সকলোৰে বাবে এটা নহয় এটা আনিছাতো। ননী বৌৰ এই সিদ্ধান্তই উপহাৰ পৰ্ব সিমানতে শেষ কৰিলে।

এসপ্তাহৰ মূৰত শ্বিলং যাবলৈ স্থিৰ কৰিলো। ঘৰৰ মোহে বৰ আমনি দিয়াত আৰু কেইদিনমান থাকি যাঁও বোলাত বাপদাদাই বাৰণ কৰিলে। কাৰণ শ্বিলং হৈছে মোৰ কৰ্মক্ষেত্ৰ। চাকৰি আছে, ৰিপোৰ্ট কৰিব লাগে। মোৰ খবৰ লৈ আছে বুলি বাপদাদাই.গম পাইছে। মায়েও কলে, যা চাকৰিৰ কথা, খতি নকৰিবি। লাগিলে আকৌ এবাৰ আহি যাবি, বিহুৰ সময়ত।

শ্বিলং যোৱাটো ঠিক হ'ল। মনটো কিবা সেমেকা লাগিল। এখন ভৰা ঘৰ, চেনেহৰ বান্ধোন চিঙি যোৱা নিৰ্মম যাতনা! সেই দিনত বাহিৰলৈ কম সংখ্যক মানুহহে গৈছিল, তাকো পঢ়িবলৈ বা ফুৰিবলৈ। মোৰ Home coming আছিল ঘৰখনৰ বাবে এটা আনন্দদায়ক পৰ্ব। পৰবৰ্ত্তী মোৰ মাৰ্কিন যুক্তৰাষ্ট্ৰ ভ্ৰমণত এই আন্তৰিকতা দেখিবলৈ পোৱা নাছিলো। কাৰণ আজি কালি বিলাতৰ ভ্ৰমণ সাধাৰণ ঘটনা হৈ পৰিল। কোন গ'ল, ক'লৈ গ'ল, কিহৰ বাবে গ'ল- এইবোৰত বিশেষত্ব নাইকিয়া হৈ আছিল। বিশ্বায়ন ঘৰুৱা হ'ল।

শ্বিলঙলৈ যাওতে গুৱাহাটীত এদিন মাকন বাইদেউ, দুলাল ভিনদেউক লগ ধৰি বলৈ ৰৈ আছিলো। মোলৈ দুয়ো অষ্ট্ৰেলীয়াৰ ঠিকনাত সঘনাই চিঠি দি আছিল। মোৰ পৰম হিতাকাঙ্খীৰূপে বাইদেউ ভিনদেউৰ ওচৰত মই সৰ্বদা ঋণী। টানে বিপদে দুয়ো মোক সহায় কৰিছিল। বিশেষকৈ চাকৰি বিহীন, সংস্থান বিহীন সময়খিনিত। মোক পাই দুয়ো অত্যান্ত আনন্দিত হৈছিল।

শ্বিলঙলৈ উভতি গৈ দুখীয়া দাদাৰ তাতে উঠিলোগৈ। সেই ঘৰখন মোৰ আদৰৰ, আগ্ৰহৰ। নিজৰ ঘৰৰ দৰে। দুদিনৰ পাছত লাইব্ৰেৰীত জইন কৰিলো। আগৰ পৰিবেশতে। গগণ বাবু অহা যোৱা কৰি আছে, অসুখীয়া বুঢ়া মানুহ। ওচৰতে থাকে। গম্ভীৰ আৰু দল বাহাদুৰ আছে। লাইব্ৰেৰী চলাই আছে। ডি,পি,আই, সচিবালয়

প্ৰভৃতিলৈ গৈ মোৰ প্ৰত্যাবৰ্তনৰ কথা জনালো। ইতিমধ্যে ভাৰত চৰকাৰৰ শিক্ষা বিভাগে চৰকাৰী খণ্ডত ৰাজহুৱা পুথিভঁৰাল স্থাপনৰ বাবে পঞ্চম বাৰ্ষিকী পৰিকল্পনাত টকা ধাৰ্য কৰিছিল। কেন্দ্ৰীয় শিক্ষামন্ত্ৰী আজাদ, শিক্ষা সচিব হুমায়ুন কবীৰ এই বিষয়ত পৰম উৎসাহী হৈ পুথিভঁৰালৰ উন্নতি কৰণক হকে Improvement of Public Libraries in India নামকৰণেৰে এখন আঁচনি গ্ৰহণ কৰিছিল। পণ্ডিত নেহৰুৱেও এই আঁচনিত আগ্ৰহ দেখুৱাইছিল। ৰাজ্যিক চৰকাৰক বিতং আঁচনি লবৰ বাবে নিৰ্দেশনা দিয়া হৈছিল। অসম চৰকাৰৰ শিক্ষা বিভাগে এই দায়িত্ব মোক দিলে। মই বিদেশৰ পৰা লাইব্ৰেৰী বিষয়ত উচ্চ শিক্ষা লৈ আহিছো বাবেই এটা সুদৃঢ় পেকেজ দিয়াৰ দায়িত্ব মোৰ ওপৰতে পৰিল। মই অসমৰ ভৌগলিক, সামাজিক শৈক্ষিক অৱস্থা অধ্যয়ন কৰি, দায়িত্ব বহনকাৰী চৰকাৰী বেচৰকাৰী অনুষ্ঠান সমূহৰ পৰা তথ্য আহৰণ কৰি ৰাজহুৱা পুথিভঁৰাল স্থাপনৰ এটা নেটৱৰ্ক প্ৰস্তুত কৰিলো। লগতে ভ্ৰাম্যমান পুথিভঁৰালৰ বাবে লাইব্ৰেৰী ভেন (Book mobile) ৰ ব্যৱস্থাৰ দিহা দিলো। অনেকে মোৰ আঁচনি অসমৰ বাবে প্ৰযোজ্য নহব বুলি সমালোচনা কৰিছিল। সেই সময়ত ডি. পি. আই আছিল ড° হিৰণ্য চন্দ্ৰ ভূঞা আৰু শিক্ষা সচিব আছিল ভাৰতীয় প্ৰশাসনীয় বিষয়া (I.A.S.) মিঃ বি, চি, কাপুৰ, বিত্ত বিভাগত গণেশ ফুকন। এওঁলোকে আলোচনা কৰি কিছু সংশোধনৰ সৈতে আঁচনিখন গ্ৰহণ কৰি দিল্লীলৈ প্ৰেৰণ কৰিলে। কাপুৰ চাহাব আছিল কৃতী প্ৰশাসনীয় বিষয়া। তেওঁ নিজে আঁচনিখন দিল্লীৰ পৰিকল্পনা আয়োগৰ বৈঠকত দাখিল কৰিলে আৰু অসমৰ ক্ষেত্ৰত ৰাজহুৱা পুথিভঁৰালৰ এটা কাৰ্যকৰী নেটৱৰ্কৰ যে প্ৰয়োজন বেছি, সেইকথা যুক্তিৰে দাঙি ধৰিলে। কাপুৰ চাহাবৰ লগত এ, ডি, পি, আই ড° অশ্বিনী বৰকাকতি আৰু মই গৈছিলো। লগত আছিল তথ্য সম্বলিত কাগজ- পত্ৰ কাপুৰ চাহাবে ব্যক্তিগত প্ৰচেষ্টাৰে আঁচনিত ধৰাতকৈয়ো অধিক টকা পৰিকল্পনা আয়োগৰ পৰা আদায় কৰিলে। বিত্তীয় বছৰ শেষ হওঁ হওঁ বাবে অন্য ৰাজ্যই খৰচ কৰিবলৈ অপাৰগ হোৱাত সেই টকাৰ এটা Surplus fund অসমৰ বাবে দিয়া হ'ল। কাপুৰ চাহাবে খৰচ কৰিব পাৰিব বুলি পৰিকল্পনা আয়োগক নিশ্চিত কৰিছিল। অসমৰ চৰকাৰী খণ্ডৰ ৰাজহুৱা পুথিভঁৰাল স্থাপনৰ বাবে ৩২ লাখ টকা মঞ্জুৰ হ'ল। ১৯৫৪ চনৰ আগভাগৰ কথা। তেতিয়া ৩২ লাখ যথেষ্ট বেছি টকা। ইয়াৰ বাহিৰেও লাইব্ৰেৰীভেন ৪ খন কিনিবলৈ ওপৰঞ্চি টকা আদায় কৰা হ'ল। কাপুৰ চাহাবে লাইব্ৰেৰীৰ বাবে নিজা ভৱন নিৰ্মাণত অধিক গুৰুত্ব দিছিল। তেওঁ বুজিছিল যে নিজা ঘৰ নাথাকিলে ভাড়াঘৰত লাইব্ৰেৰী স্থায়ী হব নোৱাৰে। ভৱন নিৰ্মাণ হলে লাইব্ৰেৰীৰ স্থায়িত্ব দৃঢ় হব। ভৱন হৈ গলে আনবোৰ আনুসংগিক

উপাদান পৰ্যায়ক্ৰমে আহি থাকিব।

এটা কথা কৈ থোৱা উচিত হব যে প্ৰথমতে লাইব্ৰেৰী ভৱনৰ লগত প্ৰেক্ষাগৃহ সংযোগ নাছিল। সেই সময়ত বিত্ত মন্ত্ৰী প্ৰভাৱশালী কংগ্ৰেছ নেতা মতিৰাম বৰাৰ পৰামৰ্শত লাইব্ৰেৰী ভৱনৰ লগতে প্ৰেক্ষাগৃহ সংলগ্ন হল। ড° হিৰণ্য ভূঞাই এই প্ৰস্তাৱ ভাল পোৱা নাছিল। তেওঁ কৈছিল- এনে সহ অৱস্থানে অধ্যয়নশীল পঢ়ুৱৈ সকলৰ শান্তিত বাধাৰ বাতাবৰণ সৃষ্টি কৰিব। কোলাহল আৰু নিস্তব্ধতা একেলগে সহবাস কৰাটো কঠিন। ড° ভূঞাৰ আপত্তি নৰজিল। বৰং প্ৰেক্ষাগৃহৰ ওপৰত ওপৰ মহলৰ পৰা গুৰুত্বহে দিয়া হ'ল। ড° ভূঞাই আৰু এটা আপত্তি দৰ্শাইছিল। তেওঁ কৈছিল যে কেন্দ্ৰীয় পুথিভঁৰালটো শ্বিলঙত নাসাজি গুৱাহাটীত সাজিব লাগে। কাৰণ গুৱাহাটী হৈছে অসমৰ সাংস্কৃতিক কেন্দ্ৰ, বৌদ্ধিক সমাজ আছে। কিন্তু বিত্ত বিভাগৰ সচিব (ড° এম, গোস্বামী) মান্তি নোহোৱাত ভূঞাৰ পৰামৰ্শ কামত নাহিল। ড° গোস্বামী যুক্তি আছিল যিহেতু ৰাজধানী শ্বিলং, ইয়াতে সচিবালয়কে আদি কৰি সকলো মূল অফিচ অৱস্থিত, সেইবাবে ৰাজ্যিক কেন্দ্ৰীয় লাইব্ৰেৰীটো শ্বিলঙতে থাকিব লাগে। নানা তথ্য আৰু জ্ঞানৰ সন্ধানত এনে এটা ৰেফাৰেন্স লাইব্ৰেৰীৰ প্ৰয়োজন আছে। ড° গোস্বামীৰ যুক্তি, তাতে বিত্ত বিভাগৰ অভিমত গ্ৰহণ কৰা হ'ল। সু-বৃহৎ কেন্দ্ৰীয় পুথিভঁৰাল শ্বিলঙতে নিৰ্মাণ হোৱাটো খাটাং হল। কিন্তু পৰৱৰ্তী কালত সত্তৰ দশকত যেতিয়া অসমৰ পৰা বিভক্ত হৈ মেঘালয় ৰাজ্য স্থাপন হ'ল, তেতিয়া উপলব্ধি কৰা হল যে আমাৰ দুৰদৰ্শিতাৰ অভাৱ আছিল বাবেই আমি হেৰুৱালো (অসমে) কেন্দ্ৰীয় পুথিভঁৰালটো, যিটো ভাৰতবৰ্ষৰ ভিতৰত এটা উচ্চ পৰ্যায়ৰ ৰাজহুৱা পুথিভঁৰালৰূপে স্বীকৃতি লাভ কৰিছিল। হেৰুৱালো বহু সংখ্যক দুস্প্ৰাপ্য, গৱেষণামূলক গ্ৰন্থ, দলিল পত্ৰ, ৰেকৰ্ড আৰু ঐতিহাসিক ভৰা পুঁথি- পত্ৰ। অনেক বিষয়ত আমি ভৱিষ্যতৰ কথা নাভাবো। আমি উদাসীন বাবেই মেঘালয়ত বহুতো সা-সম্পত্তি এৰি আহিলো। ৰাজধানী স্থানান্তৰ কামটো সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী শ্ৰদ্ধেয় শৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াই খৰটকীয়া কৰিছিল। শ্বিলঙত স্থায়ীভাবে বসতি কৰা অসমীয়া মানুহখিনিও বিভাজনৰ ফলত ক্ষতিগ্ৰস্ত হ'ল। ধীৰে সুস্থিৰে সময়লৈ সু-পৰিকল্পনাৰে ৰাজধানী গুৱাহাটীলৈ অহাটোৱেই মোৰ বোধেৰে উচিত হ'লহেতেন। এইয়া অৱশ্যে মোৰ ব্যক্তিগত অনুভৱহে। চৰকাৰি সিদ্ধান্তৰ সমালোচনা নহয়। পুথিভঁৰালত থাকি মোৰ অভিজ্ঞতাৰ পৰা এতিয়া কব পাৰো যে আমি এৰি থৈ অহাৰ পাছত ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালটোৱে শ্বিলঙত পূৰ্বৰ গৌৰৱ ৰখাত অসমৰ্থ হৈ পৰিল। মই কেইবাবাৰো শ্বিলঙলৈ গৈছো আৰু ৰাজ্যিক পুথিভঁৰালৰ

অৱস্থা দেখি বেজাৰ পাইছো।

শ্বিলঙ ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰাল ভৱন নিৰ্মাণৰ লগে লগে গুৱাহাটী নগাঁও, যোৰহাট, তেজপুৰ, শিলচৰ, ডিব্ৰুগড়, উত্তৰ লক্ষিমপুৰ, ডিফু, হাফলং প্ৰভৃতি সদৰ ঠাইবোৰত পৰ্যায়ক্ৰমে পুথিভঁৰাল স্থাপিত হল। নিজা ভৱনো নিৰ্মাণ হল। এইটো শুভলক্ষণ। এতিয়া এই সম্প্ৰসাৰণ বিস্তাৰিত ভাৱে জিলা মহকুমা, আনকি গ্ৰাম্য অঞ্চললৈ চলিছে।

১৯৫৩-১৯৫৪ চনতো মোৰ বাবে ব্যস্ততাৰ বছৰ। এফালে লাইব্ৰেৰী ভৱনবোৰৰ নিৰ্মাণ পূৰ্ণ গতিত আগবাঢ়িছে, আনফালে মোৰ সামাজিক কামত ব্যস্ততা বৃদ্ধি পাইছে। Hills and Plains উৎসৱ, অসম সাহিত্য সভাৰ শ্বিলঙত অনুষ্ঠিত ২২ শ তম্ অধিবেশন। দুয়োটা অনুষ্ঠানৰ সাংস্কৃতিক দিশত মই জড়িত হৈ পৰিছিলো। দুয়োটাতে বিজনী ৰাণী সবিতা দেৱীয়ে সাংস্কৃতিক বিভাগৰ সভানেত্ৰীৰূপে অভ্যৰ্থনা সমিতিৰ দায়িত্ব লৈছিল। মই সম্পাদক ৰূপে সমিতিত আছিলো। দুয়োটা আছিল গুৰুত্বপূৰ্ণ আৰু বহুজন সমবেত অনুষ্ঠান। অসমৰ সত্ৰ আৰু আন আন অঞ্চলৰ পৰা, পাহাৰীয়া অঞ্চলৰ পৰা শিল্পী গোট খাইছিল। মঘাই ওজাও গৈছিল- খোল বাদন প্ৰদৰ্শন কৰিবলৈ। সেই সময়ৰ ৰাজ্যপাল দৌলত ৰাম মহোদয়ে Hills and Plains festivals ত আগভাগ লৈছিল। লেডী হাইদৰী পাৰ্ক আছিল মূল আকৰ্ষণৰ স্থান। অসম সাহিত্য সভাও তাৰ সমিপতে অনুষ্ঠিত হৈছিল ১৯৫৩ চনৰ নবেম্বৰ মাহত। সভাপতি আছিল ড° সূৰ্য কুমাৰ ভূঞা। সাহিত্য সভা উপলক্ষে ৮ আৰু ৯ নবেম্বৰৰ সন্ধিয়া ৬-৩০ বজাৰ পৰা আৰম্ভ হৈছিল সাংস্কৃতিক সন্মিলন। এই অনুষ্ঠানৰ উদ্বোধক আছিল সেই সময়ৰ অসম বিধান সভাৰ মাননীয় অধ্যক্ষ শ্ৰীকুলধৰ চলিহাই। লোকে লোকাৰণ্য অনুষ্ঠানত সকলো সম্প্ৰদায়ৰ লোকে যোগ দিছিল। শ্ৰদ্ধেয় তীৰ্থনাথ শৰ্মাই শংকৰদেৱৰ পাৰিজাত হৰণ নাটকৰ ওপৰত এটি মনোমুগ্ধ বক্তৃতা দিছিল। শ্ৰদ্ধেয় হেম বৰুৱা (অধ্যক্ষ, বি, বৰুৱা কলেজ, সু-প্ৰসিদ্ধ বক্তা) অসমৰ বাৰে বৰণীয়া ক'লা কৃষ্টিৰ ওপৰত জনজাতীয় প্ৰভাৱ বিষয়ত এটা তথ্য সমৃদ্ধ বক্তৃতা দিছিল। সাংস্কৃতিক কাৰ্যসূচীত দুলাল সূত্ৰধাৰৰ বৰগীত, খাচী লোকগীত বাদ্য, গাৰো গীত বাদ্য (উইলিয়ামচন চাংমাৰ সৌজন্যত) গোলাঘাটৰ দুৰ্গাৰাম বৈৰাগীৰ দেহ বিচাৰৰ গীত, শিৱসাগৰ কোঁৱৰপুৰৰ জিকিৰ, জাৰি, ৰমেশ ঔৰাচীৰ বড়োগীত, হৰিশ গোস্বামীৰ দ্বাৰা পৰিচালিত দুৰ্গাবৰী সমলয় নৃত্য নাটিকা (নিলিমা চেতিয়া, ইলা নেঁওগী, জলি ফুকন, ছায়া দাস প্ৰভৃতি অংশ লওতা), খুহুতীয়া আবৃত্তি, তিনচুকিয়াৰ শিল্পীদল, জয়ন্তীয়া লাহো নাচ (ৰিয়াং মন কিনডিয়া আৰু তেওঁৰ দল)

ওজাপালি (মংগলদৈৰ পানীৰাম দাসৰ সৌজন্যত) খুলুম নৃত্য, দেওধনী নাচ, মংগলদৈ, কামৰূপী লোকগীত (মহাদেৱ দাস আৰু তেওঁৰ দল) চেমা নগা নাচ, (কহিমা), খাচী জয়ন্তীয়া সুৰ সমলয় (ৰিচাৰ্ড নালে, আৰু তেওঁৰ দল) একক নৃত্য দিলীপ চৌধুৰী, বেহেলা বাদন শ্ৰীমতী শিশিৰকণা দে, বনগীত ৰুদ্ৰ বৰুৱা শ্বিলং, ভাওৈয়া লোকগীত গোৱালপাৰাৰ মামেৰ আলি, কমলাবাৰী সত্ৰৰ দ্বাৰা নিবেদিত পাৰিজাত হৰণ ভাওনা প্ৰদৰ্শন আদি আকৰ্ষণীয় কাৰ্যসূচী। জনসাধাৰণে শেষ নিশালৈকে এই অনুষ্ঠান দুদিন ধৰি উপভোগ কৰিছিল। বিজনী ৰাণীয়ে আদৰণী ভাষণ দি অনুষ্ঠানৰ পাতনি মেলিছিল। সাংস্কৃতিক উৎসৱ পৰিচালনা সমিতিৰ-সভানেত্ৰী বিজনীৰ ৰাণী মহোদয়া, সহকাৰী সভাপতি কামালুদ্দিন আহমেদ, সম্পাদক ৰাম গোস্বামী, যুটীয়া সম্পাদক ৰিপোল কিনদিয়া আৰু তৰুণ হাজৰিকা, সভ্যসকল আছিল- ৰমেশ চন্দ্ৰ চৌধুৰী, পদ্ম বৰুৱা, ৰুদ্ৰ বৰুৱা, হেম মহন্ত, মহাদেৱ দাস, জ্ঞানদা কাকতি, এচ, জি, নালে আৰু ৰজনী বৰদলৈ। কব খুজিছো যে খাচী সকলে আৰু আন জনজাতিৰ লোক সকলে অভূতপূৰ্ব সহাৰি জনাইছিল। শ্বিলঙত বহা অসম সাহিত্য সভাৰ অধিবেশন সাফল্যমণ্ডিত কৰাত ৰিপোল কিনদিয়াই দেহে-কেহে খাটিছিল শিল্পীসকলৰ থকা-মেলা, ফুৰা-চকা আদি বিষয়ত। আজি ৰিপোল কিন্দিয়া কেন্দ্ৰীয় মন্ত্ৰী, পূৰ্ণ পৰ্যায়ৰ। খাচীয়া সম্প্ৰদায়, গাৰো সম্প্ৰদায় আৰু অসমীয়া সম্প্ৰদায়ৰ মাজত আছিল আন্তৰিকতা পূৰ্ণ সহযোগ, বিশ্বাস আৰু মিলাপ্ৰীতি। আজি এই সম্পৰ্ক চেদেলি ভেদেলি হৈ গল। ৰাজনৈতিক চক্ৰবেহুত আমাৰ চেনেহৰ সম্পৰ্ক অবিশ্বাসত সোমাই গল। আমি ভাগ ভাগ হলো। খণ্ডিত হৈ আগৰ সৌহাৰ্দ্যপূৰ্ণ পৰিবেশ নোহোৱা কৰিলো। শ্বিলঙত থকা অসমীয়া লোক সকল আছিল বহুতো সামাজিক অনুষ্ঠানৰ লগত জড়িত। এটা উল্লেখযোগ্য উৎসৱ পতা হৈছিল, ৰঙালী বিহু উদ্‌যাপন। মহা ধুমধামেৰে লেডী হায়দৰী পাৰ্কত বিহু পতা হৈছিল। ঢোলে-ডগৰে সেই কেইদিন গোটেই চহৰখন ৰজনজনাই গৈছিল। কৃষ্ণ প্ৰসাদ বৰুৱা, ধৰ্মানন্দ দাস, শৰৎ কাকতি, গণেশ ফুকন, গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, মুজিবুৰ ৰহমান, প্ৰভাত শ্ৰুতিকৰ, দেৱ কাকতি, ৰমেশ চৌধুৰী প্ৰভৃতি বিশিষ্ট ব্যক্তি সকল আছিল উৎসাহী ব্যক্তি।

ৰঙালী বিহু উদ্‌যাপন আছিল শ্বিলঙীয়া অসমীয়া বাসিন্দা সকলৰ উলহ-মালহৰ বছৰেকীয়া অনুষ্ঠান, মিলন ক্ষেত্ৰ। এই উৎসৱ আয়োজন কৰোতে সকলোৱে মুক্ত হস্তে দান-বৰঙণি আগবঢ়াইছিল। ভৈয়ামৰ পৰা মিতিৰ-কুটুম গৈছিল বিহু উৎসৱ উপভোগ কৰিছিল। খাচী সকলেও এই উৎসৱত যোগ দিছিল। শিল্পী অনা হৈছিল

বাহিৰৰ পৰা। কৃষ্ণপ্ৰসাদ বৰুৱা বিহু উৎসৱৰ সভাপতি, মই সম্পাদক, লগতে আছিল ওপৰত উল্লেখ কৰা উৎসাহী অসমীয়া ব্যক্তি সকল। ডম্বৰু শইকীয়া আছিল কাৰ্যালয় সম্পাদক। শইকীয়াই বিহু উদ্‌যাপনত দেহে কেহে খাটিছিল। তেঁৱেই আছিল যোগাযোগৰ কেন্দ্ৰ। খাটিব পৰা উৎসাহী ডেকা ল'ৰাক সকলোৱে মৰম কৰিছিল। আমি ৫ বছৰ কাৰ্যকাল ধৰি পৰম উৎসাহ উদ্দীপনাৰে শ্বিলঙত ৰঙালী বিহু মহা পয়োভৰেৰে উদ্‌যাপন কৰিছিলো। অসমীয়া মহিলা সকলেও বিহুত অংশ গ্ৰহণ কৰি দান-বৰঙণি উঠোৱা, নানা প্ৰতিযোগিতা পতা প্ৰভৃতিত সহায় কৰিছিল। মিচেচ শৰৎ কাকতী (মাইকন বাইদেউ), অঞ্জলি বৰুৱা, পাৰুল ফুকন, মিচেচ দুলাল ভূঞা (সৰুমাই ভূঞা) মিচেচ গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, সুব্ৰতা গোস্বামী, বীণা শৰ্মা আদি অনেকৰ নাম লব পাৰি, যিসকলে বিহু উদ্‌যাপনৰ কামত দহ বন কাটি কৰি খাটিছিল। মাইকন বাইদেউৰ ব্যস্ততা আছিল দৃষ্টান্ত স্বৰূপ। তেৱেঁই সকলোকে আগবঢ়াই লৈ আহিছিল। আন এজন ব্যক্তি আছিল জীৱেশ্বৰ গোস্বামী। বিহু পতাকা উত্তোলনত তেখেতৰ উপস্থিতি আছিল তুলনা বিহিন, গোটেই পুৱা বেলাটো হুচৰী গোৱা, বিহু নাচ দিয়া, জয়ধ্বনি দিয়া, প্ৰসাদ বিলোৱা প্ৰভৃতি কামবোৰত তেখেত আছিল আগবণুৱা, পৰম উৎসাহী ব্যক্তি। নিজেও নাচ দিছিল অনকো নাচিবলৈ টানি আনিছিল। পুৰুষ-মহিলা কোনো বাদ পৰা নাছিল। শ্বিলঙত থকা বিহু বলীয়া অসমীয়া ডেকা-গাভৰুৱে বিহু নাচি বিহুতলিত এটা আনন্দ মুখৰ পৰিবেশৰ সৃষ্টি কৰিছিল। সেইবোৰ কথা মনত পৰিলে এতিয়াও মন দৌৰ মাৰে- সেই উৎসৱৰ মধুৰ দিনবোৰলৈ। লাইব্ৰেৰীটো আছিল সকলো অনুষ্ঠানৰ গুৰি ধৰোতা। মোৰ ৰুমটো আছিল বিহু উৎসৱৰ আলোচনাৰ কেন্দ্ৰ। অকল বিহুৰ বাবেই নহয় অনেক জৰুৰী অনুষ্ঠানৰ বিষয়ে ইয়াত সিদ্ধান্ত লোৱা হৈছিল। লাইব্ৰেৰীত বহুতো গুৰুত্বপূৰ্ণ চৰকাৰী-বেচৰকাৰী মিটিং বহিছিল- প্ৰেক্ষাগৃহত আৰু চেমিনাৰ হলত। বিখ্যাত লোক সমবেত হৈছিল বিশিষ্ট অতিথিৰূপে। এবাৰ মোৰ কোঠাত বহি জিৰণি লৈছিল কলিকতাৰ সিদ্ধাৰ্থ শংকৰ ৰায়, প্ৰখ্যাত নেতা আৰু আইনজীৱি। ভাৰতীয় চাহ সন্থাৰ মুখ্য প্ৰশাসনীয় বিষয়াজনো আহি মোৰ ৰুমতে বহি জিৰণি লৈছিল। মোক কিছুমান চাহৰ পেকেট (sample packet) উপহাৰ দিছিল। ভেজাল নাই। এইবোৰ অনেক কাহিনী। মোৰ মনৰ স্মৃতিত এনেকুৱা বহুতো কথা আছে যিবোৰে মোৰ শ্বিলঙীয়া জীৱন মধুৰ কৰি তুলিছিল।

মই দুখীয়া দাদাৰ ওচৰতে লুখৰি হিলচ্‌ত এটা ভাড়াঘৰ ললো। ভাড়া মাহেকত ৫০ টকা। খাছীয়া মহিলা এগৰাকীৰ ঘৰ। তেওঁ শ্বিলঙ চহৰৰ পৰা আপাৰ আসামৰ

এখন চাহ-বাগিছাৰ হস্‌পিটেলত নাৰ্চৰ চাকৰি পালে। ঘৰটো তিনিটা ৰুমৰ। পানীৰ অভাৱ নাছিল। বজাৰ, চিটি বাছষ্টেণ্ড কাষতে। সকলো সুবিধা আছে। মই লাইব্ৰেৰীত কাম কৰা গম্ভীৰ কলিতাক লৈ একেলগে থাকিবলৈ ললো। মোৰ সুবিধাও হ'ল। গম্ভীৰে ভাত পানী ৰন্ধা-বঢ়াত, বজাৰ-সমাৰ কৰাত পাৰ্গত। লাইব্ৰেৰী তেতিয়াও পুলিচ বজাৰৰ চপলা বুক ষ্টলৰ ওপৰতে আছিল। নতুন বিল্ডিং নিৰ্মাণৰ কাম পূৰ্ণ গতিত আগ বাঢ়িছিল। Internal arrangements ৰ বিষয়ত মই ঠিকাদাৰ উজ্জ্বল বাবুক (?) সহায় কৰিছিলো। তেওঁ Bridge & Buildings ৰ মেনেজিং ডিৰেক্টৰ। এই কোম্পানীত গুৱাহাটীৰ বেলিভীউৰ মালিক জে, চৌধুৰীও আছিল অন্যতম অংশীদাৰ। কোন ফালে ৰিডিং ৰুম হ'ব, কোনফালে প্ৰেক্ষাগৃহ হ'লে সুচল হ'ব, চেমিনাৰ ৰুম, কিতাপ ৰখা ঠাই, লেনডিং কাউণ্টাৰ, স্তৱ কোঠালি, লাইব্ৰেৰীয়ান আৰু আন আন কৰ্মচাৰী, অফিচাৰ আদিৰ কোঠালি, Children Library প্ৰভৃতি যাৱতীয় আৰু প্ৰয়োজনীয় স্থানবোৰ উজ্জ্বল ঘোষ আৰু মই আলোচনাৰ মাজেদি স্থিৰ কৰিছিলো। তেওঁ আছিল নিজেও এগৰাকী Construction Engineer, তাতে খাটি ভদ্ৰলোক, অমায়িক আৰু অভিজ্ঞ। খুউব চিগাৰেট হুপিছিল এটাৰ পাছত আনটো। কামত আছিল Serious নিষ্ঠাবান আৰু কষ্টসহিষ্ণু। শ্বিলঙৰ লাইব্ৰেৰী বিল্ডিং প্ৰায় দুবছৰতে সম্পূৰ্ণ কৰিলে। গুৱাহাটীৰ জিলা পুথিভঁৰাল ভৱনৰ কামো তেঁৱে পাইছিল। গৰ্ব সহকাৰে কব পাৰো যে অসম সচিবালয়ৰ সমুখৰ বৃহৎ খোলা ঠাই ডোখৰত লাইব্ৰেৰী বিল্ডিং দেখনিয়াৰ হৈ উঠিল। চাৰিওফালে ইয়াৰ আকৰ্ষণ বিয়পি পৰিল। ভাৰতৰ ভিতৰতে ইয়াৰ সুনাম প্ৰচাৰ হ'ল। শিক্ষা সচিব কাপুৰ চাহাবৰ দূৰদৰ্শিতা প্ৰশংসা মুখৰ হৈ পৰিল।

**বিবাহ আৰু সংসাৰ ঃ** ইফালে মোৰ বিয়াৰ প্ৰস্তাৱ আহিল কেই বা ঠাইৰ পৰা। বাপদা আৰু মায়ে বহুত চাই মেলি, গুণী-গাঠি; শ্বিলঙৰ মদান লাবানত থকা জীৱেশ্বৰ গোস্বামীৰ তৃতীয়া কন্যা জিনুৰ লগত বিয়া বিষয়ত এটা সিদ্ধান্তত উপনীত হ'ল। গোঁসাই আহি মোৰ লগত থকা মাৰ লগত কথা পাতিলেহি। ল'ৰাৰ আপত্তি নাথাকিলে....। মই সন্ধিয়া মাৰ মুখত খবৰটো শুনিলো। বিয়াৰ প্ৰস্তাৱৰ গুৰিতে আছিল নগাঁও বাসিন্দা, সেই সময়ৰ শ্বিলঙত চাকৰি কৰা পুলিচ ইনচ্‌পেক্টৰ প্ৰয়াত অশ্বিনী কটকী। তেৱেঁই যোগাযোগ কৰাই দিছিল। বেচ Smart আৰু সৰবৰাহী অফিচাৰ। তেওঁ জীৱেশ্বৰ গোস্বামীৰ আত্মীয়, আমাৰ গোলাঘাটৰ ঘৰখনৰ লগত অতিকৈ চিনাকি। গোলাঘাটতো পুলিচৰ চাকৰি কৰিছিল, আমাৰ ঘৰৰ লগত ঘনিষ্ঠ ভাৱে জড়িত হৈ পৰিছিল। বাপ দাদাই চিঠি এখন দি প্ৰস্তাৱটোৰ বিষয়ে মতামত

খুজিলে। এবাৰ লাবানলৈ গৈ ছোৱালী চাই আহিবলৈকো পৰামৰ্শ দিলে। মোৰ পৰা উত্তৰ পালেই কন্যা ঘৰক হা, না কিবা এটা জনাব পাৰে। বিয়াৰ প্ৰস্তাৱ আহি আছে বাবে বেগতে final কৰিব লাগে।

জিনুক হিলচ এণ্ড প্লেইন্‌চ উৎসৱত (Hills & Plains festivals) এখন ষ্টলত দেখা মনত পৰিল। জীৱেশ্বৰ গোস্বামীয়ে নগাঁওৰ ভলাগুৰি সত্ৰৰ পৰা অসমৰ পুৰণি সম্পদৰ কিছুমান আপুৰুগীয়া বস্তুৰ লগতে পিঠা-পনাৰ এখন ষ্টল দিছিল। ষ্টলখন চাবলৈ দৰ্শকে জুম বান্ধিছিল। ষ্টলৰ এচুকত দুই তিনিজনী ছোৱালী আৰু এগৰাকী পাগুৰি মৰা, অধিকাৰ হেন লগা সাজে পোচাকে বৰ্ষীয়ান লোক বহি আছিল। কোনোবাই আমাক ষ্টলৰ বিৱৰণ দি গৈছিল। জীৱেশ্বৰ গোস্বামী তেতিয়া ষ্টলত নাছিল। তেখেতে এটা সত্ৰীয়া অনুষ্ঠান আনিছিল উৎসৱলৈ। জিনুৰ লগতে আন দুজনী ছোৱালীক আমাক পৰিচয় কৰাই দিছিল। মুগাৰ মেখেলা ৰিহা পৰিধান সৰু পাট গাভৰু ১৫-১৬ বছৰৰ হব। সেই দেখা আছিল খন্তেকীয়া; ঠিক নিৰ্মল আকাশৰ পূৰ্ণিমা ৰাতিৰ জোনটোহে যেনিবা। মই পাছতহে পৰিচয় পাইছিলো- যেতিয়া মোৰ বিয়াৰ প্ৰস্তাৱ আগবাঢ়িল। মোক ষ্টলত দেখা কোনোবা এজনে (দালিম খুৰা হব পায়) কথা প্ৰসংগত উনুকিয়াইছিল- "সেইজনী? সেই যে দেখিছিলো লাজকুৰীয়া, মৰম লগা গোল মুখৰ ডাঙৰ ডাঙৰ চকুৰ ছোৱালীজনী, যি তোমালোকক ষ্টলৰ সামগ্ৰীবোৰ দেখুৱাই, দুই এটা কৌতুহলী প্ৰশ্নৰ চমু উত্তৰ দিছিল? (মোৰ এতিয়া কুমাৰ চানুৱে গোৱা Love Story ৰ সেই গান কেইটা মনত পৰিছে- বিশেষকৈ লেড়কী কো দেখাতো এইচা লগা— যেইছে ... ইত্যাদি।

এদিন ছোৱালী আনুষ্ঠানিকভাৱে চাই আহিবলৈ বাপদাই পৰামৰ্শ দিলে আৰু জীৱেশ্বৰ গোস্বামীলৈ চিঠি এখন দি সন্মতি জনালে- সেইমতে আয়োজন কৰিবলৈ। মোক এদিন মদান লাবানৰ ঘৰলৈ নিমন্ত্ৰণ জনাই গলহি। মই মোৰ ভাই পোনাক লৈ সেইমতে নিমন্ত্ৰণ ৰক্ষা কৰি গলো। মনৰ অৱস্থা উগুল-থুগুল, এক চঞ্চল অৱস্থা। পোনা, গোলাঘাটৰ পৰা আহিছিল শ্বিলং ফুৰিবলৈ। পোনাৰ বিচাৰ-বিবেচনাত মোৰ সম্পূৰ্ণ বিশ্বাস আছিল। সি সকলো বিষয়তে ভাৰি চিন্তি কথা কৈছিল। গোঁসাইৰ তৃতীয়া কন্যা জিনুক চাহ খোৱাৰ চলেৰে লগ পালো। সাধাৰণ সাজপাৰ, কোনো আড়ম্বৰ নাছিল। মুগাৰ মেখেলা, কঁপাহী চাদৰ, খালি ভৰি, ঘৰুৱা সাজপাৰ। দুই এষাৰ কথা পাতিলো। পোনাই আগভাগ লৈছিল। কিছুমান সাধাৰণ কথা, কিহ'ত বেছি ৰাপ? গান গাব জানানে? নাচৰ কথা শুনিছো। পঢ়াশুনা, ঘৰুৱা কামবন প্ৰভৃতি...। আধা ঘণ্টা মান থাকি বিদায় ললো। আগবঢ়াই দিলেহি, গোঁসাইৰ ভায়েক

ডালিম গোস্বামীয়ে।

পোনাই পছন্দ কৰিলে কোনো Reservation নোহোৱাকৈ। মোৰ আপত্তিৰ থল নাছিল। বয়স কম, ১৫ বছৰমান, দশম শ্ৰেণীত পঢ়ি আছে। আজিকালি এনে কম বয়সত বিয়াৰ কথা নুঠে। ছোৱালীয়ে আপত্তি দৰ্শায়। ২৫ বছৰ পাৰ হোৱাৰ পাছতহে বিয়া বাৰুৰ চিন্তা। মাক সকলো বিৱৰণ দিলো, সন্মতি জনোৱা হল। জীৱেশ্বৰ গোস্বামী দুদিনৰ পাছত আহি মোক দেখা কৰি সন্মতিৰ কথা জানিবলৈ পালে। দুয়ো ঘৰৰ এক বৈবাহিক সম্পৰ্ক স্থাপন হল বুলি তেখেতে সন্তোষ প্ৰকাশ কৰিলে। তেখেত আছিল নগাঁওৰ কলিয়াবৰ অঞ্চলৰ ভলাগুৰি সত্ৰৰ (পূবথৰীয়া) ডেকা গোঁসাই। শংকৰী কলা-সংস্কৃতিৰ এগৰাকী প্ৰতিভাসম্পন্ন শিল্পী। সকলোৱে তেখেতক এই বাবে সন্মান কৰে, যশ গুণ গায়। চৰকাৰী চাকৰি কৰে, ডেপুটি ডাইৰেক্টৰ চাপ্লাই হিচাপে। পাছত জীৱেশ্বৰ গোস্বামীৰ সান্নিধ্যলৈ আহি তেখেতৰ গুণ গৰিমাৰ বিস্তৃত ক্ষেত্ৰখনৰ লগত পৰিচিত হৈছিলো। তেখেত আছিল এগৰাকী সত্ৰীয়া নৃত্য-গীত বাদ্যৰ যশস্বী ওজা। তেখেতে এই গুণৰ জৰিয়তে এক অভিলেখ স্থাপন কৰি গৈছে। তেখেতৰ শিল্পী প্ৰতিভা অসমৰ বাহিৰতো প্ৰকাশ পাইছিল। অসমৰ পুৰণি নৃত্য-গীত-নাট্য বাজনা পুনৰ উদ্ধাৰ, প্ৰসাৰ আৰু প্ৰচাৰৰ উদ্দেশ্যে তেখেতে অহোপুৰুষাৰ্থ চেষ্টা কৰিছিল। প্ৰাচীন কামৰূপী নৃত্য সংঘৰ তেখেত আছিল প্ৰতিষ্ঠাপক। তেখেতক কোৱা হৈছিল নৃত্যচাৰ্য জীৱেশ্বৰ গোস্বামী। তেখেতৰ পিতৃদেৱ পদ্মকান্ত দেৱ গোস্বামীয়ে ভলাগুৰি এল-পি স্কুলৰ হেড পণ্ডিত আছিল। জীৱেশ্বৰ গোস্বামী তেখেতৰে বৰ ল'ৰা। পিতাকো আছিল সত্ৰ-সংস্কৃতিৰ এগৰাকী বৰেণ্য ব্যক্তি। এখেতৰ ওচৰতে জীৱেশ্বৰ গোস্বামীয়ে প্ৰথম শিক্ষা গ্ৰহণ কৰে। ৰাগ, তাল, মান, লয় সকলো বিষয়তে পদ্মকান্ত গোস্বামী আছিল নিষ্ঠাবান সাধক। শ্বিলঙত জীৱেশ্বৰ গোস্বামী আছিল এগৰাকী আগশাৰীৰ সংস্কৃতি পৰায়ন ব্যক্তি। মদান লাবানৰ নিজা ঘৰখন আছিল ক'লা-সংস্কৃতি চৰ্চাৰ আকৰ্ষনীয় থলি। অসমীয়া নৃত্য, পদ-গীত, খোলৰ বাজনা, নাচৰ সু-সমন্বয় প্ৰভৃতিৰ আখৰা চলিছিল, সকলো শিল্পীৰ সেই ঘৰখন আছিল ভাত ঘৰ। সেই ঘৰতে ১৯৩৮ চনৰ এপ্ৰিল মাহৰ বহাগ বিহু উপলক্ষে প্ৰাচীন কামৰূপী নৃত্য সংঘৰ উদ্বোধনী উৎসৱৰ পাতনি মেলা হৈছিল। লগত আছিল অন্যতম উদ্যোক্তা শিল্পী সুৰেশ চন্দ্ৰ গোস্বামী। সম্বন্ধত জীৱেশ্বৰ গোস্বামীৰ শালপতি। শ্ৰীযুতা বীণাপানি গোস্বামী আছিল জীৱেশ্বৰ গোস্বামীৰ পত্নী। দুজন পুত্ৰ ড° প্ৰসন্ন গোস্বামী আৰু প্ৰমোদ গোস্বামী, কন্যা সকল হল শ্ৰীমতী মাখনী শৰ্মা (স্বামী বুদ্ধিন্দ্ৰ নাথ শৰ্মা), মনোৰমা বৰঠাকুৰ (স্বামী শ্ৰীসুৰেন বৰঠাকুৰ) শ্ৰীমতী জিনু গোস্বামী (স্বামী মই ৰাম

গোস্বামী), শ্ৰীমতী মাধুৰী ঠাকুৰ (স্বামী শ্ৰীমৃগেন ঠাকুৰ) শ্ৰীমতী পূর্ণিমা ভাগৱতী (স্বামী ড° অন্নদা চৰণ ভাগৱতী) শ্ৰীমতী দিপালী ঠাকুৰ (স্বামী শ্ৰীঅৰুণ চন্দ্ৰ ঠাকুৰ)। কনিষ্ঠা কন্যা দুলাৰীৰ অকালতে মৃত্যু ঘটিল। পুত্ৰ প্ৰসন্ন আৰু প্ৰমোদ, কন্যা মনোৰমা, বৰজোঁৱাই বুদ্ধিন শৰ্মাৰ এই লেখাৰ সময়ত মৃত্যু হৈছে।

"জীৱেশ্বৰ গোস্বামীৰ জীৱন আৰু সাধনা" নামেৰে এখন স্মৃতিগ্ৰন্থ ৮ এপ্ৰিল, ১৯৯৯ চনত প্ৰকাশ পাইছে। সংগ্ৰহ, পৰিকল্পনা আৰু সম্পাদনা মই আৰু অৰুণ ঠাকুৰে কৰিছোঁহক। এইখনত জীৱেশ্বৰ গোস্বামীৰ সান্নিধ্যলৈ অহা ভালে মান বিশিষ্ট ব্যক্তিৰ স্মৃতি চাৰণ আছে। তাৰ ভিতৰত লক্ষ্যধৰ চৌধুৰী, ড° প্ৰদীপ চলিহা, সত্যপ্ৰসাদ বৰুৱা, ড° কেশৱানন্দ দেৱগোস্বামী, অৰুণ চন্দ্ৰ হাজৰিকা, কৃষ্ণমূৰ্ত্তি হাজৰিকা, আনন্দ মোহন ভাগৱতী, গোবিন্দ শইকীয়া, হৰিপ্ৰিয়া গোস্বামী (জীৱেশ্বৰ গোস্বামীৰ ভগ্নী) কেশৱ শৰ্মা (শ্বিলং) বুদ্ধিন্দ্ৰ নাথ শৰ্মা, চাৰু মহন্ত প্ৰভৃতি অন্যতম। এই গ্ৰন্থ খনত সেই মহান শিল্পী জনৰ কিছু তাৎপৰ্যপূৰ্ণ কথা সন্নিবিষ্ট কৰা হৈছে। (প্ৰাপ্তি স্থান ৰাম গোস্বামী, চেনিকুঠি, গুৱাহাটী - ৩) আৰু আছে ডিব্ৰুগড়ত অনুষ্ঠিত অসম সাহিত্য সভাৰ সাংস্কৃতিক অধিবেশনত দিয়া উদ্বোধনী ভাষণ। গোস্বামীৰ ঘৰলৈ আমি যোৱাৰ কেইদিন মানৰ পাছতে তেখেতে বদলি হৈ যোৰহাটলৈ গল। তাত কিছু দিন থাকি পুনৰ ধুবুৰীলৈ বদলি হল। পৰিয়ালক যোৰহাটৰ ভাড়া ঘৰতে ৰাখি গ'ল। জিনুৱে মেট্ৰিক পৰীক্ষা দিব লাগে। যোৰহাট চৰকাৰী গাৰ্লচ হাইস্কুলৰ পৰা পৰীক্ষা দিলে। বিয়াৰ তাৰিখ ১২ মে, ১৯৫৪ চন স্থিৰ কৰি মোক বাপদাদাই সেইমতে ছুটি লৈ গোলাঘাটলৈ আহিবলৈ কলে।

যথা সময়ত ধুম-ধামেৰে বিয়াখন হৈ গ'ল। সেইদিনা খুউব গৰম, ৰাতি বৰষুণ। দৰাঘৰীয়া হিচাপে অমিয় লগ হৈছিল। খোৱা-খুবুনি গোলাঘাটত পাতি ছোৱালীক আনিলে। সেইদিনা ঘৰত এখন গান-বাজানাৰ বৈঠক বহিছিল। সোণ দাদাই অনুষ্ঠানটোৰ মূখ্য তদাৰকাৰী আছিল। তেওঁ নিজেও গাইছিল- ল'ৰা-ছোৱালী বিলাককো লগত বহুৱাই গোৱাইছিল। সেইদিনা ভোজ, আলহীৰ সমাগম হৈছিল বেছি। হঠাৎ আহি ওলালহি শ্বিলঙৰ ৰুদ্ৰ বৰুৱা (বাপু)। মোৰ বন্ধু, শ্বিলং কলা পৰিষদৰ লগৰীয়া। গানৰ মজলিছত বেছ জমিল, ৰুদ্ৰ বৰুৱাৰ গীতে সকলোকে অপাৰ আনন্দ দিলে। তেওঁৰ বিখ্যাত আৰু অতিকে জনপ্ৰিয় গীত "তাঁতৰ ডোৰে পতি, মাকো চলে ঘনে পতি, পলকত তোলোঠা ঘূৰে...." শুনি সমূহ আলহী উৎফুল্লিত হৈ পৰিছিল। ৰাতি ভোজ ভাত খাই ৰুদ্ৰ বৰুৱা যোৰহাটলৈ উভতি গ'ল। মোৰ বিয়াত শুভ কামনা জনাবলৈকে গোলাঘাট পাইছিলগৈ। ময়ো বৰ ভাল পালো।

ঘৰ গছকাই ছোৱালীক লৈ কইনা ঘৰৰ মানুহ ৰাতিয়েই যোৰহাটলৈ উভতি গ'ল। ৰাতি থকা নিয়ম নাছিল। কাৰণ শান্তি লোৱা পৰ্ব স্থগিত ৰখা হৈছিল পৰবৰ্তী দিনলৈ।

বিয়াৰ এসপ্তাহ মানৰ পাছতে মই পুনৰ শ্বিলঙলৈ আহি কামত যোগ দিলো। লাইব্ৰেৰী ভৱন সম্পূৰ্ণ হ'ল। মুকলি কৰাৰ সময় আহিল। পুলিচ বজাৰৰ চপলা বুক ষ্টলৰ ওপৰৰ পৰা লাইব্ৰেৰী স্থানান্তৰ হ'ল নতুন ভৱনলৈ মানে নিজা ঘৰলৈ। এক নতুন ব্যস্ততা, নতুন শিহৰণ। বৃহৎ ৰিডিং ৰুম, লগত কাউণ্টাৰ, চাৰিওফালে কিতাপৰ আলমাৰি, মাজত পঢ়া টেবুল। এফালে মেগাজিন, খিড়িকীৰ কাষে কাষে নিউজ পেপাৰ ষ্টেণ্ড। এনে চকুত লগা ৰিডিং ৰুম ভাৰতবৰ্ষৰ ৰাজহুৱা পুথিভঁৰালত বিৰল। তলত ল'ৰা-ছোৱালীৰ পঢ়া কোঠা; ল'ৰা-ছোৱালীৰ উপযোগী চকী, মেজ ৰিভলভীং মেগাজিন ৰেক। নানা ৰং-বিৰঙৰ ছবিৰে বেৰবোৰ আকৰ্ষণীয়। ৫০ জন মান ল'ৰা-ছোৱালী বহিব পৰা সুন্দৰ ব্যৱস্থা। ৰিডিং ৰুমত ২০০ জন পঢ়ুৱৈ বহি আৰামেৰে কিতাপ পত্ৰ পঢ়িব পাৰে। ড° হীৰণ্য ভূঞাই এই Planning ত সহায় কৰিবলৈ প্ৰায় অফিচ ছুটিৰ পাছত লাইব্ৰেৰীলৈ আহি আছিল। তেখেত তেতিয়া ডি,পি.আই। এনে ব্যক্তিৰ বুদ্ধি পৰামৰ্শ পাই মই উৎসাহিত হৈছিলো। আৰু আহিছিল মিচেচ ত্ৰিবেদী, বিত্ত বিভাগৰ অফিচাৰ। সজোৱা কাৰ্যত তেখেতৰ বুদ্ধি আৰু শিল্পী সুলভ মনোভংগী লক্ষ্য কৰি মই পৰম লাভবান হৈছিলো। ফুলত তেওঁৰ চখ আছিল প্ৰবল। লাইব্ৰেৰীৰ সন্মুখত এখন ফুলৰ বাগান তেখেতৰ চেষ্টাতে গঢ়ি উঠিছিল। দুটা মালীৰ পষ্ট তেখেতে এসপ্তাহতে বিত্ত বিভাগৰ পৰা লাইব্ৰেৰীৰ বাগিছাৰ বাবে মঞ্জুৰ কৰি সহায় আগবঢ়াইছিল। নিজেও কিতাপ পঢ়া আৰু পঢ়া দিনৰে পৰা দিল্লীৰ লাইব্ৰেৰীলৈ যোৱা শিক্ষিত মহিলা আই এ, এছ অফিচাৰ।

তলত আছিল বুক ৰেকবোৰ শাৰী শাৰীকৈ বহুৱা। কিতাপৰ নিৰ্বাচনত পঢ়ুৱৈ এজনৰ কোনো অসুবিধা নাছিল। মানে open excess system সমুখত issue counter আৰু catalogue cabin। কাষতে বহিবৰ বাবে চোফাচেট ফুলদানি আৰু দুই এখন মেগাজিন। ইয়াত বহি খন্তেক জিৰণি লোৱা ব্যৱস্থা। ড° ভূঞাৰ পৰামৰ্শমতে সজোৱা হৈছিল। লাইব্ৰেৰীত সোমায়ে বাওঁফালে বৃহৎ প্ৰেক্ষাগৃহ, মঞ্চ, গেলেৰী প্ৰভৃতি। ৮০০ মানুহ বহিব পৰা প্ৰেক্ষাগৃহ। বাহিৰৰ বাৰান্দাৰে অহা যোৱা সোমোৱা প্ৰেক্ষাগৃহৰ প্ৰৱেশ পথবোৰ। এইবোৰ যৎ সামান্য বিৱৰণ মাথোন। নেদেখিলে ধাৰণাই কৰিব নোৱাৰি। গোটেই লাইব্ৰেৰী কমপাউণ্ড আগুৰি লোহাৰ পাইপেৰে তৈয়াৰী বেৰ। দুই মূৰে অহা-যোৱা বাটত গেট লগোৱা। পাৰ্কিং প্লেচ আছিল ভিতৰ প্ৰাংগণত। নতুন লাইব্ৰেৰী ভৱন চাবলৈ অহা মানুহৰ ভিৰ আছিল লাইন নিছিগা। হেঁচাৰ কোবত

আমাৰ কামত ব্যাঘাত জন্মিছিল। তথাপি মানুহৰ কৌতুহল দেখি আমাৰ ভালো লাগিছিল। লাইব্ৰেৰীৰ বাবে Staff বঢ়াবৰ প্ৰয়োজন আছিল অত্যন্ত জৰুৰী। আসাম গৱৰ্ণমেণ্ট পাব্লিক লাইব্ৰেৰীৰ নাম মাত্ৰ Staff লগত নতুন Post sanction কৰাৰ বাবে শিক্ষা বিভাগে প্ৰস্তাৱ আগবঢ়ালে। আসাম গৱৰ্ণমেণ্টে পাব্লিক লাইব্ৰেৰীটো scheme post ৰ লগত মিলাই কেন্দ্ৰীয় লাইব্ৰেৰী (State central Library, Assam) নামকৰণ কৰা হ'ল। State Librarian senior Deputy Librarian, Junior Deputy Librarian, Assistant Librarian, General, Assistant Librarian, technical প্ৰভৃতি পদ সৃষ্টি কৰি লাইব্ৰেৰীৰ সম্প্ৰসাৰণ ফলপ্ৰসূ কৰিলে। মোক State Librarain, Assam ৰূপে লাইব্ৰেৰী সেৱাৰ মূল পদত অধিষ্ঠিত কৰিলে। কোৱা প্ৰাসংগিক যে মোৰ কাৰ্য দক্ষতাত সকলোৱে সন্তোষ প্ৰকাশ কৰিছিল। সকলো সংশ্লিষ্ট বিভাগে মোৰ প্ৰস্তাৱত সমৰ্থন জনাই উৎসাহ যোগালে। বিত্ত বিভাগত প্ৰভাৱশালী বিত্ত মন্ত্ৰী, বিত্ত সচিব প্ৰভৃতিয়ে মোৰ উন্নয়নমুখী আঁচনিবোৰ আপত্তি নকৰাকৈ মঞ্জুৰ কৰিছিল। ডি, পি, আই ড° ভূঞা, শিক্ষা সচিব মিঃ কাপুৰ, বিত্ত বিভাগৰ সচিব মিচেচ ত্ৰিবেদী যুটীয়া সচিব ভৱানী ভূঞা প্ৰভৃতি সকলোৱে নতুন ৰূপত গঢ়লৈ উঠা কেন্দ্ৰীয় পুথিভঁৰালক সৰ্বোপ্ৰকাৰে সহায় কৰি মোক উৎসাহিত কৰিছিল। মোৰ কৰ্মনিষ্ঠা, সততা, পুথি ভঁৰাল সম্পৰ্কে জ্ঞান আৰু অভিজ্ঞতা লক্ষ্য কৰি পঢ়ুৱৈ সমাজে মোক প্ৰশংসাৰে উদগনি দিছিল। এতিয়াও কব পাৰো যে মোৰ ভাগ্য প্ৰসন্ন আছিল বাবে মই পুথিভঁৰাল স্থাপন আৰু পৰিচালনাত কৃতিত্ব লাভ কৰিছিলো। সকলো স্তৰতে মোৰ কামত সহযোগ পাইছিলো। Staff আছিল সকলো বিষয়তে সহায় কৰাত আগ্ৰহশীল। এটা সামগ্ৰীক মিছন আগত ৰাখি আমি আগবাঢ়িছিলোঁ - এক গুৰুত্বপূৰ্ণ ৰাজহুৱা সেৱা আগবঢ়াবলৈ। আজাদ হুছেইন, ৰমেশ ফুকন, অভয় বৰকটকী, নিৰু তামুলী, দেৱ কান্ত লস্কৰ, গম্ভীৰ কলিতা প্ৰভৃতি সকলো সহযোগী লাইব্ৰেৰীয়ানে মোক আকুণ্ঠ সহায় আগবঢ়াইছিল। এইবোৰ সহযোগীৰ উদাৰতা, কৰ্মপ্ৰেৰণা আৰু বুদ্ধি পৰামৰ্শ মই পাহৰিব নোৱাৰো। সকলোৱে মোক জ্যেষ্ঠ জন বুলি শ্ৰদ্ধা, ভক্তি আৰু ভাল পোৱা জনোৱাত কাৰ্পণ্য কৰা নাছিল। এই মধুৰ সম্পৰ্ক গঢ়ি তোলাত গ্ৰন্থ জগতৰ প্ৰভাৱ আছিল জোনৰ পোহৰৰ দৰে ক্ৰমাৎ বিয়পি যোৱা।

এতিয়া মোৰ ব্যক্তিগত জীৱনলৈ পুনৰ উভতি আহিছো। বিত্ত মন্ত্ৰী মতি বৰাদেৱে মোক পুত্ৰবৎ স্নেহ কৰিছিল। বিয়া হৈ যোৱাৰ পাছতে এদিন তেখেতক দেখা কৰি আহিলো। মই অষ্ট্ৰেলীয়াৰ পৰা তেখেতলৈ এখন Blanket আনিছিলো। আনিছিলো দুখন। খাটি অষ্ট্ৰেলীয়ান উলৰ, এখন মা লৈ, আগনখন বৰা দেৱলৈ। মৰমৰ চিন,

কৃতজ্ঞতাৰ সামান্য উপহাৰ। বৰ ভাল পালে। শ্ৰীমতী বৰাও আহি উপস্থিত হলহি ড্ৰইং ৰুমতে বহি মোৰ লগত কথা পাতিলে। মোক পৰীক্ষালৈকে দুই তিনি মাহ ল'ৰা-ছোৱালী কেইটাক অলপ চাই-মেলি দিবলৈ কলে। মই সুবিধা উলিয়াই মন্ত্ৰী ডাঙৰীয়াক মতি নগৰত এডোখৰ মাটি দিবলৈ অনুৰোধ কৰিলো। তেখেত ৰাজহ বিভাগৰো মন্ত্ৰী আছিল। ফোনটো লৈ ৰাজহ বিভাগৰ সহকাৰী সচিব উমা শৰ্মা, ৰমেশ চন্দ্ৰ চৌধুৰী আৰু ইন্দ্ৰ দাসৰ মাজত খালি হৈ থকা প্লটটো মোৰ নামত allot কৰিবলৈ নিৰ্দেশ দিলে। এই প্লটটো গোপাল চন্দ্ৰ শৰ্মা বৰুৱাৰ নামত allot হৈছিল। তেখেতে অন্য ঠাইত সুবিধা বুজি মাটি লোৱাত এই ডোখৰ মাটি লোৱা নাছিল। মোক দিয়াত আপত্তি উঠিছিল। কিয়নো সেই লাইনটো ডাঙৰ ডাঙৰ অফিচাৰৰ বাবে সংৰক্ষিত বুলি উমা শৰ্মাই (u/s Revenue) আপত্তি দৰ্শাইছিল। মোক মতি নগৰৰ ওপৰত এডোখৰ মাটি দিয়াৰ প্ৰস্তাৱ দিছিল। বিত্ত মন্ত্ৰী বৰা দেৱৰ কথা লৰচৰ নহল। তেখেতে কোৱা মতেই মই এল, আৰ ৰমেশ চন্দ্ৰ চৌধুৰী আৰু আণ্ডাৰ চেক্ৰেটাৰী ইন্দ্ৰ দাসৰ মাজৰ মাটি ডোখৰকে পাবলৈ সক্ষম হলো। মন্ত্ৰী বৰা দেৱ আছিল সেই সময়ত বেছ জনপ্ৰিয় ক্ষমতাশালী বিত্ত আৰু ৰাজহ মন্ত্ৰী, মোক মৰম কৰি মাটি ডোখৰ দিয়াত মই তেখেতক মোৰ হিয়া ভৰা কৃতজ্ঞতা জনালো। তিনি-চাৰি মাহ তাত টিউশ্যনো কৰিলো।

হাউছ বিল্ডিং আগধন পোৱাত অসুবিধা নহ'ল। ১২ হাজাৰ টকা পাই ঘৰ আৰম্ভ কৰিলো। লাইব্ৰেৰীত কাম কৰি থকা ঠিকাদাৰ তুৰাসিং (খাছীয়া ভদ্ৰলোক)ক অনুৰোধ কৰাত তেওঁ তিনি মাহৰ ভিতৰতে ঘৰ সম্পূৰ্ণ কৰিলে। Resourceful contractor। মই লাইব্ৰেৰী ভৱনৰ তলত তেওঁক store কৰিবলৈ এডোখৰ ঠাই দিয়াত তেওঁ সস্তাতে বহুতো মিস্ত্ৰী লগাই মোৰ ঘৰটো বান্ধি দিলে। Assam Type যদিও দেখনিয়াৰ। শ্ৰদ্ধেয় অপূৰ্ব বৰদলৈয়ে সুন্দৰ নক্সা দি technical দিশত সকলো পৰামৰ্শ তুৰাসিং ঠিকাদাৰক বুজাই দিছিল। তেওঁ দিনৌ আহি কামৰ Progress চাই বুদ্ধি পৰামৰ্শ দিছিল। মতি নগৰৰ ওপৰফালে তেখেতৰ বাসস্থান, বহুত দিন বিলাতত আছিল। তাৰে ছোৱালীক বিয়া কৰাই অসমলৈ উভতি আহি শ্বিলঙতে স্থায়ীভাৱে থাকিবলৈ লৈছিল। মোৰ ঘৰটোৰ design দেখি মানুহে প্ৰশংসা কৰিছিল। বিলাতৰ গ্ৰামীন অঞ্চলৰ Cottage ৰ দৰে model, তেখেতে মোৰ পৰা একো বিচৰা নাছিল। মোৰ অনুৰোধ মৰ্মে ঘৰটো নিৰ্মাণত সহায় কৰিছিল। ঘৰটো যাতে চকুত লগা হয়, নতুনত্ব থাকে, সকলো সা-সুবিধা হাততে ঢুকি পোৱা হয়, পুৱাৰ বেলিৰ পোহৰ যাতে গোটেই ঘৰটোতে পৰে পুৱাৰ পৰা সন্ধিয়ালৈকে তেনে আৰ্হিত ঘৰটো সজোৱা

হৈছিল। খিড়িকীবোৰ ডাঙৰ, ৰ'দ বতাহ চলাচল সহজে হব পৰা হৈছিল। ক'তো সেমেকা পৰা অঞ্চল নাছিল। দূৰৈৰ ফায়াৰ ব্ৰিগেদৰ পৰাই মোৰ ঘৰটো চকুত পৰিছিল। কাষতে বৃহৎ নংঠুমাই ফিল্ড। ফুৰিবলৈ বেছ সুবিধা। বাছবোৰো গৈ থাকে ওপৰলৈ। অলপ দূৰৈত দুটা গীৰ্জা। গীৰ্জাৰ ঘণ্টা, প্ৰাৰ্থনা সদায় শুনিব পাৰি বাৰান্দাত বহি বহিয়েই। বাহিৰত এখন পৰিকল্পিত ফুলনীবাৰী। পিচফালে শাকনিবাৰী। ৰমেশ চৌধুৰীৰ ফালে কিছু খালি মাটি মই ৰাখিছিলো ভৱিষ্যতে ঘৰ এটা সাজি বলৈ। মতি নগৰ ঠাইডোখৰ এটা ওখ পাহাৰীয়া অঞ্চলত অৱস্থিত। এই স্থান ডোখৰ আছিল ফ্ৰুট গাৰ্ডেনৰ এটা কাষৰীয়া অংশ। খাছী নাম 'লুমচফৰ' মানে অঞ্চলটোৰ সাৰুৱা মাটি। পাছত ইয়াক বসতি অঞ্চল কৰিবলৈ অসমীয়া সকলে ৰাজহ মন্ত্ৰী মতি বৰাক অনুৰোধ কৰিলত তেওঁৰ নামেৰেই এই ন-বসতি ওখ ঠাইখন মতি নগৰ ৰখা হ'ল। সম্পূৰ্ণ অসমীয়া পৰিয়ালৰ মতি নগৰ আছিল নিজ বাসভূমি। ড° অশ্বিনী বৰকাকতি, জীতেন্দ্ৰ নাথ দাস, ড° সাৰদাকান্ত শৰ্মা, কণপাই খাটনিয়াৰ, ভবেন্দ্ৰ নাথ ি চাৰ্য, যতীন্দ্ৰ নাথ বেজবৰুৱা, কুটুবুদ্দিন আহমেদ, পৰেশ ৰাজখোৱা, চিকন কাৰ্কতি প্ৰভৃতি আছিল মতি নগৰৰ বাসিন্দা। মোৰ ঘৰৰ তলৰ ফালে প্ৰতিবেশী হিচাপে আছিল ৰমেশ চৌধুৰী, ইন্দ্ৰ দাস, উমাকান্ত শৰ্মা (ডি.পি. আই) উমা শৰ্মা (ৰেভিনিউ বিভাগ) ড° সত্যেন্দ্ৰ নাথ হাজৰিকা, জিলি শৰ্মা, বনমালি শৰ্মা, গিৰীণ ভূঞা, কালীৰাম বৈশ্য প্ৰভৃতি। মতি নগৰত এখন অসমীয়া সমাজ গঢ়ি উঠিছিল। যেতিয়া অসমীয়া মানুহে প্ৰতিপত্তি হেৰুৱালে, তেতিয়া মতি নগৰক কেন্দ্ৰ কৰি খাছী নেতা সকলৰ মাজত এটা ইচ্যু ওলাল। নংঠুমাই ফিল্ডতে বহিছিল বিৰাট ৰাজহুৱা সভা, খাছী নেতা সকলে আয়োজন কৰিছিল আৰু এই ৰাজহুৱা সভাতে সেই সময়ৰ ভাৰতবৰ্ষৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে উদাত্ত কণ্ঠেৰে ঘোষণা কৰিছিল "মেঘালয় ৰাজ্য" গঠন কৰাৰ ঐতিহাসিক ঘোষণা। লক্ষেশ্বৰ বৰুৱাৰ ঘৰো বেছি দূৰত নহয়। লুমৰি হিলচৰ ভাড়া ঘৰ এৰি এটা ভাল দিনত মতি নগৰৰ নিজা ঘৰলৈ উঠি আহিলো। মা আৰু পোনাও লগত থাকিল। গম্ভীৰ এটা মেছলৈ গুছি গ'ল। ফাগুনা নামৰ অসমীয়া বুক বাইন্দাৰ এজন তেওঁৰ সম্পৰ্কীয় মানুহ। সকলোৱে ফাগুনা কাইক সন্মান কৰে। লাইব্ৰেৰীবো বন্ধা কাম কৰেহি। খাটি কামৰূপীয়া মানুহ। মাতে কথাই নলবৰীয়া।

জিনুক অনাৰ যো-যা চলিল। ঘৰটো সম্পূৰ্ণ হোৱাত ভাড়া ঘৰত আনি সুমুৱাৰ কথা নাছিল। ১৯৫৫ চনৰ বিজয়া দশমীৰ দিনা মই ধুবুৰীলৈ গৈ জিনুক পৰম্পৰামতে শান্তি ললো। শহুৰ তেতিয়া ধুবুৰীত, যোগান বিভাগৰ ডেপুটি ডাইৰেক্টৰ। বগৰীবাৰী বাংলাটো ভাড়ালৈ আছে। মই অষ্টমীৰ দিনা ধুবুৰী পাইছিলো বাছত গৈ সন্ধিয়া ৭

মান বজাত। শহুৰৰ ঘৰ ডাঙৰ, তাতে ৰাখিলে। বিজয়া দশমীৰ শুভলগনত জিনুৰ লগত মোৰ আনুষ্ঠানিক ধৰ্মীয় কাম শেষ হলত আমাৰ দুয়োৰে বৈবাহিক জীৱনৰ পাতনি আৰম্ভ হল। ধুবুৰীত বিজয়া দশমী চাবলৈ গদাধৰ নদীত লোকে লোকাৰণ্য হয়। মানুহে নৌকা বিহাৰ কৰি দেৱীৰ ভাসন উপভোগ কৰে। শহুৰেও আমাক নাওত তুলি গদাধৰ নৈত অনুষ্ঠিত হোৱা দেবী বিসৰ্জন দেখুৱালে। লগত আছিল মাধুৰী পূৰ্ণিমাহঁত, এওঁলোক জিনুৰ ভনীয়েক। সেইদিনা সন্ধিয়াটো বাস্তৱিকতে মোৰ স্মৰণীয় সময়। ৰাতি জিনুক মোৰ অকলশৰীয়া কোঠাটোলৈ ঠাকুৰ দাস সিং নামৰ শহুৰৰ বিহাৰী চকিদাৰটোৱে লৈ আহিল। কলে, জামাইবাবু দৰজাটা ভিতৰ থেকে জাপ দিয়ে দিবেন। জিনুৱে তামোল পানৰ বটা এটা লৈ আঠুকাঢ়ি সেৱা এটা কৰিলে। মোৰ বাহু বন্ধনত তেওঁৰ আলফুল দেহাটো সোমাই পৰিল। সেই প্ৰথম ৰাতিৰ প্ৰথম প্ৰেম আমাৰ দুয়োৰে বাবে আছিল অমৰাৱতী ... টোপনি নাই, আছিল মাত্ৰ মৰম সনা মিঠা মিঠা কথাবোৰ। ঠাকুৰ সিং চকিদাৰে বাহিৰৰ পৰা দুৱাৰখনত টোকৰ মাৰি কলে, জামাই বাবু লাইটটো নুমিয়ে দেন...। মোৰ প্ৰতি এই আদেশ ইংগিত সেই মুহূৰ্তত ভাল লগা নাছিল। তথাপি লাইটৰ চুইচটো অফ কৰি দিলো- অন্ধকাৰে আমাক আৱৰি ধৰিলে। এইয়া পঞ্চাশ বছৰৰ আগৰ কাহিনী।

লক্ষ্মী পূজাৰ দিনা নিচেই পুৱাতে শহুৰে আমাক গুৱাহাটী অভিমুখে লৈ আহিল। জুনু জমিদাৰে গাড়ী এখন দিছিল। ধুবুৰীলৈ আহিছিল শিৱসাগৰৰ পৰা মামী (আনন্দ বেজবৰুৱাৰ পৰিবাৰ) লগত জীয়েক ৰুণজুন, গিনি, জিনুৰ শান্তি উপলক্ষে। বিয়াতো যোৰহাটলৈ আহি যা-যোগাৰত সহায় কৰিছিল। এই ধুবুৰীৰ ঘৰখন এৰি আহিবৰ সময়ত এটা কান্দোনৰ পৰিবেশ সৃষ্টি হৈছিল। লক্ষ্মী পূজাৰ দিনা সন্ধিয়া ন-ছোৱালী ঘৰ সুমাব পৰিলে ভাল লাগিব।

গুৱাহাটীত খন্তেক মাকণ বাইদেউহঁতৰ পাণ বজাৰৰ ঘৰত সোমাই পিচত A.S.T.C. বাছত উঠি শহুৰৰ পৰা বিদায় লৈ বাসস্থান শ্বিলং অভিমুখে যাত্ৰা কৰিলো। দুটা seat শহুৰে লৈ আমাৰ বাবে অপেক্ষা কৰি আছিল উৎকণ্ঠাৰে। বাছ এৰিবৰ সময়তহে আমি আহি উপস্থিত হৈছিলো। শহুৰ দুঃশ্চিন্তাতে পৰিছিল। সন্ধিয়া মতি-নগৰৰ ঘৰ পালোহি। টেক্সি এখনত আহি নামিলোহি। মাল পত্ৰও অলপ লগত আহিছিল। ঘৰত সকলোৱে আমাৰ বাবে বৈ আছিল। এটা সৰু মাংগলিক অনুষ্ঠানো পাতিব লগা হৈছিল। ন-ছোৱালীক আদৰি বলৈ আপোন মানুহ গোট খাইছিল। ভাকু বাইদেউ, বীণা শৰ্মা (ৰমা শৰ্মাৰ পৰি বাৰ, বীণা মোৰ ভাগিনী), মতি নগৰত থকা কৃষ্ণ বৰুৱাৰ পৰিবাৰ ইলি আৰু প্ৰতিবেশী চৌধুৰীৰ পৰিয়াল, জিলি শৰ্মাৰ পৰিবাৰ

আদি বৈ আছিল ন-কইনা ঘৰ সুমুওৱা অনুষ্ঠানত। খোৱা বোৱাৰ যোগাৰ কৰি থোৱা হৈছিল। মায়ে যি পৰম্পৰা আছে তাক আন্তৰিকতাৰে পালন কৰি আমাৰ দুয়োকে মৰমৰ চুমা যাচি আদৰি ঘৰ সুমাইছিল। পোনাইঁতৰ আনন্দৰ অন্ত নাই। লক্ষ্মীপূজাৰ সন্ধিয়া ন-ছোৱালী ঘৰ সোমোৱাত মায়ে পৰম আনন্দ পাই লক্ষ্মী ঘৰলৈ আহিছে বুলি আৰ্শীবাদ দিছিল। আমাৰ কোঠাটো সু-সজ্জিত কৰি থোৱা হৈছিল। ফুলৰে বিচনা ভৰি গৈছিল। সোমায়ে সুগন্ধিৰে আমোলমোল। ধূপৰ সুন্দৰ গোন্ধ, ফুলৰ সুবাস। ৰুমটো বীণাই সজাইছিল। ৰাতি ১০ মান বজাত খোৱা বোৱা শেষ কৰি আলহী দিহাদিহি যাবলৈ ওলাল। লগতে শুনালে নানা কৌতুক পূৰ্ণ মন্তব্য...।

আমাৰ ভাগৰ লাগি আহিছিল। এটা দীঘল যাত্ৰা, দুৰন্ত গতিত পাৰ কৰি ঘৰ পাই ভাগৰে চকু টানি আনিলে। বিচনাত পৰা মাত্ৰকে টোপনী আহিল। জিনু পাছত আহি বিচনাত শুলেহি। মই গমকে নাপালো। টোপনিত ডুব গলো। পুৱা পলম হৈছিল উঠোতে। জিনু বহুত আগতে উঠি গ'ল, গা-পা ধুই কামত লাগিল। মায়ে পাক ঘৰ গছকাই সকলো বুজাই দিলে। মোৰ গোঁসাই ঘৰৰ যাৱতীয় কাম খিনি কৰিবলৈ জিনুক প্ৰথমতে দায়িত্ব দিয়া হ'ল। সেই সময়ত আমাৰ ঘৰত আইজনী নাামৰে লিগিৰী এজনী আছিল। মায়ে গোলাঘাটৰ পৰা লগত লৈ আহিছিল। লিগিৰী যদিও, নিজৰ জীয়েকৰ দৰে। মৰম কৰি তাইক সৰুৰে পৰা ডাঙৰ দীঘল কৰি লগত ৰাখিছিল। দুখীয়া বামুণৰ ছোৱালী, সৰুতেই মাক-বাপেক ঢুকাল। আইজনীৰ আন কেৱো নাছিল। সৰু কালৰে পৰা আমাৰ ঘৰত আপোন মানুহৰ দৰে ডাঙৰ-দীঘল হৈছিল। কাম বনত, ৰন্ধা-বঢ়াত পাকৈত। মায়ে আইজনীৰ দ্বাৰা অৱশ্যে ভাত-পানী ৰান্ধিবলৈ দিয়া নাছিল। মায়ে নিজে ভাত সাজ ৰান্ধি আমাক খুৱাইছিল, নিজেও খাইছিল। নিৰামিষ আহাৰ, কিন্তু মাৰ হাতৰ ৰন্ধা-বঢ়া আছিল অতি তৃপ্তিদায়ক। পাছলৈ জিনুৱে মাছ-মাংস ৰান্ধিছিল।

মোৰ সংসাৰখন লাহে লাহে থিতাপি লাগিলত, মায়ে গোলাঘাটৰ ঘৰলৈ যাবলৈ ইচ্ছা কৰিলে। তাতে গোলাঘাটত বিয়া এখনো আছিল। মোৰ সাংসাৰিক বিষয়বোৰ জিনুৱে চম্ভালিব পৰা হোৱাত মা ঘৰলৈ যাবলৈ খৰ-ধৰ লগালে। কিছুদিন ইটো-সিটো লেঠা দেখুৱাই অলপ দিন ৰাখিলো। বাপ দাদা আহি ওলালত, তেওঁৰ লগতে মা যাবলৈ ঠিৰাং কৰিলে। পোনাও গ'ল। মাক বিদায় দি মোৰ বুকুখন শোকত খুন্দা মাৰি ধৰিছিল। অফিচৰ পৰা আহিয়েই খন্তেক মাৰ কাষত নবহিলে ভাগৰ নমৰিছিল। কেতিয়াবা মাৰ পৰি পাটি বিচনাখনতে দীঘল দি সকলো দুখ বেজাৰ পাহৰি গৈছিলো। মাইঁত যোৱাত ঘৰ উদং হ'ল। জিনুৰ লগ নোহোৱা হ'ল। মাজতে বাইদেউ আহিছিল।

প্ৰভাও আহি থাকি গ'ল। জিনুৱে যোৰহাটৰ পৰা প্ৰৱেশিকা পৰীক্ষা দি উত্তীৰ্ণ হৈ ধুবুৰীৰ ভোলানাথ ৰয় কলেজত নাম লগাইছিল। আই-এ পৰীক্ষা দিয়া নহ'ল। মই লৈ আহিব লগা হোৱাত ভাবিলো শ্বিলঙৰ কলেজতে নাম লগাই দিম। পঢ়িব পাৰিব। ইতিমধ্যে পোনা আহিল। দীপো আহি শ্বিলঙৰ এডমাঞ্চ কলেজত ভৰ্তি হ'ল। ঘৰত কাম কৰিবলৈ এটা নেপালী লৰাও যোগাৰ কৰিলো। পোনাই আসাম এচেম্বলিত চাকৰি এটা পোৱাত সুবিধা হ'ল।

মোৰ লাইব্ৰেৰী কামত ব্যস্ততা বেছি হোৱাত খাটনি দুগুণে বাঢ়িল। জিলা, মহকুমা পুথিভঁৰাল স্থাপনৰ কামত টুৰ কৰি ফুৰিব লগা হৈছিল। মোৰ পৰিশ্ৰম, সততা, বুদ্ধিনিষ্ঠা আৰু জ্ঞানে অসমৰ পুথিভঁৰাল আন্দোলনত নতুন মাত্ৰা প্ৰদান কৰিলে। মানুহৰ আস্থাভাজন হোৱা দক্ষতঅ মই লাভ কৰিলো। এক নতুন উদ্দীপনাই অসমৰ পঢ়ুৱৈ সমাজক গ্ৰন্থ অধ্যয়নৰ প্ৰতি আগ্ৰহশীল কৰিলে। চৰকাৰ পক্ষৰ পৰাও মই সকলো সা-সুবিধা প্লাইছিলো। লাইব্ৰেৰী বিষয় ওলালেই মে'ক আলোচনালৈ মাতি পঠাইছিল। ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালটো আছিল মোৰ কঠোৰ পৰিশ্ৰম ফল। গৰ্ভণৰ বি, কে নেহৰুৰ লাইব্ৰেৰীৰ প্ৰতি গভীৰ আকৰ্ষণ আছিল। তেওঁ কেন্দ্ৰীয় পুথিভঁৰাল পৰিদৰ্শন কৰি সন্তোষ প্ৰকাশ কৰি চিফ চেক্ৰেটাৰীলৈ পত্ৰ প্ৰেৰণ কৰিছিল। গৰ্ভণৰ হাউছৰ লাইব্ৰেৰীটো সংগঠন কৰি দিবলৈ, মোক কেইদিন মানৰ বাবে Spare কৰিবলৈ অনুৰোধ জনাইছিল। চিফ চেক্ৰেটাৰী (দত্ত)য়ে মোক মতাই এবাৰ যাবলৈ পৰামৰ্শ দিলে। পিচদিনা ১১ বজাত গভৰ্ণৰ হাউছৰ পৰা চেক্ৰেটাৰী কৃষ্ণমূৰ্তিয়ে মোলৈ ফোন কৰি গাড়ী এখন পঠাই দিলে মোক লৈ যাবলৈ। কৃষ্ণমূৰ্তি বৰ ভাল মানুহ আছিল। লাইব্ৰেৰীলৈ কেতিয়াবা আহি ৰিডিং ৰুমত বাতৰি কাকত পঢ়েহি। মোৰ লগত নৰেশ ৰাজখোৱাই চিনাকি কৰি দিছিল। নৰেশ ৰাজখোৱা লাইব্ৰেৰীৰ ওচৰতে থাকে। আসাম ট্ৰিবিউন কাকতৰ শ্বিলঙৰ সংবাদদাতা। ৰাজখোৱাৰ প্ৰবেশ সকলোতে। বৰ স্পষ্ট বাদী সাংবাদিক। এটা Principle ত চলা মানুহ। এজন ভাল খেলুৱৈ।

গভৰ্ণৰ হাউছৰ লাইব্ৰেৰীটো মই ঠিকঠাক কৰি দিলো। কিতাপৰ সংখ্যা এহেজাৰ মান হব। এজন Caretaker আছে। কিতাপবোৰ য'তে ততে সোমাই থৈছে। মই লাইব্ৰেৰী পদ্ধতিৰে বিষয় হিচাবে ৰেকত সুন্দৰকৈ সজাই show card লগাইছিলো, যাতে হাত দিলেই বিষয়মতে কিতাপ পাব পাৰি। এসপ্তাহ দুঘণ্টা মানলৈ খাটি লাইব্ৰেৰীটো চকুত লগা কৰি দিয়াত কৃষ্ণমূৰ্তিয়ে মোক প্ৰশংসা কৰিলে। আহিবৰ দিনা গভৰ্ণৰ নেহৰু আহি লাইব্ৰেৰীটো চাই ভাল পালে। একেলগে চাহ-জলপাণ খালো আৰু বিদায় ললো। নেহৰু এগৰাকী বিজ্ঞ লোক আছিল। বিস্তৰ পঢ়াশুনা

কৰা গৰ্ভনৰ নেহৰু পৰিয়ালৰ লোক। বহুত কিতাপ তেওঁ বিদেশত কিনি আনিছিল নিজৰ অধ্যয়ণৰ বাবে। তেওঁৰ কাৰ্যকাল অন্ত পৰাত বহুতো ভাল কিতাপ কেন্দ্ৰীয় পুথিভঁৰালক দান দি গৈছিল। মোলৈ এখন চিঠিও পঠাইছিল। লাইব্ৰেৰীটো তেওঁ আশা কৰা মতে সজাই দিয়াৰ বাবে। শিক্ষা বিভাগকো তেওঁ চিঠিৰ কপি দি মোৰ Service ৰ শলাগ লৈছিল। মুখ্যমন্ত্ৰী বিমলা চলিহাদেৱৰ লাইব্ৰেৰীটো সজাই মেলি দিবলৈ মোক দায়িত্ব দিছিল। মুখ্যমন্ত্ৰীৰ চৰকাৰী বাসভৱনত এটা লাইব্ৰেৰী আছিল। যত্নৰ অভাৱত কিতাপ পত্ৰবোৰ য'তে ততে ৰাখিছিল। শিক্ষা বিভাগৰ নিৰ্দেশক্ৰমে তালৈ গৈ কামটো আৰম্ভ কৰিলো। চলিহা দেৱ গহীন-গম্ভীৰ লোক। ভৰিৰ বিষৰ বাবে কাষতে হিটাৰ এটা জ্বলাই ফাইল চাই ব্যস্ত হৈ আছিল। মোৰ লগত পৰিচয় হ'ল। লাইব্ৰেৰীৰ বিষয়ে দুই চাৰি এষাৰ কথা পাতিলে। চাহ আনিবলৈ কৈ তেখেত পুনৰ আৰামী চকীত বহি কাষতে থকা টেপ ৰেকৰ্ডৰটোত ৰবীন্দ্ৰ সংগীত শুনি শুনি আৰাম কৰিলে। মই অন্য এটা (অফিচৰুম) কোঠাত থকা কিতাপখিনি আলমাৰিত সজাই পৰিপাটিকৈ সূচীকৰণ বৰ্গীকৰণ কৰি ৫ দিন মানত শেষ কৰিলো। চি, এমৰ এজন কৰ্মচাৰীয়ে কামত সহায় কৰিছিল। তেওঁক মই কিতাপ ৰখা বিধি-বিধান, ধৰণ-কৰণ সকলোবোৰ বুজাই দিলো। সংগ্ৰহটোৰ বেছি ভাগ ৰিৰ্পোট, এছেম্লী প্ৰচিডিং গেজেট। কিতাপৰ সংখ্যা কম। জীৱনী, ভ্ৰমণ কাহিনী সৰহ। এইবোৰৰ ব্যৱহাৰ কিমান মই ধৰিব নোৱাৰিলো। শ্ৰীমতী চলিহা বাইদেউৰ লগত কথা পাতি ভাল লাগিছিল। উকা সাজপাৰ, কথা-বতৰাত মৃদুভাষী। মোক আদৰ-সাদৰ কৰি চাহ জলপান খাবলৈ দিছিল। বিদায় লবৰ দিনা মুখ্যমন্ত্ৰী চলিহাদেৱ আলোচনাত ব্যস্ত থকাত, বাইদেউ পৰাই বিদায় ললো। চলিহা পৰিয়ালত আভিজাত্যৰ আভাস লক্ষ্য কৰিছিলো। আৰু এজন ৰাজ্যপালক লগ পাইছিলো। বিষ্ণু সহায় মহোদয়। এদিন লাইব্ৰেৰীত কাম কৰি থাকোতে এটা বিহাৰী পিয়নে উধাতু খাই মোৰ ৰুমলৈ সোমাই আহি কলেহি, গভৰ্ণৰ চাহাব আহি বাহিৰৰ ফুলনীবাৰীত কাম কৰি থকা নন্দীৰায় (মালী) ৰ লগত কথা পাতি আছে...। মই ৰুমৰ পৰা বাহিৰলৈ ওলাই গৈ দেখিলো ৰাজ্যপাল সহায়ে আমাৰ মালী নন্দীৰায়ৰ লগত খাচ বিহাৰী ভাষাত কথা কৈছে। মই কাষলৈ গৈ নমস্কাৰ এটা জনাই ভিতৰত বহিবলৈ অনুৰোধ কৰিলো। তেতিয়া ১১ বাজি গৈছে, পুৱাবেলাৰ ৰদজাক লাগি ভালেই লাগিছে শ্বিলঙত এই ৰদজাক জাৰকালি আৰামদায়ক। ৰাজ্যপাল গৰাকীয়ে জনালে যে তেখেতে ৰাজভৱনৰ পৰা ওলাই প্ৰাতঃ ভ্ৰমণ কৰোতে লাইব্ৰেৰী কম্পাউণ্ডৰ মাজেদি আহিছিল। ঠন ধৰি উঠা ফুলৰ বাগিছাখন দেখি মুগ্ধ হ'ল। মালীক বিহাৰৰ বুলি জানি তেখেতে

কথা পাতি ৰস পাইছে। সেই দিনত চিকিউৰিটিৰ কটকটিয়া নিয়ন্ত্ৰণ নাছিল। আলফাৰ সন্ত্ৰাসবাদীৰ ভয়, গুলি বোমা বন্দুকৰো ভয় নাছিল। মানুহে মুক্তমনে ওলাব মেলিব পাৰিছিল। ৰাজ্যপাল সহায়ে লগত দুজন গা ৰক্ষীলৈ খোজকাঢ়ি ৰাজভৱনৰ পৰা লাইব্ৰেৰীৰ চৌহদত পাক মাৰি খন্তেক বাগিচাখনত কাম কৰি থকা নন্দীৰায়ৰ লগত কথপোকথন হৈছিল। তেখেত আছিল সদালাপী পঢ়াশুনাতো ৰাপ আছিল। তেখেতে বক্তৃতাও দিছিল মনোগ্ৰাহী ভাষাৰে।

মোৰ কামৰ দায়িত্ব ক্ৰমাৎ বেছি হৈ অহাত মই ঘৰৰ কামত বিশেষ মনোযোগ দিব পৰা নাছিলো। জিনুৰ বয়স যদিও কম তেওঁ আছিল বুদ্ধিমতী। ঘৰৰ সকলো লেঠা চম্ভালি লব পাৰিছিল। এখনি ফুলনিবাৰী আৰু এখন শাকনি বাৰীতে তেওঁ আজৰি সময় ব্যস্ততাৰে পাৰ কৰিছিল। আমাৰ সামাজিক যোগাযোগ ৰক্ষিত হৈছিল। বন্ধ দিনত আপোন মানুহৰ ঘৰলৈ যোৱা, পুলিচ বজাৰত ফুৰা আৰু বজাৰ কৰা কেতিয়াবা চিনেমা চোৱা, লাইব্ৰেৰী ভৱনত হোৱা সাংস্কৃতিক অনুষ্ঠান চাবলৈ অহা আদিৰ বাহিৰেও সন্ধিয়া বজাৰৰ পৰা শাক-পাচলি, মাছ- মাংস অনা আদি ঘৰ-গৃহস্থীৰ কামবোৰ আমি দুয়ো একেলগে কৰিছিলো। মই চৰকাৰী কামত 'টুৰ' কৰিব লগা হৈছিল। সেই কেইদিন জিনু অকলশৰীয়া হৈছিল। তেওঁৰ চিলাই কামত অত্যন্ত চখ্ আছিল। প্ৰায়বোৰ প্ৰয়োজনীয় চিলাই পাতি ঘৰতে কৰি ভাল পাইছিল। মোৰ দৰমহাও আছিল কম। জিনুৱে এই বিষয়ত মিতব্যয়তা মানি চলিছিল। কোনো অলাগতিয়াল বা বেছি দামী বস্তু কিনাত তেওঁ হাত ধৰিছিল। মই কিবা দামী বস্তু কিনোতে তেওঁ সদায় আমাৰ সৰু সংসাৰখনৰ আৰু উপাৰ্জনৰ কথা চিন্তা কৰিহে সন্মতি দিছিল। তেওঁৰ যত্নতে আগফালৰ ফুলনিবাৰীখনে ঠন ধৰি উঠিছিল। লাইব্ৰেৰীৰ মালী আহিছিল বন্ধৰ বাৰত। মালীৰ হাতখন ভাল আৰু কাৰ্যক্ষম। ডালিয়া, গ্ৰেডিয়লি, পপী, নাৰ্জী, কাৰ্ণেশ্যন, চুইটপি আদিৰে সেই অঞ্চলত আমাৰ ফুলনিবাৰীখন চালে চকুত ৰোৱা হৈ পৰিছিল। মানুহ ফুৰিবলৈ আহিলেই ফুলনি বাৰীখন চাই আমাক বিশেষকৈ গৃহকত্ৰী জিনুৰ প্ৰশংসা কৰিছিল। শ্বিলঙত বছৰি Flowers show পতা হৈছিল। জিনুৱে যোগ দি প্ৰত্যেক বাৰেই পুৰস্কৃত হৈছিল। জিনুৰ গ্লেডিয়লি আছিল আকৰ্ষণৰ আইটেম। ফুলৰ দৰে শাকনি বাৰীৰো নাম আছিল। লাও, জিকা, টিয়হ, ফ্ৰেন্সবিন, কবি, বেঙেনা আদি বতৰৰ বস্তু পাচফালে চকুত লগা হৈছিল। পালেং শাকৰ আকাৰ আছিল ডাঙৰ, এখিলা কচুপাত চাইজৰ। জিনুৱে পালেং শাক আৰু টিয়হৰ বাবে পুৰস্কাৰ পাইছিল প্ৰদৰ্শনীত। টিয়হ একোটা জাতি লাওৰ সমান হৈছিল। ওচৰতে গৰুৰ গোবৰ পাইছিলো। থোপাই প্ৰতি দুটকা মাথোন। গোবৰ আনি খেতিত

ব্যৱহাৰ কৰা হৈছিল। মালীয়ে এইবোৰ জোগাৰ কৰিছিল। মই মাত্ৰ পইচা দিছিলো। মালী নন্দীৰায়ৰ হাতখন লক্ষ্মী, যি গোজ মাৰে সেয়ে ফল দিয়ে। শাক-পাচলি নিজে খায়ো আনক বিলোৱা এটা আনন্দদায়ক কাম। আপোন মানুহ, ওচৰ চুবুৰীয়া, লাইব্ৰেৰীৰ মানুহ, আলহী অতিথিক বাৰীৰ বস্তু বিলাই দি ভাল লাগিছিল। জিনু আছিল এইবোৰ বিষয়ত উৎসাহী। ঘৰৰ ৰন্ধা-বঢ়াৰ পৰা সকলো সামৰি মোক উৎসাহ যোগাইছিল।

সংসাৰ পৰিক্ৰমাত আমি সুখী পৰিয়াল আছিলো। মই পুৱাই গা-পা ধুই গোঁসাই ঘৰত সেৱা-সৎকাৰ কৰি দিনটোলৈ আগবাঢ়িছিলো। চন্দনৰ (বগা) ফোট লোৱা এটা পবিত্ৰ কাম বুলি মোৰ বিশ্বাস জন্মিছিল।

১৯৫৫-১৯৬৫ চনৰ মাজত আমাৰ সংসাৰলৈ চাৰিটা ল'ৰা-ছোৱালী আহিল। শহুৰ নগাঁওলৈ বদলি হৈ আহিছিল। জিনু মাজতে দুমাহ গোলাঘাটৰ ঘৰলৈ গৈ আহিল। মাৰ লগত ফুৰা-চকা, ঢেকীয়াললৈ গৈ শ্যামৰায় মহা প্ৰভুক সেৱা জনালে গৈ। জিনু গোলাঘাটৰ ঘৰৰ পৰা আহি শ্বিলঙত কেইমাহ মান আছিল। চেণ্টমেৰীজ কলেজত আই এ ক্লাছত নাম লগোৱা আছিল। দ্বিতীয় বাৰ্ষিকলৈ প্ৰমোচন পোৱাৰ পাছতে পঢ়া বন্ধ হ'ল। এই পঢ়া ১৪ বছৰ স্থগিত হৈছিল- সাংসাৰিক লেঠাৰ বাবে। নগাঁওত শহুৰৰ ঘৰত জিনুক থৈ মই দিল্লীত অনুষ্ঠিত এখন চেমিনাৰলৈ যাব লগা হ'ল। "সামাজিক শিক্ষাত ৰাজহুৱা পুথিভঁৰালৰ ভূমিকা" এই বিষয়ত দহ দিন ব্যাপি চেৰাগ দিল্লীত আলোচনা চক্ৰখন হৈছিল। প্ৰত্যেক ৰাজ্যৰ পৰা প্ৰতিনিধি গৈছিল। মই অসম ৰাজ্যক প্ৰতিনিধিত্ব কৰি 'পেপাৰ' পঢ়িছিলো। আমি ভ্ৰমণৰ যোগে দিল্লীৰ আশে-পাশে থকা লাইব্ৰেৰী আৰু সামাজিক শিক্ষাৰ কেন্দ্ৰ কিছুমান পৰিদৰ্শন কৰিছিলো। দিল্লীত থাকোতেই নগাঁওৰ শহুৰৰ পৰা টেলিগ্ৰাম এখন পালো আসাম হাউছৰ ঠিকনাত। জিনুৰ এটি কন্যা সন্তান জন্ম হৈছে। সকলো মংগলে আছে। মই খবৰটো পাই আনন্দত সকলোকে চেৰাগ দিল্লীত পাৰ্টি এটা দিলো। সকলোৱে হাঁহি তামাছা, নাচ-গান কৰি নৱজাত কন্যালৈ আশীৰ্বাদ যাছিলে। দিল্লীৰ পৰা ১৫ দিনৰ মূৰত আহিয়েই বাহিৰে বাহিৰে নগাঁওলৈ গৈ মোৰ নৱজাত কন্যাক চালোগৈ। শহুৰৰ ঘৰত সেইদিনা আনন্দৰ পৰিবেশ। চাহ-মিঠাই সকলোকে খুৱাই আশীৰ্বাদ ললো। আমাৰ সংসাৰলৈ অহা প্ৰথম সন্তানটিক কোলাত তুলি দিছিল শাহু আইয়ে। এক নতুন পুলক অনুভৱ কৰিছিলো। সৃষ্টিৰ আনন্দ উপভোগ কৰিলো। ৫ দিনৰ মূৰত বিদায় লৈ কৰ্মস্থান শ্বিলং পালোহি। আকৌ কামত ব্যস্ততা আহিল। বহুত কৰিব লগা কাম মোৰ বাবে অপেক্ষা কৰি আছিল।

মোৰ ল'ৰা-ছোৱালী চাৰিটাৰ মাজত দুটা ল'ৰা দুজনী ছোৱালী, যথাক্রমে কুকি (গায়ত্রী গোস্বামী), শংকু (সঞ্জয় গোস্বামী), লুকি (সংগীতা গোস্বামী) আৰু সৰু ল'ৰা পিংকু ( পুৰঞ্জয় গোস্বামী)। কুকিৰ জন্ম হৈছিল নগাঁওত আৰু বাকী তিনিটা শ্বিলঙত জন্ম লাভ কৰিছিল। শ্বিলঙত শিক্ষা লাভ কৰি সিহঁতে পঢ়াশুনাত বিদ্যাবান হোৱা সুযোগ পাইছিল। বিশেষকৈ কুকিয়ে পঢ়াশুনাত যথেষ্ট কৃতিত্ব আৰ্জিছিল। তাই চেইন্ট মেৰিজ কলেজৰ পৰা পি, ইউ পৰীক্ষাত প্ৰথম হৈ সুনাম কঢ়িয়াই আনিছিল। সেই কলেজৰ পৰাই সুখ্যাতিৰে বি. এ পাচ কৰি পাছত গুৱাহাটীলৈ আহিলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণী প্ৰথম স্থান অধিকাৰ কৰি শিক্ষা বিভাগত উত্তীৰ্ণ হৈ গোল্ড মেডেল লাভ কৰিছিল। বৰ্তমান তাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষা বিভাগৰ ৰীডাৰ হৈ কাম কৰি আছে। ডক্টৰেট উপাধিও তাই লাভ কৰিলে। শিক্ষা বিভাগত এগৰাকী সু-পৰিচিতা শিক্ষয়িত্ৰীৰূপে তাই সুনাম আনিছে। কুকিৰ বিয়া হৈছিল মংগলদৈৰ অৰূপ শৰ্মাৰ লগত। অৰূপে ষ্টেট বেংকত ভাল চাকৰি কৰি থকা অৱস্থাতে অকালতে ঢুকাল। এইটো আমাৰ বাবে শোকাবহ ঘটনা। কুকিৰ ল'ৰা-ছোৱালী দুটি। ছোৱালী ডাঙৰ, পঢ়াশুনা শেষ কৰি তাইৰ বিয়া হৈছিল-হাইদৰাবাদৰ এটা নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়াল ল'ৰা (শাস্ত্ৰী) প্ৰসাদৰ লগত। সিহঁত এতিয়া আমেৰিকাত থাকে। এটি পুত্ৰ সন্তান হৈছে। নাম ৰাখিছে ৰাঘৱ। প্ৰসাদৰ বৰ্তমান ডাঙৰ চাকৰি, পঢ়াশুনাত খুব মেধাবী। কুকিৰ ল'ৰা অমিতে পঢ়ি আছে। কুকি মোৰ চেনিকুঠিৰ ঘৰৰ ওপৰ মহলাতে থাকে, একেলগে থকাৰ সুবিধা বহুত। টানে বিপদে তাই আমাক খা-খবৰৰ লৈ সহায় কৰে, একেবাৰে ঘৰুৱা পৰিবেশত তাই আমাৰ লগতে আছে, আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত কাম কৰি আছে।

দ্বিতীয় ল'ৰা শংকুৱে Paper technology পাছ কৰি বৰ্তমান জাগীৰোড কাগজ কলত (H.P.C) উচ্চ পৰ্যায়ৰ বিষয়া। তাতে পৰিয়াল সহ বসবাস কৰিছে। স্ত্ৰী মালা, বিশ্বনাথৰ ভোলা বৰুৱাৰ কন্যা। শংকুৰ ল'ৰা-ছোৱালী দুটি। ডাঙৰ ঝুম্‌কা, সৰু ল'ৰা টাবু। ঝুমকা (ভাৱনা গোস্বামী) পঢ়াশুনাত serious, ব্যৱহাৰ পাতি ভাল নম্য। টাবুৰ বয়স ৫/৬ মান হ'ব, স্কুললৈ অহাযোৱা কৰিছে। শংকুহঁত গুৱাহাটীলৈ আহি থাকে। আমাৰ খবৰ বাতৰি লৈ থাকে। শংকুৱে দিনৌ এবাৰ ফোন কৰি হলেও আমাৰ লগত কথা বতৰা হয়, বা-বাতৰি ৰাখে। সি গাড়ী এখন ললে মাৰুতি। পৰিয়ালসহ আহি থাকে ঘৰলৈ। পেপাৰ মিলত কাম বেছি। shift system। সি অৱশ্যে কষ্ট কৰিব পৰা ল'ৰা। শংকুৰ তলত লুকি। ইংৰাজী বিষয়ত এম. এ পাচ কৰি গুৱাহাটীতে চাকৰি কৰে। Subject teacher. তাইক বিয়া দিয়া হৈছে কটনৰ

ইংৰাজী অধ্যাপক ড° গৌতম শৰ্মালৈ। ৰিহা বাৰীত গৌতমহঁতৰ নিজা ঘৰ। প্ৰাচীন পৰিয়াল। গৌতম চোকা মগজুৰ ল'ৰা, ৰটেৰিয়ান। লুকি-গৌতমৰ ল'ৰা দুটা, ঋষি আৰু গৌৰৱ। দুয়োটাই পঢ়ি আছে বৰ্তমান। সুখী পৰিয়াল লুকি গৌতমৰ সৰু সংসাৰ। দুয়ো সামাজিক কামত লাগি থাকে। সঘনাই চেনিকুঠিৰ ঘৰলৈ আহি থাকে। গৌতমে jokes কৈ আমাৰ ঘৰুৱা বৈঠক ৰসাল কৰি তোলে। বেছ স্ফূৰ্তি হয়।

মোৰ কনিষ্ঠ ল'ৰা পিংকু (পুৰঞ্জয়)। বুদ্ধিমান আৰু কামত সৰ্বদা serious। পঢ়াশুনাত পিংকু ভাল আছিল। ৰুৰ্কি বিশ্ব বিদ্যালয়ৰ পৰা Water management ত স্নাতকোত্তৰ M. Tech.) লৈ অসম চৰকাৰৰ কৃষি বিভাগত ইঞ্জিনীয়েৰ (Agril Engineer) কামত আছে। বৰ্তমান ডেপুটেশ্যনত গুৱাহাটীত অৱস্থিত ARIASP Society (under world Bank) ত Economist হিচাপে কাৰ্যনিবাহক হৈ আছে। তাৰ স্ত্ৰী ৰাণী ডিব্ৰুগড় নিবাসী অৱসৰপ্ৰাপ্ত অধিক্ষক অভিযন্তা (পি, ডব্লিও, ডি) ৰাজেন গোস্বামীৰ কন্যা। সিহঁতৰ ল'ৰা-ছোৱালী বৰ্তমান দুটি। ডাঙৰ মনপা ৬ বছৰীয়া ছোৱালী ষ্টেইণ্ট মেৰী স্কুলৰ ছাত্ৰী। অলপ চৎফটিয়া হলেও চোকা মগজৰ। পিংকুৱে পঢ়া পঢ়াশুনাত বেছ উন্নতিৰ স্তৰলৈ আনিছে। সৰু কেছুৱা ল'ৰা এটা জন্ম হৈছে ৪/৫ মাহৰ আগতে। মৰম লগা, ধুনীয়া একো আহুকাল নিদিয়ে। হাঁহিবলৈ আৰু কলবলাবলৈ আৰম্ভ কৰিছে। পিংকুৰ পৰিয়াল মোৰ লগতে থাকে। মোক আৰু মাকৰ (জিনু) যত্ন লয়। এইয়া হ'ল মোৰ আৰু জিনুৰ বৰ্তমান অৱস্থাৰ এটা পৰিবাৰিক পৰিচয়।

শ্বিলঙৰ কথা আকৌ কবলৈ আহিছো। কাৰণ মোৰ জীৱনৰ আটাইতকৈ ভাল অংশটো আৰু চাকৰি জীৱনৰ অধিক কাল (Best Part of my life & major Part of my service career) শ্বিলঙতে অতিবাহিত কৰিছিলো। এই সুন্দৰ, আকৰ্ষণীয় পাহাৰীয়া ঠাইখন মই পাহৰিম কেনেকৈ? মোৰ শ্বিলঙত থকা কালতে জনপ্ৰিয়তা লাভ হয়। সাংস্কৃতিক প্ৰায়বোৰ অনুষ্ঠানৰ লগত মই জড়িত হব লগাত পৰিছিল। বংগীয় সাহিত্য পৰিষদ, সাৰথি, ষ্টনীলেগু পূজা, মেল-মিটিং, নাম-সবাহ, লাবানৰ দেৱ কুমাৰ হলত অনুষ্ঠিত অনুষ্ঠান সমূহ প্ৰভৃতিত মই বিশেষভাৱে জড়িত হৈছিলো। থিয়েটাৰত মোৰ ৰাপ আছিল বাবে থিয়েটাৰ পতা, থিয়েটাৰৰ আয়োজন কৰা কাৰ্যত মোৰ উৎসাহ পৰিলক্ষিত হৈছিল। বংগীয় সাহিত্য পৰিষদৰ নাট্য শাখাৰ মূল শিল্পী আছিল ৰাখাল ভট্টাচাৰ্য্য। অদ্ভুত প্ৰতিভাসম্পন্ন Creative artist লাইটৰ ব্যৱহাৰত ৰাখাল আছিল সু-প্ৰসিদ্ধ Light man লক্ষীনাথ বেজবৰুৱা ৰচিত পাঁচনি নামৰ ব্যংগ নাটকখন ৰাখালৰ পৰিচালনাত বঙলা ভাষাত মঞ্চস্থ হৈছিল। অনেকবাৰ এই নাটকখন

তেওঁ প্ৰদৰ্শন কৰাই দৰ্শকৰ ভূৰি ভূৰি প্ৰশংসা বুটলিছিল। ময়ো অভিযোজনাত সহায় কৰিছিলো। পাঁচনি নাটখন শিলচৰ, গুৱাহাটী চহৰতো প্ৰদৰ্শন কৰা হৈছিল। দলত ময়ো গৈছিলো। শ্বিলঙতে নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাক ঘনিষ্ঠ ভাৱে লগ পাঁও। তথ্য আৰু প্ৰচাৰ বিভাগৰ তেওঁ আছিল ডেপুটি ডাইৰেক্টৰ। ডাইৰেক্টৰ আছিল ঈশ্বৰ প্ৰসাদ চৌধুৰী। দুয়োগৰাকী সংস্কৃতি পৰায়ণ ব্যক্তি। চৌধুৰী আছিল ৰূপসজ্জাত পাকৈত শিল্পী, আনফালে, সত্যপ্ৰসাদ বৰুৱা আছিল মনে প্ৰাণে নাটকৰ মানুহ। মোৰ লগত বৰুৱাৰ ঘণিষ্ঠতা বেছি হৈছিল নাটকৰ মাজেদি। শ্বিলঙত বৰুৱাই "শৌভিক" নাম দি এটা নাট্য সন্থা গঢ়ি তুলিছিল। মই হৈছিলো এই সন্থাৰ সম্পাদক। শ্বিলঙতএই শৌভিক গোষ্ঠীয়ে প্ৰথম নাটক কৰিছিল- গ্ৰীক নাটক চফক্লোছৰ কালজয়ী নাটক 'ৰজা ইডিপাচ'ৰ বৰুৱাই কৰা অসমীয়া অনুবাদ। পূৰ্ণ প্ৰেক্ষাগৃহত এই নাটক অভিনীত হৈছিল। বৰুৱাই ইডিপাচৰ ভূমিকাত চমকপ্ৰদ অভিনয় কৰি সমূহ দৰ্শকক মুগ্ধ কৰিছিল। মুখ্য অতিথি ৰূপে উপস্থিত আছিল মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা। ভুৱন মোহন বৰুৱা আৰু মই নাটকখনৰ পৰিচালনাত সহায় কৰিছিলো। পোহৰ নিক্ষেপনত আছিল ৰাখাল ভট্টাচাৰ্য। নাটখন বহুবাৰ শ্বিলং আৰু পাছত গুৱাহাটীত মঞ্চস্থ হৈ সুখ্যাতি অৰ্জন কৰিছিল। মই আন এখন নাটকৰ লগত জড়িত হৈছিলো। সেইখন আছিল 'পিয়লি ফুকন'। প্ৰযোজনাত আছিল ৰবীন্দ্ৰ ৰাম খাউণ্ড, আলোক, দৃশ্যসজ্জা আৰু পৰিচালনাত আছিল অপূৰ্ব বৰদলৈ, ৰূপসজ্জাত ঈশ্বৰ প্ৰসাদ চৌধুৰী, ব্যৱস্থাপনত গণেশ চন্দ্ৰ ফুকন, প্ৰেক্ষাগৃহ পৰিদৰ্শনত ড° অশ্বিনী বৰকাকতি, ৰবীন্দ্ৰ নাথ বৰুৱা আৰু পৰেশ ৰাজখোৱা, সংগীত পৰিচালনাত ড° ৰবীন্দ্ৰ নাথ বেজবৰুৱা। ইয়াৰ বাহিৰেও সহকাৰী আছিল কমল হাজৰিকা, ধীৰেন সেন(বৰুৱা), ৰাজেশ্বৰ ভট্টচাৰ্য, প্ৰিয় বৰুৱা, দেবী প্ৰসাদ শৰ্মা, হেম মহন্ত প্ৰভৃতি শিল্পীসকল। নাটকৰ Casting দীঘল হোৱাত বহুতো লোক জড়িত হৈছিল। মনত পৰাৰ ভিতৰত ৰবীন্দ্ৰ ৰাম খাউণ্ড, হৰিনাথ বেজবৰুৱা, ভৈৰৱ চন্দ্ৰ বৰুৱা, হৰিপ্ৰসাদ বৰুৱা, ড° হেম বৰুৱা (চপনীয়া খ্যাত), চিফ চেক্ৰেটাৰী শিশিৰ কুমাৰ দত্ত (চাহাবৰ ভাওত), শৰৎ দত্ত, মেজৰ সুৰেন দত্ত, গণেশ ফুকন, সাৰদা শৰ্মা, ৰমেশ চৌধুৰী (মূল ভাওত), লক্ষ্মী ভূষণ বৰুৱা, ড° বঙ্কিম গগৈ, হবিবুৰ ৰহমান, ধীৰেন শৰ্মা, যোগোনন্দ দুৱৰা ( গামৰ ভূমিকাত) হেম হাজৰিকা, ননী ভট্টাচাৰ্য্য, হৃদয়ানন্দ ফুকন, হৰিশ গোস্বামী, বিমল গোস্বামী প্ৰভৃতি অসমীয়া লোক সকল। মহিলাৰ ভাওত পাৰুল ফুকন (ৰাজমাও) বন্দনা ফুকন, জলি ফুকন আদি। নাচনীৰ ভাওত আৰতি দাস। এই নাট অভিনয় আছিল বিশেষ আকৰ্ষণ। জ্যেষ্ঠ সকলৰ ৰংগমঞ্চত অৱতীৰ্ণ হোৱা আগ্ৰহ আছিল বাস্তবিকতে

তাৎপৰ্যপূৰ্ণ। মই যথেষ্ট খাটিব লগা হৈছিল। মোৰ নাটকীয় সংযোগত এই অভিনয় আছিল অভিনৱ। তামুলী চ'ৰা, খাৰ ঘৰ, বিচাৰ, ফাঁচী প্ৰভৃতিৰ দৃশ্যপট মনোগ্ৰাহী কৰা হৈছিল।

পিয়লি ফুকনৰ ভাওত ৰমেশ চৌধুৰী, নাৰায়ণৰ ভাৱত হৰিশ গোস্বামী আৰু নাচনীৰ ভাৱত আৰতি দাসৰ অভিনয় আছিল অপূৰ্ব। এনেদৰে বহুতো অসমীয়া নাটক মঞ্চস্থ কৰাত মোৰ শ্বিলঙীয়া ৰঙীন দিনবোৰ আনন্দমুখৰ হৈ উঠিছিল। আন এটা অনুষ্ঠান শ্বিলং কলা পৰিষদ, লাবান। এই অনুষ্ঠানৰ যোগেদি সেই সময়ত বহুতো সাংস্কৃতিক কাৰ্যসূচী পৰিচালনা কৰা হৈছিল। অসমীয়া সত্ৰ সংস্কৃতিৰ পৰা আহৰণ কৰা বিভিন্ন গীত-মাত, নৃত্য-নাটিকা কলা পৰিষদে আধুনিক ৰুচি আৰু সময় অনুযায়ী উপস্থাপন কৰিছিল। শংকৰী কলা-কৃষ্টিৰ বহুল প্ৰচাৰৰ হকে এই অনুষ্ঠানে ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, কংস বধ, চোৰ ধৰা-পিম্পৰা গুচোৱা আদি প্ৰদৰ্শন কৰি সুখ্যাতি অৰ্জিছিল। এইবোৰৰ বাহিৰেও এই পৰিষদে গৌতম বুদ্ধ, ৰামায়ণ, নতুন ভাৰত আদি নৃত্য-নাটিকাৰ সফল ৰূপায়ণ কৰি যশস্যা অৰ্জন কৰিছিল। অসমৰ বাহিৰৰ ৰাজ্যলৈকো সাংস্কৃতিক বিনিময় কাৰ্যসূচীৰ যোগেদি এইবোৰ প্ৰদৰ্শন হেতু পঠোৱা হৈছিল। ৰুদ্ৰ বৰুৱা আছিল কলা-পৰিষদৰ অন্যতম গুৰি ধৰোতা। প্ৰাৰম্ভিক অৱস্থাত প্ৰিয়ধৰ বৰুৱা অনুষ্ঠানটোৰ লগত বিশেষভাৱে জড়িত আছিল। কলা পৰিষদৰ লগত সেই সময়ৰ বিশিষ্ট ব্যক্তি সকল যেনে- গণেশ চন্দ্ৰ ফুকন, লীলাধৰ কটকী, ডঃ চৈতন্য হাজৰিকা, ভুৱন মোহন বৰুৱা, ধৰ্মানন্দ দাস, জীৱেশ্বৰ গোস্বামী, মাধৱ ভট্টাচাৰ্য, সাৰদা চৰণ ভাগৱতী প্ৰভৃতিয়ে পৃষ্ঠপোষকৰূপে উল্লেখনীয় বৰঙণি আগবঢ়াইছিল। প্ৰত্যক্ষভাৱে অনুষ্ঠানৰ কাৰ্যসূচীত লাগিছিল ৰুদ্ৰ বৰুৱা, ধীৰেন বৰুৱা (সেন), প্ৰমোদ বৰুৱা, কৃষ্ণমূৰ্তি হাজৰিকা, মহেন্দ্ৰ হাজৰিকা, ভীম বৰা, হেৰেম্ব বৰা, বসন্ত কলিতা, ত্ৰৈলোক্য খাউণ্ড, অভয় বৰকটকী, ৰোমেশ্বৰ শইকীয়া আৰু মই (ৰাম গোস্বামী)। অনেক নবীন প্ৰবীন শিল্পীৰ সহযোগত কলা পৰিষদে নৃত্য-নাটিকা প্ৰদৰ্শন কৰি খ্যাতি কঢ়িয়াই আনিছিল। ৰামায়ণ নৃত্য-নাটিকাখন অতি আকৰ্ষণীয় হৈছিল। ধৰ্মানন্দ দাস ডাঙৰীয়া ডিব্ৰুগড়ত ডেপুটি কমিছনাৰ হৈ থাকোতে এটা ৰাজহুৱা অনুষ্ঠানত সাংস্কৃতিক সন্ধিয়াৰ মূল আকৰ্ষণ হিচাপে শ্বিলং কলা পৰিষদক নিমন্ত্ৰণ কৰি ৰামায়ণ খন প্ৰদৰ্শন কৰাইছিল। ডঃ চৈতন্য হাজৰিকা দলটোৰ নেতৃত্ব বহন কৰি শ্বিলঙৰ প'ৰা বাছ ভাড়া কৰি শিল্পী সকল গৈছিল। ৰামায়ণত মই ৰাৱণ, কৃষ্ণমূৰ্তি হাজৰিকা ৰাম আৰু জিনুৰ ভনীয়েক মাধুৰী (মোৰ খুলশালী, Sister in law) হৈছিল সীতা। ৰাৱনে সীতা হৰণ কৰা দৃশ্যটো আছিল দৃশ্য মধুৰ। ৰাম-ৰাৱণৰ

যুদ্ধখনো হৈছিল আকৰ্ষণীয়। নাচবোৰ শিকাইছিল কৃষ্ণমূৰ্তিয়ে। কৃষ্ণমূৰ্তিৰ নাচৰ প্ৰশিক্ষণ আছিল। নিজেও এজন দক্ষ নৃত্য পৰিচালক। ৰুদ্ৰ বৰুৱাই গীতবোৰ পৰিচালনা কৰিছিল। বাদ্যযন্ত্ৰত ধীৰেন বৰুৱা, মহেন্দ্ৰ হাজৰিকা আৰু প্ৰমোদ বৰুৱা আছিল সুদক্ষ সুৰ সংযোজনাত। কবলৈ দ্বিধা বোধ নকৰো যে শ্বিলং কলা পৰিষদৰ দ্বাৰা আয়োজিত প্ৰায়বোৰ সাংস্কৃতিক অনুষ্ঠানত সত্ৰীয়া কলা কৃষ্টিৰ নতুনত্বৰ সোৱাদ ফুটি ওলাইছিল। প্ৰায়বোৰতে অংকীয়া ভাওনাৰ লগত জড়িত শ্লোক, গীত, বচন আৰু সূত্ৰধাৰ সংযোগ কৰা হৈছিল। কলিয়াবৰৰ ওজা গিৰিকান্ত মহন্তই শ্বিলঙলৈ আহি গীত মাত, তাল, লয় প্ৰভৃতিত সহায় কৰিছিল। জীৱেশ্বৰ গোস্বামীৰো সহায় আছিল আদৰণীয়। অংকীয়া ভাওনাৰ অনেক গীত, তাল, লয়, মান, নাচৰ ভংগী তেখেতে দেখুৱাই দিছিল। তেখেত আছিল নিজেই এগৰাকী সত্ৰীয়া ক'লা-সংস্কৃতিৰ ওজা। গিৰিকান্ত মহন্তৰ খোল বাদন, ডবা বাদন আছিল মনোৰম। নাচত এইবোৰে সহায় কৰিছিল। ধীৰেনে এইবোৰ মনোযোগেৰে শিকি লৈছিল। কব পাৰি যে শ্বিলং কলা পৰিষদৰ এটা গৌৰৱময় অধ্যায় ৰচনা কৰাত ৰুদ্ৰ বৰুৱাৰ নাম জ্বিলিকি আছে। গুৱাহাটীলৈ ৰাজধানী স্থানান্তৰ হোৱাত শ্বিলঙ কলা পৰিষদৰো মৃত্যু ঘটিল। জীয়াই ৰখাৰ চেষ্টা বিফল হোৱাত পূজিত সঞ্চিত হৈ থকা সমুদায় ধন অসম সাহিত্য সভাক দান কৰা হ'ল। এই দানেৰে সাহিত্য সভাই "শ্বিলং কলা পৰিষদ ন্যাস পুঁজি" খুলি অংকীয়া ভাওনাৰ বিভিন্ন দিশ সামৰি এলানি বক্তৃতামালাৰ আয়োজন কৰিছে। ৰুদ্ৰ বৰুৱাই ১৯৮০ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে ইহলীলা ত্যাগ কৰিলে। তেওঁৰ মৃত্যুত আমি এগৰাকী মেধা সম্পন্ন, বহুগুণী সাংস্কৃতিক ব্যক্তিক হেৰুৱালো। হেৰুৱালো আমাৰ প্ৰিয়বৰ, কলা পৰিষদৰ অন্যতম উদ্যোগী সভ্য প্ৰভাত ৰায় বৰুৱাক। সকলোৰে তেওঁ আছিল ৰূপকাৰ। (পেইণ্টাৰ)। হেৰেম্ব বৰাকো হেৰুৱালো অকালতে। ৰঙীয়াল আছিল হেৰেম্ব বৰা। বৰ্তমান জীৱিত (অক্টোবৰ, ২০০৪ চন) ধীৰেন বৰুৱা, ভীম বৰা, কৃষ্ণমূৰ্তি হাজৰিকা, মহেন্দ্ৰ হাজৰিকাৰ লগত টেলিফোনতে আমি দুখ সুখৰ কথা পাতি অতীতৰ স্মৃতি ৰোমন্থণ কৰো। বাৰ্দ্ধক্যই আমাক মাজে মাজে জুলুম দি আছে।

শ্বিলঙত জড়িত হৈছিলো কেইবাটাও অনুষ্ঠানৰ লগত। ইয়াৰে অন্যতম হ'ল- শ্বিলং মুকুল সংঘ। সাহিত্য সাধক অতুল চন্দ্ৰ বৰুৱা আছিল এই সাহিত্য চৰ্চা অনুষ্ঠানটোৰ কেন্দ্ৰমণি। শ্বিলঙৰ প্ৰায় সকলো অনুৰাগী ব্যক্তিৰ ঘৰে ঘৰে ১৫ দিনৰ মূৰে মূৰে শ্বিলং মুকুল সংঘৰ বৈঠক বহিছিল। ইয়ালৈ আহি যোগদান কৰা ব্যক্তি সকলৰ ভিতৰত ভবেশ চন্দ্ৰ বৰুৱা, শৰৎ কাকতি, গণেশ চন্দ্ৰ ফুকন, কৃষ্ণ প্ৰসাদ

বৰুৱা, সুৰেশ চন্দ্ৰ ৰাজখোৱা, গকুল চন্দ্ৰ গোস্বামী, সু-প্ৰভা গোস্বামী, মুকিবুৰ ৰহমান, দুলাল চন্দ্ৰ ভূঞা, লক্ষেশ্বৰ শৰ্মা, প্ৰণতি দেৱী, মালতী বৰুৱা, মেজৰ কমলেশ্বৰ বৰুৱা, সুব্ৰতা বৰুৱা প্ৰভৃতিৰ নাম সদ্যহতে মনত পৰিছে। মই এই অনুষ্ঠাণতে মোৰ 'অংগৰাগ'ৰ বিষয়ে এলানি ধাৰাবাহিক প্ৰৱন্ধ পাঠ কৰিছিলো। সম্পাদক অতুল চন্দ্ৰ বৰুৱাই মোক উৎসাহিত কৰি মুকুল সংঘৰ নিয়মীয়া সদস্য কৰিছিল। মোৰ লগত কেতিয়া বা জিনুও বৈঠকলৈ গৈছিল। মুকুল প্ৰকাশ "নামৰ এখন সংকলন অতুল চন্দ্ৰ বৰুৱাই বহু পৰিশ্ৰমেৰে সম্পাদনা কৰি প্ৰকাশ কৰিছিল। ইয়াতে মুকুল সংঘৰ আদ্যো পান্ত লিপিবদ্ধ কৰা আছে। আন এগৰাকী সক্ৰীয় সদস্য আছিল গুৰুদত্ত ভাগৱতী। তেওঁ সম্পাদকো আছিল বৰুৱাৰ পাছত। অলপতে তেওঁ ঢুকাইছে।

ষ্টনিলেগুত অৱস্থিত নামঘৰ (মাধৱদেৱ নামঘৰ প্ৰাংগণ) ওচৰতে থকা পূজা মণ্ডপ আদিত মই যোগদিছিলো। ধূমধামেৰে দুৰ্গোৎসৱ হৈছিল। গোপাল শৰ্মা বৰুৱা, প্ৰভাত চন্দ্ৰ শ্ৰুতিকৰ, পুণ্ডৰিকাক্ষ্য শৰ্মা প্ৰভৃতি আছিল উদ্যোগী সংগঠক। উৎসাহ-উদ্দীপনাৰে উৎসৱবোৰ আয়োজন কৰা হৈছিল। নৱমীৰ দিনা দুপৰীয়া ভোগ খাবলৈ অনেক ভক্ত সমবেত হৈছিল। লগত পতা হৈছিল মেলা। ধৰ্মানন্দ দাসৰ ঘৰৰ কাষতে। তেখেতে আহি বুদ্ধি পৰামৰ্শ দিছিল। ৰংৰহইচত শৰ্মা বৰুৱা চাৰ আছিল আগৰণুৱা। দেৱী বিসৰ্জনৰ পৰা উভতি আহি সন্ধিয়া গীতিমেল বহি বিজয়াৰ শুভ কামনা জনোৱা হৈছিল। শৰ্মা বৰুৱাই মোক আয়োজনৰ ভাৰ দিছিল। 'মোদক' খোৱা, গীত মাত গোৱা আদি আছিল অমোদদায়ক কাৰ্যসূচী। পূজাৰ দায়িত্বত আছিল শ্ৰুতিকৰ। সকলো ধৰ্মীয় কামত তেখেত আছিল নিয়ম মানি চলা নৈষ্ঠিক ব্যক্তি। পূজাত কাৰো মতান্তৰ ঘটা নাছিল। উৎসৱৰ বাবেই সকলোৱে ইয়াত যোগ দিছিল। দান-বৰঙণি সকলোৱে আগবঢ়াই সহায় কৰিছিল। আমি সপৰিয়ালে ষ্টনিলেগুৰ উৎসৱ সমূহত যথা বিহু, পূজা, নাম প্ৰসংগ আন আন উৎসবত যোগ দিছিলো। আই সকলে নাম ঘৰৰ ৰীতি- নিয়ম পালন কৰি নাম প্ৰসংগ অব্যাহত ৰাখিছিল। ভাদ মহীয়া নাম ধৰা আছিল তাৎপৰ্যপূৰ্ণ পৰম্পৰা। গুৰুজনাৰ তিথিও উলহ মালহেৰে পালন কৰা হৈছিল। ডেকাইঁতে সন্ধিয়া ভাওনা পাতি ৰাইজক উৎসাহ যোগাইছিল।

লাবানৰ দেব কুমাৰ মেমৰিয়েল হলত অনুষ্ঠিত সাংস্কৃতিক কাৰ্যসূচীত মই কেতিয়াবা লাগিব লগাত পৰিছিল। শংকৰদেৱৰ তিথি উপলক্ষে ভাওনা পতা হৈছিল। শহুৰ জীৱেশ্বৰ গোস্বামী আছিল ভাওনাৰ গুৰি ধৰোতা। গায়ন বায়নৰ পৰা ভাও লোৱা সকলোতে তেওঁ আছিল পৰম উৎসাহী। কেতিয়াবা মহিলাৰ ভাও (যেনে হিড়িম্বা, সূৰ্পণখা আদি) দেখুৱাই দৰ্শকৰ হাঁহিৰ ৰোল তুলিছিল। গীত মাত সুৰ-

তাল, লয়, অংগী-ভংগী, বচন সকলোতে তেখেত আছিল পাকৈত। শ্বিলঙবাসী অসমীয়া লোকসকলৰ বাবে শ্ৰীমন্ত শংকৰদেৱৰ তিথি আছিল পৰম শ্ৰদ্ধা ভক্তিৰ অনুষ্ঠান। ভাওনা চাবলৈ সকলো আগতীয়াকৈ গৈ 'গায়ন-বায়ন' চাবলৈ অপেক্ষা কৰিছিল। সুধ-বগা সাজেৰে গায়ন-বায়নত যোগ দিয়া সকল চকুত লগা হৈছিল। ইয়াত শহুৰৰ বাহিৰেও নামিছিল ভাওনাত ৰাপ থকা গণ্যমান্য অসমীয়া ব্যক্তিসকল। (যেনে- ৰত্নেশ্বৰ হাজৰিকা, গোলোকেশ্বৰ বৰুৱা, ৰজনী বৰদলৈ, নবীন মহন্ত, ৰাজেন মহন্ত, লীলাকান্ত মহন্ত, দীন মহন্ত আদি ভালে সংখ্যক উৎসাহী লোক) আমি সপৰিয়ালে লাবানলৈ গৈ শহুৰৰ ঘৰত ৰাতি থকাকৈ ভাওনা চাবলৈ গৈছিলো। বৰ ভাল লাগিছিল। লাবান নামঘৰত বাৰ্ষিক দুৰ্গাপূজা, ফাকুৱা উৎসৱ প্ৰভৃতি পাতিছিল। ধ্যান শৰ্মা আছিল এইবোৰ ৰাজহুৱা কামত বৰ উৎসাহী। সকলোৱে এইবোৰলৈ আহিছিল। কিছুমানে দৰ্শন কৰিবলৈ আৰু কিছুমানে পূজা পাতলত ভাগ লবলৈ। শহুৰ জীৱেশ্বৰ গোস্বামীৰ ঘৰত জন্মাষ্টমী পাতিছিল। বৰ উলহ মালহেৰে নামৰ আয়োজন কৰা হৈছিল। জী-জোঁৱাই, ভাই-ভটিজা, সকলো সমবেত হৈছিল। নামলৈ লাবান বিষ্ণুপুৰৰ মানুহ নিমন্ত্ৰণ কৰা হৈছিল। মনত আছে সুললিত কণ্ঠেৰে মাধৱ ভট্টাচাৰ্যই লগোৱা নাম সমূহ। লগত নাগাৰা বাজিছিল। মাধৱ ভট্টাচাৰ্যৰ দৰে নাম লগাইছিল ধৰ্মকান্ত নাথেও। এওঁ প্ৰশাসনীয় বিষয়া, চৰকাৰৰ এগৰাকী সুদক্ষ আণ্ডাৰ চেক্ৰেটাৰী। নিয়োগ বিভাগৰ সকলো নিয়ম কানুন তেওঁ খৰচি মাৰি জানিছিল। নাম গাইছিল লগতে তালো বজাইছিল। মই আগতে গৈ কীৰ্তন, নামঘোষা, পাঠ কৰিছিলো। ভকত গোট খাওতে পলম হলেও সকলো আহি নামত ভাগ লৈছিল। ৰাতি ১২টা মান বজাত সামৰা হৈছিল। ৰাইজে গৃহস্থক আশীৰ্বাদ দিছিল। মাধৱ ভট্টাচাৰ্যই আশীৰ্বাদৰ বচন শ্ৰৱণ কৰাইছিল, শ্লোক, পদ, ভটিমা গায়। শহুৰ, শাহু প্ৰমূখ্যে, আৰু আমি সকলোৱে ভকত বৃন্দৰ আৰ্শীবাদ শিৰ পাতি মূৰ দোঁৱাই গ্ৰহণ কৰিছিলো। ৰাতি সকলোকে নিৰামিষ আহাৰেৰে আপ্যায়ন কৰা হৈছিল। সকলোৱে তৃপ্তিৰে ভোজন কৰি প্ৰসাদ লগত লৈ নিজ নিজ ঘৰলৈ যাওতে ৰাতি ডেৰটামান বাজিছিল।

কবলৈ গলে, শ্বিলং খন আছিল অসমীয়া মানুহৰ মহামিলনৰ তীৰ্থ। ভৈয়ামৰ বিভিন্ন অঞ্চলৰ পৰা চাকৰি কৰিবলৈ ৰাজধানীলৈ অহা অসমীয়া মানুহ সকলে ভিন্ন ভিন্ন স্থানৰ কলা-সংস্কৃতি কঢ়িয়াই আনিছিল শ্বিলঙলৈ। গঢ়ি তুলিছিল এখন বহল হৃদয়ৰ অসমীয়া সমাজ। সকলোকে চেনেহৰ সদ কামনাৰে একত্ৰ কৰা উদ্দেশ্য আছিল এই বৃহত্তৰ সংস্কৃতি বান অসমীয়া সমাজ খনৰ। কিন্তু ৰাজনৈতিক বিভাজনত চিন্নভিন্ন

হৈ গ'ল এই গঢ়ি উঠা ঐক্য সংহতিৰ সমাজখন!!

নিজৰ কথা লিখি বলৈ পাহৰি গৈছিলো। অসম বিভাজনৰ মৰ্মান্তিক বেজাৰে মনটো ভাৰাক্ৰান্ত কৰি পেলায়। শ্বিলঙৰ অতীতৰ দিনবোৰৰ কথা ভাবিলে ভাৱবিভোল হৈ পৰো।

মই চৰকাৰৰ পৰা ১৫০০০ হেজাৰ টকা ঘৰ-নিৰ্মাণৰ বাবে এটা ঋণ লৈ মোৰ মূল ঘৰৰ তলত থকা খালি ঠাই ডোখৰত সৰু তিনিটা কোঠাৰ আসাম টাইপ ঘৰ সাজি ভাড়ালৈ দিয়াৰ ব্যৱস্থাকৰিলো। তুৰাসিং ঠিকাদাৰে ডেৰ মাহৰ ভিতৰত কামটো কৰি দিলে। ভাড়া লৈছিল প্ৰথমতে মিঃ চাণ্ডোপ বোলা চিকিমৰ লোক এজনে। কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়াল। লগত আছিল তেওঁৰ বন্ধু মিঃ টমাছ। এওঁলোক বদলি হৈ শ্বিলং এৰিলত ঘৰটো ৰাণা প্ৰতাপ বৰুৱাই ললে। তেওঁ চৰকাৰী প্ৰেছৰ ডিৰেক্টৰ। ভণ্টী আছিল এওঁৰ পৰিবাৰ। জিনুৰ বন্ধু। নববিবাহিত জীৱন মোৰ ঘৰটোতে আৰম্ভ কৰিলে। বিলাতলৈ যাব লগা হোৱাত ঘৰটো ড° আনন্দ চন্দ্ৰ বৰুৱাই ললে। এওঁ ঘৰ এৰি যোৰহাটলৈ যোৱাত হৰেণ দাসে ভাড়ালৈ ললে। তেতিয়া আই. এ, এছ ডিপুটি চেক্ৰেটাৰী (বিত্ত) তেওঁৰ ঘৰলৈ বন্ধৰ দিনত প্ৰায়ে অচ্যুত শইকীয়া আৰু পাৰ্থ সাৰথি আহি গল্প গুজব কৰিছিল। তিনিওজন আই, এ, এছ প্ৰশাসনীয় বিষয়া, হৰেণ দাসৰ বন্ধু। অচ্যুত শইকীয়া পাছত মুখ্য সচিব হৈছিল। টেনিছ খেলিছিল। পাৰ্থ সাৰথিয়ে উজনি অসমৰ ডেপুটী কমিছনাৰ হৈছিল। ধাৰ্মিক ভাৱাপন্ন। দুভাৰ্গ্যবশতঃ তেওঁৰ মৃত্যু ঘটিল অসম আন্দোলনৰ সময়ত। হৰেণ দাস মুখ্য সচিব হৈ অৱসৰ লৈছে। বৰ্তমান লেখা-পঢ়া, মেল মিটিং আদিত ব্যস্ত লোক। শইকীয়া আৰু দাস দুয়োজনৰ বিয়া খাবলৈ জিনু আৰু মই গুৱাহাটীলৈ গৈ আগভাগ লৈছিলো। আমাৰ লগত আটাই কেইজনৰ মিলাপ্ৰীতি আছিল। ঘৰুৱা হৈ পৰিছিল হৰেণ দাস। মোৰ ভাড়া ঘৰতে তেওঁ বিবাহিত স্ত্ৰীক আনি প্ৰথমতে বৈবাহিক জীৱন আৰম্ভ কৰে। এওঁ চৰকাৰী বাসভৱনলৈ যোৱাত ঘৰটো ষ্টেট ট্ৰেন্সপৰ্টৰ বিষয়া ৰহীমে ললে। ভাড়া প্ৰথমতে আছিল ৯০ টকা, পাছত ১৫০ টকা কৰিছিলো। তেতিয়া এইটো যুক্তিসংগত ভাড়া আছিল। পাছত ঘৰটো ৰহীমকে বিক্ৰী কৰিলো ১৮০০০ টকাত। কামটো ভাল নহল বুলি পাছত অনুশোচনা হৈছিল। টকাও কম হল। ৰহীম মোৰ বন্ধু মানুহ। টানে বিপদে সদায় সহায় কৰিছিল। খাছী মহিলা এগৰাকীক তেওঁ বিয়া কৰালে।

মই প্ৰয়োজন অনুভৱ কৰিলো- এখন মটৰ গাড়ীৰ। শহুৰক কলো। কিছুদিনৰ পাছত তেখেত আহি মোক কথা প্ৰসংগত কলে যে মাৰোৱাৰী ব্যৱসায়িক বৰবাজাৰৰ মতি বাবুৱে তেওঁৰ এমবেছেদৰ গাড়ীখন বেছিব খুজিছে। শহুৰ দেউতাৰ লগত মতি

বাবুৰ ভাল পৰিচয় আছিল। শহুৰৰ কথাত মান্তি হৈ মতি বাবুৱে গাড়ীখন মোক ১৩০০০ হেজাৰ টকাত বিক্ৰী কৰিলে। মই পাইছিলো ১২০০০ টকা, মতি বাবুক এইখিনি দি ডম্বৰসিং লামা নামৰ ড্ৰাইভাৰ এজন নিয়োগ কৰি গাড়ীখন কিনি পেলালো। মেৰামতিৰ কাম আছিল। সেইবোৰ ঠিকঠাক কৰি লক্ষ্মী পূজাৰ দিনা গাড়ীখন ঘৰ সুমুৱালো। প্ৰথমতে প্ৰতিবেশী উমাকান্ত শৰ্মা (ডি, পি, আই)ৰ খালি হৈ থকা গেৰেজটোতে ৰাখিলো। তেখেতে আনন্দমনে থবলৈ দিলে। ময়ো মোৰ ঘৰতে এটা মটৰ গেৰেজ সাজিলো। তুৰাসিং আহি সস্তাতে তৈয়াৰ কৰি দিলে। ঘৰত গাড়ী ৰাখিবলৈ সুন্দৰ ব্যৱস্থা হল। এমাহ মানৰ ভিতৰতে মই গাড়ী চলোৱা শিকি পেলালো। ৪/৫ দিন ডম্বৰসিং লামাই পল'ফিল্ডলৈ নিচেই পুৱাতে লৈ গৈ মোক গাড়ী চলোৱা বিদ্যা শিকাই দিলে। লাইব্ৰেৰীলৈ গাড়ী চলাই নি বাৰান্দাত থওতে সকলো অফিচৰ সহকৰ্মী ওলাই আহি চাই প্ৰশংসা কৰিছিল। যদিও চেকেণ্ডহেন, তথাপি মই গাড়ী এখন লোৱাত সকলোৱে ভাল পালে। কিছুদিনৰ পাছত এল বাৰ্ট বোলা খাছী ল'ৰা এটাক ড্ৰাইভাৰ হিচাপে ৰাখি লাইব্ৰেৰীত ফৰ্থগ্ৰেড্ চাকৰি এটাত নিযুক্তি দিলো।

লাইব্ৰেৰীত সেইবাৰ সৰস্বতী পূজা পাতিছিল। প্ৰথম পূজা, সকলো লাগি মেলি ডাঙৰ আয়োজন কৰিছিল। জিনুহঁতে গৈ পূজাৰ যা-যোগাৰ কৰিছিল। মোৰ ঘৰৰ পৰা পূজাৰ বাচন বৰ্তন খিনি নিয়া হৈছিল। বহা বহা লোকক নিমন্ত্ৰণ কৰাও হৈছিল। পূজাৰ ভোগ (খিচিৰি আদি) তদাৰক কৰিছিল মোহন গোস্বামী, যাদব বৰকটকী, প্ৰদীপ হাজৰিকা আদি লাইব্ৰেৰীত কাম কৰা উৎসাহী ডেকা ল'ৰাহঁতে। যথা সময়ত পুৰোহিতজন আহি উপস্থিত নোহোৱাত আমাৰ দুশ্চিন্তা হ'ল। মাইকত গান বজাই এঘণ্টা মান কথা বতৰা পাতি, ৰং ধেমালি কৰি সময় পাৰ কৰা হ'ল। পুৰোহিত বৰকটকীৰ চিনাকি মানুহ। লাবানত থাকে, ১২ বাজিল, পুৰোহিতৰ খবৰ নাই। এজনে গৈ খবৰ ল'লে। কলেহি পুৰোহিতে দুখন পূজা কৰি তৃতীয়খন কৰিবলৈ গৈছে। তাৰ পাছতহে আমাৰ খনলৈ আহিব। খঙে মূৰৰ চুলিৰ আগ পালেগৈ। মই ভাবিলো পূজা ভাগ পাতিবই লাগিব। জিনুক গাড়ীখনত গৈ মতিনগৰৰ ঘৰৰ পৰা পুৰোহিত দৰ্পণখন আনিবলৈ কলো। আহিলত সেইখন চাই সেইমতে শুদ্ধচিত্তে, গা-পা ধুই মই সৰস্বতী পূজা ভাগ কৰি পেলালো। এই বিদ্যা মোৰ আছিল। ঘৰত জিনুৱে পালন কৰা লক্ষ্মীপূজা ময়ে কৰাঁও। (আজিও সেই পৰম্পৰা চলি আছে।) পূজাৰ অন্তত অঞ্জলী প্ৰদান হল। প্ৰসাদ বিতৰণৰ সময়ত পুৰোহিত আহি উপস্থিত হোৱাত তেওঁক বৰকটকী, ৰমেশ ফুকন আদিয়ে তেওঁৰ প্ৰাপ্য কটুকথা শুনালে। তেতিয়া

দুটা বাজিছে। সেমেনা সেমেনি কৰি পুৰোহিত গুছি গ'ল। কোনোবাই ক'লে আকৌ বোলে পলফিল্ডৰ ফালে পূজা এভাগ কৰিবলৈ বাকী আছে। মই হোম পোৰা কামখিনি কৰা নাছিলো। এইটো এটা মোৰ চাকৰি কালৰ অভিজ্ঞতা। পূজাৰ অন্তত সকলোকে ভোজন কৰোৱা হ'ল। তৃপ্তি ভোজন বুলিব লাগিব। নিমন্ত্ৰিত-অনিমন্ত্ৰিত সকলোকে উদৰ পুৰাই খুওৱা হ'ল। মোহনইঁতে সকলো আয়োজন কৰিছিল- এসপ্তাহ মানৰ পৰা। লাইব্ৰেৰীৰ কৰ্মচাৰী পাছা, লিংডো, টমাছ আদি খাছী কৰ্মচাৰী সকলেও লাগি এক আনন্দ মুখৰ পৰিবেশ গঢ়ি তুলিছিল। পাছাই সজোৱা মেলা (decoration) কৰি মণ্ডপ চকুত লগা কৰিছিল। পাছদিনা মোৰ গাড়ীখনতে ডিকিত তুলি গোসানী বিসৰ্জন দিবলৈ মোহনইঁতে লৈ গ'ল। লাইব্ৰেৰী কৰ্মীসকলৰ ভ্ৰাতৃত্ববোধ, মিলা-প্ৰীতি লক্ষ্য কৰি মই ধন্য মানিছিলো। আমি হৈ পৰিছিলো এটা আত্মীয়তাভৰা পৰিয়াল ! শ্বিলঙৰ কেন্দ্ৰীয় লাইব্ৰেৰীটো আছিল আকৰ্ষণৰ মধ্যমণি। চহৰখনৰ কেন্দ্ৰ স্থানত অৱস্থিত বাবে সকলো ফালৰ পঢ়ুৱৈৰ বাবে আছিল সুবিধাজনক। প্ৰায়বোৰ ডাঙৰ অনুষ্ঠান লাইব্ৰেৰীৰ প্ৰেক্ষাগৃহত আয়োজন কৰ হৈছিল। ইয়াৰ বাবে নিৰ্দ্ধাৰিত নিয়ম বন্ধা আছিল। লাইব্ৰেৰীত আমি কেই বাবাৰো গ্ৰন্থ-প্ৰদৰ্শনী পাতিছিলো। বহুতো বিষয়ৰ দুস্প্ৰাপ্য গ্ৰন্থ লাইব্ৰেৰীত সঞ্চিত কৰি ৰখা হৈছিল। কিছুমান ১৮০০ শকৰো আগৰ পুৰণি। ত্ৰিপুৰাৰ মহাৰাজে তেওঁৰ ব্যক্তিগত পুথি ভঁৰালটো আসাম গৰ্ভণমেণ্ট পাব্লিক লাইব্ৰেৰীত দান দিছিল। সকলো সযত্নৰে আমি ৰাখিছিলো। গ্ৰন্থ মেলাত এইবোৰ প্ৰদৰ্শন কৰিলত বিদ্যানুৰাগী লোক সকলে পৰম কৌতুহল প্ৰকাশ কৰিছিল। এখন উল্লেখযোগ্য প্ৰদৰ্শনী আয়োজন কৰিছিল আমেৰিকান চেণ্টাৰে (U.S.I.S.)। 'মুণৰক' (moon rock) প্ৰদৰ্শনৰ উপলক্ষে। সেই সময়ত চন্দ্ৰলোকত আৰ্মষ্ট্ৰং প্ৰভৃতি আমেৰিকান মহাকাশ যাত্ৰীৰ পদাৰ্পনে সমগ্ৰ বিশ্বত বিস্ময়ৰ খলকনি তুলিছিল। লাইব্ৰেৰীত ইউ, এচ আয়ে মুণৰক এডোখৰ আনি জন সাধাৰণক দেখুৱাইছিল। এই মুণৰক চাবলৈ লাইব্ৰেৰীত হোৱা প্ৰদৰ্শনীত মানুহৰ সমাগম হৈছিল অপৰ্যাপ্ত। সকলো পৰিকল্পিত ভাৱে আয়োজন কৰা বাবে ভীৰ নিয়ন্ত্ৰণত বেমেজালি হোৱা নাছিল। স্থানীয় স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীক ভলণ্টিয়াৰ কৰা হৈছিল। দৰ্শক উভতি যাওতে প্ৰত্যেকৰে একোখন Sticker দিয়া হৈছিল। তাত লিখা আছিল I have seen moon-rock.। মুণৰকৰ সৰু টুকুৰা মোক উপহাৰ দিছিল। সেই টুকুৰা এতিয়াও আছে। প্ৰদৰ্শনীৰ লগত সংগতি ৰাখি এখন আলোচনা চক্ৰও পতা হৈছিল। মাৰ্কিন বক্তাৰ লগতে অসমৰো বক্তাই আলোচনাত অংশগ্ৰহণ কৰিছিল। মনত আছে, বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাই বিষয় প্ৰসংগৰ ওপৰত এটা সুন্দৰ কবিতা পাঠ কৰিছিল।

কেন্দ্ৰীয় গ্ৰন্থাগাৰিক স্বৰূপে মোৰ এটা যশস্যা লাভ হৈছিল। বাহিৰৰ পৰা কেন্দ্ৰীয় চৰকাৰৰ উচ্চ পদ-মৰ্যাদাৰ বিষয়া মাজে সময়ে চৰকাৰী কামত অথবা মেল-মিটিঙত আহোতে লাইব্ৰেৰীলৈকো আহিছিল। মোৰ বিষয়ে তেওঁলোকে ভাল অভিমত দিছিল। মই ভাৰত চৰকাৰৰ শিক্ষা বিভাগৰ পৰা হঠাৎ এদিন এখন টেলিগ্ৰাম পালো। মোক ৰাজা ৰাম মোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেশ্যন বোৰ্ডৰ সদস্য হিচাপে মনোনীত কৰিছে- তিনি বছৰৰ কাৰ্যকালৰ বাবে। মোৰ সন্মতি লাগে। ৰাজ্যৰ শিক্ষা সচিবলৈকো পত্ৰ প্ৰেড়ণ কৰিছে। মই সন্মতি জনাই শিক্ষা বিভাগৰ যোগেদি উত্তৰ দিলো। এই কামৰ বাবে কলিকতাত থকা ৰাজা ৰামমোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেশ্যনৰ মিটিংবোৰলৈ যাব লগা হৈছিল। ইয়াৰ সুবিধা অসমলৈকে আদায় কৰাত মই যত্নপৰ হৈছিলো। আজিও এই সুবিধা অব্যাহত আছে। মেচিং গ্ৰাণ্ট প্ৰথাৰে কিতাপ যোগান ধৰা ব্যৱস্থা বৰ্তমানো চলি আছে। ফলত আমাৰ লাইব্ৰেৰীসমূহ, লগতে অসমীয়া লেখক সকল লাভবান হৈছে। ১৯৬১ চনত ভাৰত চৰকাৰৰ The Ministry of Scientific Research and Cultural Affairs ত nominatin পাই মই তিনি বছৰৰ বাবে National Library ত Governing Council ৰ সদস্য মনোনীত হলো। অধ্যাপক হুমায়ূন কবীৰ তেতিয়া কেন্দ্ৰীয় সচিব আছিল। তেওঁ Department of Education ৰ ক্ষমতাশালী বিষয়া, মন্ত্ৰী মৌলানা কালাম আজাদ। লাইব্ৰেৰী বিষয়ত আজাদ চাহ্যৰ আগ্রহ আছে বাবেই তেখেতে ভাৰতবৰ্ষত এটা শক্তিশালী, অৰ্থপূৰ্ণ লাইব্ৰেৰী আন্দোলনৰ হকে উদগনি দিছিল। অধ্যাপক হুমায়ূন ক বীৰো আছিল এগৰাকী পণ্ডিত ব্যক্তি। তেখেতৰ যত্নতে ভাৰতবৰ্ষত পঞ্চম বাৰ্ষিকী পৰিকল্পনাত "Improvement of Public Libraries in India" আঁচনি গ্ৰহণ কৰা হৈছিল। National Library ৰ গভৰ্ণিং কাউন্সিলৰ সদস্য হোৱাটো সন্মানৰ কথা। ইয়াৰ Chairman কেন্দ্ৰীয় শিক্ষা সচিব। মোৰ কাৰ্যকালত আছিল বি, এচ, কেছভান, ভাৰতৰ নেচনেল লাইব্ৰেৰীৰ লাইব্ৰৰীয়ান। ব্যক্তিত্ব ভৰা খ্যাতিমান লাইব্ৰেৰীয়ান। বহুগুণী ব্যক্তি। ভাৰতবৰ্ষৰ বাহিৰেও সমগ্ৰ বিশ্বতে লাইব্ৰেৰী জগতত কেছভানৰ নাম জনপ্ৰিয়। মোক তেওঁ যথেষ্ট উপকাৰ কৰিছিল। ভাৰতৰ অগ্ৰণী লাইব্ৰেৰীয়ান এগৰাকীৰ সান্নিধ্যলৈ আহি মই গৌৰৱ বোধ কৰিছিলোঁ। সুন্দৰ বক্তৃতা দিব পৰা সভা শুৱনী পুৰুষ কেছভান অসমলৈকো, আহিছিল। ইয়াত আৰম্ভ হোৱা ৰাজহুৱা চৰকাৰী পুথিভঁৰালৰ অগ্ৰগতি দেখি তেওঁ মুগ্ধ হৈছিল। শ্বিলঙৰ কেন্দ্ৰীয় পুথিভঁৰাল দেখি তেখেতে সন্তোষ প্ৰকাশ কৰি শিক্ষা মন্ত্ৰীলৈ পত্ৰ প্ৰেড়ণ কৰি মোৰ প্ৰশংসা কৰিছিল। মোক তেখেতে ভাৰতৰ পৰিকল্পনা আয়োগৰ লাইব্ৰেৰীৰ উপ কমিটিৰ অন্যতম সদস্যৰূপে মনোনীত কৰিছিল। এই উপ কমিটিখন আছিল

লাইব্ৰেৰী উন্নয়নৰ ক্ষেত্ৰত পৰিকল্পনা আয়োগক সহায় কৰা।

ভাৰতৰ নেচনেল লাইব্ৰেৰীৰ মোৰ কাৰ্যকালত গভৰ্নিং কাউন্সিলৰ সদস্য আছিল এগৰাকী অৱসৰপ্ৰাপ্ত বিচাৰক (হাইকৰ্টৰ), ৰেলৱে চাৰ্ভিছ্ কমিচনৰ প্ৰাক্তন সদস্য, এগৰাকী ডিৰেক্টৰ শিক্ষা বিভাগৰ (মাদ্ৰাজ ৰাজ্যৰ), প্ৰেচিডেন্সি কলেজৰ ইংৰাজী বিভাগৰ মুৰবী অধ্যাপক, এলাহাবাদ পাব্লিক লাইব্ৰেৰী চাৰ্ভিছ্ৰ চেক্ৰেটাৰী, দিল্লী বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীয়ান, ডিৰেক্টৰ অৱ ৰিৰ্ছাচ, শ্ৰীনগৰ, জমিয়ামিলিয়া বিশ্ববিদ্যালয়ৰ ভাইছ চেঞ্চেলাৰ আৰু এগৰাকী সামাজিক বিষয়ৰ বিশেষজ্ঞ। মই ৰাজ্যিক গ্ৰন্থাগাৰিক হিচাপে মনোনীত সদস্য। মিঃ কেছ্ভান আছিল মেম্বাৰ চেক্ৰেটাৰী। সভাপতি আছিল কেন্দ্ৰীয় শিক্ষা সচিব। গভৰ্নি কাউন্সিলখন Policy administration, Plan and future course of actionত মুখ্য প্ৰশাসনিক উপদেষ্টা ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। নেচনেল লাইব্ৰেৰী এটা মুকলি কৰিবলৈ সেই সময়ৰ ভাৰতৰ প্ৰধান মন্ত্ৰী পণ্ডিত জৱহৰলাল নেহৰু আহিছিল। হুমায়ুণ কবীৰ, পশ্চিম বংগৰ গভৰ্নৰ শ্ৰীমতী নাইডু, মুখ্যমন্ত্ৰী ড° বিধান ৰয়, ভাৰতত থকা বৃটিছ হাইকমিছ্নাৰ (মিঃ বুথ) প্ৰভৃতি বিশিষ্ট অতিথিৰূপে উপস্থিত আছিল। মই সেই বছৰৰ Vice President হিচাপে welcome address দিব লগা হৈছিল। মিঃ কেছ্ভানে নেচনেল লাইব্ৰেৰীৰ জাতীয় দায়িত্ব আৰু অৱদানৰ বিষয়ে বক্তৃতা দিছিল। সেইদিনাৰ সভাত বছা বছা Scholar সকল উপস্থিত আছিল। মই উপস্থিত থকা মঞ্চৰ ফটো এখন এতিয়াও মোৰ ঘৰত আঁৰি থোৱা আছে। মই ধুতি-পাঞ্জাবী পৰিধান কৰিছিলো। এনে সন্মান মোৰ লাইব্ৰেৰীয়ান হোৱা সৌভাগ্যৰ সূত্ৰে লাভ হৈছিল। জাতীয় পুথিভঁৰাল নামৰ ইতিহাস লিপিবদ্ধ গ্ৰন্থখনত (সম্পাদক, B S. Kesavan Librarian National Library, Calcutta Released in the Tagore centeuary in 1961. The Book was dedicated to the Memory of Gurudev Rabindranath Tagore.) মোৰ নাম উল্লেখিত হৈছে।

ৰাজ্যিক গ্ৰন্থাগৰিকৰ দায়িত্ব বহন কৰি মই ভাৰতীয় গ্ৰন্থাগাৰ সন্থাৰ (All India Library Association) এগৰাকী জ্যেষ্ঠ আজীৱন সদস্য হৈছিলো। সন্থাৰ বাৰ্ষিক অধিবেশনবোৰত মই অসম চৰকাৰৰ পক্ষৰ পৰা সদায় যোগ দিছিলো। কাশ্মীৰৰ পৰা কেৰেলা সকলো ৰাজ্যতে গ্ৰন্থাগাৰ সন্থাৰ বাৰ্ষিক অধিবেশন বহিছিল। মই সকলোবোৰলৈ গৈছিলো উপসভাপতি দায়িত্বভাৰ গ্ৰহণ কৰি। বক্তৃতা দিছিলো বিভিন্ন সংগঠনৰ ওপৰত। অসমৰ গ্ৰন্থাগাৰ আন্দোলনৰ অগ্ৰগতিৰ বিষয়ে মই কব লগা হৈছিল। ভাৰতবৰ্ষৰ খ্যাতনামা গ্ৰন্থাগাৰিক সকল মিলিত হৈছিল বাৰ্ষিক অধিবেশনত।

বিদেশৰ পৰাও নিমন্ত্ৰণ কৰা হৈছিল বিশেষজ্ঞ সকলক। মই ভাৰতীয় গ্ৰন্থাগাৰ সন্থাৰ এগৰাকী আগশাৰীৰ সদস্য ৰূপে পলিচি নিৰ্ণায়ক বিষয়ত যোগ দিছিলো। পৰিকল্পনা আয়োগৰ গ্ৰন্থাগাৰ উপ-সমিতিত সদস্য হৈ থাকোতে মোৰ যোগাযোগ চৰকাৰ পক্ষৰ লগত ঘনিষ্ঠ হৈ জনপ্ৰিয়তা বৃদ্ধি পাইছিল। ভাৰতবৰ্ষৰ গ্ৰন্থাগাৰ সন্থাৰ বাৰ্ষিক অধিবেশন হোৱা সকলো ঠাইলৈ পত্নী জিনু গোস্বামীক লগত লৈ গৈছিলো। ১৯৬৫ চনত ভাৰত চৰকাৰৰ দ্বাৰা মনোনীত হৈ মই আমেৰিকাৰ গ্ৰন্থাগাৰ অধ্যয়নৰ বাবে যাব লগা হৈছিল।

আমাৰ ল'ৰা-ছোৱালী সৰু অৱস্থাৰ বাবে মদান লাবানৰ শহুৰ দেউতাৰ তাতে থৈ গৈছিলো। পৰম আগ্ৰহেৰে সিহঁত তাত ৰং ধেমালি কৰি দিন কটাইছিল। মতি নগৰৰ ঘৰত মহেন্দ্ৰ নামৰ পিয়ন এজনক ঘৰ ৰখীয়া কৰি গৈছিলো। আমেৰিকালৈ যাওতে জিনুৱে ল'ৰা ছোৱালী ৪টা লগত (কুকি, শংকু, লুকি, পিংকু) লাবানৰ পৰা আহি মহেন্দ্ৰৰ সৈতে মতি নগৰতে আছিল। পিংকু তেতিয়া ৫ বছৰীয়া সৰু ল'ৰা। শহুৰৰ ঘৰখনৰ পৰা মই সকলো সময়তে সহায় পাইছিলো। মোৰ বিদেশলৈ যোৱা সংবাদে শহুৰক অপাৰ আনন্দ দিছিল। গোলাঘাটৰ ঘৰখনেও বাতৰিটো পাই মোক উৎসাহ যোগাইছিল।

মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ Cultural exchange Program ত ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰণালয়ে ৪ গৰাকী ভাৰতীয় গ্ৰন্থাগাৰিক নিৰ্বাচিত কৰিছিল। তিনিখন বিশ্ববিদ্যালয়ৰ (দিল্লী, তামিলনাডু, যোধপুৰ বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগৰিক) আৰু Publice Libraries ৰ পৰা অসমৰ মোক নিৰ্বাচন কৰিছিল। অসম চৰকাৰে মোক যোৱাৰ বাবে সকলো প্ৰকাৰ সহায় কৰিছিল। এমাহৰ ভিতৰতে Passport আৰু অন্যান্য কাগজ পত্ৰ যোগাৰ কৰি কলিকতাত U.S. Consulate ৰ পৰা Visa লোৱা হ'ল। ১৯৬৫ চনৰ জানুৱাৰীৰ ২১ তাৰিখে ডমডম আন্তৰ্জাতিক বিমান বন্দৰৰ পৰা ৰাতি দুই বজাত সকলো Formalities পাৰহৈ Pan American Airways ত উঠিলো। বাকী তিনিজন বোম্বেত উঠিছিল। মই লগ নাপালো। মোতকৈ আগতে তেওঁলোকৰ Plane গৈছিল। মই অকলসৰে। মুকুল বৰুৱা মোৰ ভাগিন। তেওঁ কলিকতাতে কাম কৰিছিল State Bank ৰ শাখা মেনেজাৰ। Airport লৈ মোৰ লগত গৈছিল। গোটেই ৰাতি তেওঁ Airport তে থাকিব লগা হৈছিল। মই Security ত সোমোৱাৰ পাছত মুকুলক আৰু লগ নাপালো। লণ্ডনত এৰাতি থাকিব লগা হৈছিল। হোটেলত আমি আছিলো। পিচদিনা পুৱা ৯ বজাত আকৌ Pan Am ত উঠি আমেৰিকা বুলি যাত্ৰা আৰম্ভ হল। বিশাল আটলাণ্টিক পাৰ হওতে সময় লাগিছিল। তললৈ চাই দেখিছিলো কেৱল

সাগৰ .. নীলা পানীৰ সমুদ্ৰ। বিৱৰণ দি গৈছিল Plane ৰ guide মহিলা Hostress এগৰাকীয়ে। Plane ত খোৱা প্ৰস্তুতি অপৰ্যাপ্ত। Drink ৰ পৰা সকলো ধৰণৰ সু-খাদ্য। খাই আমনি লাগি যায়। Soft music শুনিবলৈ হেডফোন আছে। চিনেমা চাব পাৰি সন্মুখত থকা স্কীনত। কোনোৱে আৰামত শুই পৰিছে, কোনোৱে কিবা আলোচনী। কিতাপ পঢ়িছে আৰু কিছুমানে বাহিৰলৈ চাই তলৰ দৃশ্য উপভোগ কৰিছে, মই শুব নোৱাৰিলো। মনত নানা চিন্তাই ঘেৰি পেলাইছে। ঘৰৰ কথা, ল'ৰা-ছোৱালীৰ কথা, জিনুৰ কথা এইবোৰ চিন্তাই মোৰ মন ভৰাই তুলিছিল। জিনুৰ মুখখন, ল'ৰা ছোৱালীহঁতৰ মুখবোৰ, মাৰ মুখখন মোৰ মনত প্ৰতিবিম্বৰ দৰে জ্বিলিকি উঠিছিল। বৰ লৰালৰি কৈ ঘৰখন এৰি আহিছিলো। জিনুৱে মহেন্দ্ৰক সাৰথি হিচাপে পাইছে। সি বা কেনেকৈ চলিছে? লাবানৰ ঘৰখন আছে, শহুৰ-শাহুৰ দৰে মৰমিয়াল লোক আছে, ভগবানৰ কৃপা আছে। বিদেশলৈ আহিছো যেতিয়া দায়িত্ব পালন কৰিব লাগিব। উৰা জাহাজত বহি মনলৈ আহিছিল এইবোৰ চিন্তা।

আমাৰ Pan am উৰা জাহাজখন আহি ডালাছ বিমান বন্দৰত অৱতৰণ কৰিলেহি। ২২ তাৰিখে সন্ধিয়া। আমাৰ সময়তকৈ আমেৰিকাৰ সময় এদিন পিচ। আমাৰ ২৩ তাৰিখ মানে আমেৰিকাত ২২ তাৰিখ। বিমানখন নমাৰ আগতে এটা ঘোষণা কাণত পৰিল। "So & so will be awaiting to receive R. Goswamee from Assam, India at the airport enterance" মোৰ মন বিস্ময়েৰে ভৰি গল। সাহসো বাঢ়িল, ভালো লাগিল। Plane ৰ পৰা নামি entrace ৰ সন্মুখত এখন Display লৈ ৰৈ আছে নিৰু, ড° বৰুৱা প্ৰভৃতি। নিৰু হৈছে শ্বিলঙৰ ৰত্নেশ্বৰ বৰঠাকুৰৰ কন্যা। বিয়াৰ পাছত ৱাছিংটনত আছে। নিৰুৰ মাকে সম্ভৱ চিঠিৰে মোৰ যোৱাৰ কথা, সময়ৰ কথা-জনাই থৈছিল। এওঁলোক মদান লাবানৰ শহুৰৰ প্ৰতিবেশী। মোৰ লগতো আত্মীয়তা আছে। এজন মাৰ্কিন অফিচাৰ (P.R.O) আহি মোৰ লগত কৰমৰ্দন কৰি কলে যে তেওঁ external affairs ৰ P.R.O. মোক airport পৰা receive কৰিবলৈ আহিছিল। পিচে নিৰুহঁতে মোৰ দায়িত্ব লোৱাত তেওঁ বিদায় ললে। কৈ গ'ল যে মোৰ থকা ব্যৱস্থা কনেটিকাট হোটেলত arranged কৰা আছে। তালৈ মোক থৈ আহিব লাগিব। নিৰুৰ স্বামীয়ে দায়িত্ব লোৱাত P.R.O. জন আঁতৰ হ'ল। তেওঁ পিচদিনা পুৱা ৯ বজাত মোক হোটেলত লগ পাব আৰু opening session লৈ আনিবগৈ। মানুহ জন বেছ স্মাৰ্টআৰু ফৰকাল। নিৰুহঁতক পাই বৰ ভাল পালো। Air Port লৈ তেওঁ মেখেলা (মুগাৰ) চাদৰ পিন্ধি গৈছিল। নিৰুহঁতৰ বাসস্থানলৈ মোক লৈ গ'ল। ৪/৫ জন অসমীয়া বাসিন্দাই। ৰাতি ভাতপানী খোৱা হ'ল। মাছৰ

টেঙা আঞ্জা। ৰাতি ভালেখিনি সময় অতিবাহিত কৰি খাউগুইঁতে মোক হোটেলত থৈ গলহি। ৰুম ঠিক কৰা আছিল। Counter ত আনুষ্ঠানিক কাম খিনি কৰি হোটেলৰ ৰুমত মোক থিতাপি লগাই খাউগুইঁতে বিদায় ললে। মই তেওঁলোকক লগ পাই অতিশয় ভাল পাইছিলো। ঘৰ ঘৰ লাগিছিল। সুদীৰ্ঘ যাত্ৰাৰ যি ভাগৰ তাক পাহৰি পেলাইছিলো। মোৰ পৰা বিদায় লোৱাত মনটো বেয়া লাগি গৈছিল। কাপোৰ সলাই বিচনাখনত পৰা মাত্ৰকে মোক টোপনিয়ে আগুৰি ধৰিছিল। পিচদিনা পুৱা উঠি সাজ-পাৰ কৰি ডাইনিং ৰুমলৈ গৈ ব্ৰেকফাষ্ট খাই লাউঞ্জত বহিছো মাত্ৰ এনেতে বাকী কেইজন ভাৰতীয় গ্ৰন্থগাৰিক আহি মোৰ পৰিচয় ললেহি। শ্ৰীবাস্তৱ, মুথুস্বামী, যোধপুৰৰ জন (নামটো মনত পৰা নাই) আহি ছা-চিনাকি হল। এনে সময়তে U.S. Public Relation officer Mr Cliff আহি আমাৰ লগত বহিলহি আৰু একোখন U.S. Chegue (300 dollars) দিলেহি হাত খৰচৰ বাবদ। আমি তেওঁৰ লগতে ওলাই গলো opening function ৰ বাবে। Washingtion. International Centre (1630 Cresceut Place N.W. Washington D.C) opening ceremony অনুষ্ঠিত হৈছিল U.S. Assistant Seceretary for States আহি উদ্বোধনী ভাষণ দিলে। মিটিঙত আমেৰিকাৰ বিশিষ্ট লাইব্ৰেৰীয়ান সমবেত হৈছিল। ভাৰতীয় লাইব্ৰেৰীয়ান ৪ জন, লেটিন আমেৰিকাৰ ২ জন, জেমেইকা আৰু আফ্ৰিকাৰ ২ জন। লগতে যোগদান কৰিছিল আমেৰিকাৰ লাইব্ৰেৰীয়ান দহ জন মানে। এওঁলোক বিভিন্ন Professional আৰু পাব্লিক লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান। এটা কথা মন কৰিছিলো যে Library Profession ৰ প্ৰায়বোৰ লাইব্ৰেৰীয়ান মহিলা। হেডজন পুৰুষ। অনুষ্ঠানত অনেক জ্যেষ্ঠ গ্ৰন্থাগাৰিকো উপস্থিত আছিল। U.S. Assistant secy. for State ৰ উদ্বোধনী ভাষণটো দহ মিনিট সময়তে শেষ কৰিছিল। দীঘল আমনিদায়ক বক্তৃতা দিয়া পৰম্পৰা মাৰ্কিন যুক্তৰাষ্ট্ৰত বোধকৰো কম। বক্তৃতাত কৈছিল যে আমেৰিকাত গ্ৰন্থাগাৰ এটা অতি প্ৰয়োজনীয় অনুষ্ঠান আৰু ইয়াৰ প্ৰসাৰ আৰু ব্যৱহাৰৰ বাবে মাৰ্কিন চৰকাৰে অৰ্থ প্ৰদানত কৃপনালি নকৰে। (In America, investment in Libraria is a most direct and effective investment, in its vital intellectual resources. The Public Library, for example has served as both school and college for millions of Americans) অনুষ্ঠানটো ৪০-৫০ মিনিটতে অন্ত হ'ল। ইয়াৰ পাছতে Tea break মুখ্য অতিথি U.S. Asstt. Secy. for states ৰ লগত আমাক চিনাকি কৰি দিয়া হ'ল। ভাবৰ আদান-প্ৰদান আছিল অনুষ্ঠানটোৰ লক্ষ্য।

Tea break ৰ পাছতে আমাৰ Formal session আৰম্ভ হ'ল। আমি প্ৰত্যেকেই নিজ নিজ অভিজ্ঞতাৰ ওপৰত লিখিত ভাষণ পাঠ কৰিলো। এই বক্তৃতা অনুষ্ঠান

তিনিদিন মান চলিছিল। মই অসমৰ তথ্য ভাতৰত ৰাজহুৱা গ্ৰন্থাগাৰৰ বিষয়ে চমু পাঠ পঢ়িছিলো। তেনেকৈ আন সকলেও বক্তৃতা পাঠ কৰিছিল।

এই আলোচনা পৰ্বৰ দ্বিতীয় ভাগ আছিল আমেৰিকান গ্ৰন্থাগাৰিকৰ বিভিন্ন বিষয়ত বক্তৃতা প্ৰদান। লাইব্ৰেৰীৰ সম্প্ৰসাৰণ, ল'ৰা-ছোৱালীৰ পুথিভঁৰাল, (children Libraries and Librarians), বিভিন্ন ধৰণৰ পুথিভঁৰাল সেৱা (the Field : Type of Work), পুথিভঁৰাল সেৱা আদান-প্ৰদান, তথ্য সংগ্ৰহ, নিয়ন্ত্ৰণ আৰু বিতৰণ, Computer services, Promotion of Information, Storage system, Reference services, Behind-the Administration, Library education, opportunities in the Book field প্ৰভৃতি বিষয়ত বিশেষজ্ঞ লোকৰ বক্তৃতানুষ্ঠান। এই আলোচনা সম্প্ৰসাৰণ হৈছিল ৱাছিংটন ডি,চি, বিভিন্ন গ্ৰন্থাগাৰলৈ। সেইবোৰত আমি আলোচনাৰ বিশেষ সুবিধা পাইছিলো ; লগতে পাইছিলো আমেৰিকান গ্ৰন্থাগাৰিক সকলৰ সৌহাদ্যপূৰ্ণ সমাদৰ। প্ৰত্যেকটো আমেৰিকান লাইব্ৰেৰীৰ নিজস্ব ইতিহাস আছে। কিতাপৰ লগত সামাজিক সম্পৰ্ক কিমান আন্তৰিক সেই বিষয়ে আমাক অৱগত কৰা হৈছিল।

এমাহ ৱাছিংটন আৰু ইয়াৰ ওচৰে পাজৰে থকা লাইব্ৰেৰীবোৰ চোৱাৰ সুযোগ পাইছিলো। লাইব্ৰেৰী থকা স্কুল সমূহলৈকো আমি গৈছিলো। Group হিচাপে আমাক লৈ যোৱা হৈছিল। মই ৰাজহুৱা পুথিভঁৰাল গ্ৰুপত যোগ দিছিলো। ব্যস্ততাপূৰ্ণ কাৰ্যসূচীৰ মাজতে আছিল আমোদ প্ৰমোদ, প্ৰসিদ্ধ ঠাই দৰ্শন। কেনেডি মেমৰিয়েল চেণ্টাৰ, ৱাছিংটন স্তম্ভ, প্ৰভৃতি অনেক দৃশ্য-মধুৰ ইতিহাস খ্যাত স্থান। আন এটা অনুষ্ঠানলৈ যোৱা সুযোগ পাইছিলো। সেইটো হৈছে দ্য হোৱাইট হাউছ (The White House) এই পুৰণি অথচ ধুনীয়া প্ৰাসাদটো অকল আমেৰিকান প্ৰেসিডেণ্ট থকা চৰকাৰী বাসভৱন নহয় এই ভৱনৰ সকলো দিশতে আমেৰিকাৰ ঐতিহ্য সোমাই আছে। এই ভৱনটো আমেৰিকাবাসীৰ জলন্ত ইতিহাসৰ প্ৰতীক। ইয়াৰ প্ৰত্যেকটো কোঠা, প্ৰত্যেকটো আচবাব পত্ৰ, তৈল্যচিত্ৰ, অসংখ্য বস্তু-সংগ্ৰহ আমেৰিকান লোকৰ অভিজ্ঞতা, স্বভাৱ চৰিত্ৰ, আশা আকাঙ্খা, জয় পৰাজয় বিশ্বাস পৰম্পৰাৰে ৰক্ষিত হৈছে। জৰ্জ ৱাছিংটনৰ সু-বিখ্যাত, সু-বৃহৎ তৈলচিত্ৰ, জেফাৰচনৰ ব্ৰঞ্জৰ মূৰ্তি, আব্ৰাহাম লিংকনৰ মনোগ্ৰামী চিত্ৰ, জন আদামচ্‌ৰ পৰা বৰ্তমানৰ আমেৰিকান প্ৰেসিডেণ্টলৈকে বেৰত সজোৱা আছে তেওঁলাকৰ সু-বৃহৎ তৈলচিত্ৰ; লিখা আছে "May none, but honest and wise men ever rule under this roof" এই White House ত আছে Diplomatic Reception Room, Treaty room, Library, East room, Geen room, Blue room, Red room, Cabinet room, Guest room, Presidents office, Sitting room, প্ৰভৃতি। আৰু আছে Art room, য'ত Child collection, vermeil collection,

Bronze Dove, Presidents bed room, Family Dining room, Guest reception room, Sitting room আদি। White House ত থকা Library টো এটা উল্লেখনীয় অনুষ্ঠান। The Liucoir Sitting Room ত পুৰণি আমোলৰ (Liucoir) য়ে ব্যৱহাৰ কৰা) Furniture collecticn ৰ বাদেও প্ৰেসিডেণ্ট লিংকন আৰু তেওঁৰ পৰিয়ালৰ বহুতো চিত্ৰ কিতাপ পত্ৰ, ৰক্ষিত হৈ আছে। হোৱাই হাউছৰ Furniture collection টো চাবলগীয়া। ১৯ শতিকাৰ পৰাই এই আপুৰুগীয়া সম্পদ ৰাজি পুৰাতাত্বিক ৰূপে আদৰণীয় হৈ আহিছে। গাইডে আমাক হোৱাই হাউছৰ সবিশেষ সুন্দৰভাৱে কৈ গৈছিল।

আমাৰ আনুষ্ঠানিক বক্তৃতা অনুষ্ঠানৰ অন্ত পৰাত আমাক নিজ নিজ বিষয়ত অভিজ্ঞতা অৰ্জনৰ বাবে দায়িত্ব দিয়া হ'ল। বিশ্ববিদ্যালয় লাইব্ৰেৰীয়ানক আমেৰিকান বিশ্ববিদ্যালয়ত লাইব্ৰেৰীত অধ্যয়নৰ বাবে আৰু পাব্লিক লাইব্ৰেৰীয়ানক অধ্যয়নৰ বাবে কাৰ্যসূচী নিৰ্দ্ধাৰণ কৰি সেইমতে প্ৰেৰণ কৰা হল। মই যিহেতু পাব্লিক লাইব্ৰেৰীয়ান লগতে ৰাজ্যিক প্ৰশাসনৰ লগত জড়িত সেই বাবে মোক আমেৰিকান পাব্লিক লাইব্ৰেৰী পদ্ধতি সম্পৰ্কে অধ্যয়ন কৰিবলৈ কাৰ্যসূচী প্ৰস্তুত হৈছিল। মোৰ প্ৰথম অধ্যয়ন আৰম্ভ হৈছিল "লাইব্ৰেৰী অৱ কংগ্ৰেছত। পৃথিবীৰ ভিতৰতে সৰ্ববৃহৎ লাইব্ৰেৰী বুলি ইয়াৰ নাম আছে। আধুনিক লাইব্ৰেৰী পদ্ধতিৰে পৰিচালিত ইয়াত প্ৰায় দুহেজাৰৰো অধিক প্ৰশিক্ষণ প্ৰাপ্ত লাইব্ৰেৰীয়ানে কাম কৰে। পৃথিৱীৰ মুখ্য ভাষা সমূহৰ কলেকশান আছে। Administrative Dept টো যথেষ্ট শক্তিশালী। Library of congress ৰ Foreign legal-Meterials ৰ বাবে বৃহৎ Law Department আছে।

লাইব্ৰেৰী অব কংগ্ৰেছক মাৰ্কিন যুক্তৰাষ্ট্ৰৰ জাতীয় গ্ৰন্থাগাৰ (National Library of the united States in washingtion D.C.) বুলি কোৱা হয়। ১৮০০ চনতে আমেৰিকাৰ কংগ্ৰেছে এখন আইন যোগে এই জাতীয় অনুষ্ঠানটো স্থাপন কৰিছিল। ১৮১৪ চনৰ ২৪ আগষ্ট তাৰিখে, বৃটিছে ৱাছিংটন অধিকাৰ কৰাৰ পাছত, লাইব্ৰেৰী অৱ কংগ্ৰেছ অগ্নিকাণ্ডত সমূলঞ্চে ধ্বংস হৈছিল। অৱশ্যে ইয়াৰ পুনৰ স্থাপন কৰা হৈছিল টমাছ জেফাৰচনৰ ব্যক্তিগত কিতাপ সমূহ ক্ৰয় (আনুমানিক ৬৪৮৭ খন কিতাপ) কৰি। এই কিতাপখিনি আমেৰিকান আৰু সমসাময়িক কালৰ বছা বছা গ্ৰন্থ আছিল। এই গ্ৰন্থ খিনিকে লৈ বৰ্তমানৰ লাইব্ৰেৰী অৱ কংগ্ৰেছ গঢ়ি উঠিছে। দ্বিতীয়বাৰ অগ্নিকাণ্ডত আধাতকৈ বেছি কিতাপ পৰবৰ্তী কালত লোপ পালে। (১৮৫১, ডিচেম্বৰ ২৪)। লাইব্ৰেৰীটো উন্নত পৰ্যায়ত অবতীৰ্ণ হবলৈ কঠোৰ অসুবিধাৰ সন্মুখীন হব লগাত পৰিছিল। ১৮৬১ চনত আব্ৰাহম লিংকনৰ দিনত লাইব্ৰেৰীটোৱে প্ৰতিষ্ঠা

প্ৰতিপন্ন কৰিবলৈ সমৰ্থ হয়। তেওঁৰ দিনতে লাইব্ৰেৰীটোৱে বিদেশী ৰাষ্ট্ৰ সমূহৰ চৰকাৰী দলিল পত্ৰ ৰখা Depository Library ৰূপে পৰিগণিত হৈছিল। (১৮৪০ চনত) কপি ৰাইট লাইব্ৰেৰী ৰূপে ইয়াক স্বীকৃতি দিয়া হৈছিল। আমেৰিকাৰ ৰাজহুৱা শিক্ষিত সমাজে পুথিভঁৰালটো সমৃদ্ধ কৰাত ব্যক্তিগত মূল্যবান গ্ৰন্থ দান কৰি ইয়াৰ উন্নয়নত সহায় কৰিছিল। ১৮৮২ চনত বেঞ্জামিন ফ্ৰেংকলিনে তেওঁৰ ব্যক্তিগত পুথিভঁৰালটো লাইব্ৰেৰী অৱ কংগ্ৰেছক দান দি ইয়াৰ মৰ্যাদা বৃদ্ধি কৰে। Rochambean Collection টো আছিল আমেৰিকাৰ বিপ্লৱৰ মূল্যবান দলিল। আমেৰিকান প্ৰেসিডেণ্ট ৱাছিংটন, জেফাৰচন আদিয়ে এই জাতীয় পুথিভঁৰালটো উচ্চ পৰ্যায়লৈ নিয়াত বিস্তৰ অৰিহণা আগবঢ়াইছিল। ১৮৯৯ চনৰ পৰা ১৯৩৯ চনৰ ভিতৰত এই লাইব্ৰেৰীটোৰ কিতাপৰ সংখ্যা ১০০০,০০০ ৰ মিলিয়নৰ পৰা ৬০০০,০০০ লৈ বৃদ্ধি পালে। ইয়াৰ বাহিৰেও এই সময়ছোৱাত বহুতো দুষ্প্ৰাপ্য গ্ৰন্থ, মেপ, সংগীতৰ পুথি আৰু আন আন ৰেকৰ্ড লাইব্ৰেৰীলৈ আহে দান স্বৰূপে। লাইব্ৰেৰীৰ মূল ভৱনটো ১৮৯৭ চনত সম্পূৰ্ণ হৈছিল। ইয়াৰ Annex অংশটো ১৯৩৯ চনত সম্পূৰ্ণ হৈছিল। দুয়োটা ভৱনৰ লগত সংযোগ সূচল কৰিবলৈ টানেলৰ ব্যৱস্থা আছে। এই টানেলৰ ভিতৰেদি মিনিটৰ ভিতৰতে এটা ভৱনৰ পৰা আনটো ভৱনলৈ কিতাপ পঠোৱা সুবিধা আছে। বৈদ্যুতিক গ্ৰন্থ প্ৰেৰণৰ ব্যৱস্থা দেখি মই বিস্ময় মানিছিলো।

লাইব্ৰেৰী অৱ কংগ্ৰেছৰ ব্যৱহাৰিক এলেকা প্ৰায় ১,২৫০,০০০ বৰ্গ মাইল বিস্তৃত। বুকৰেকৰ কিতাপ বহন কৰা Capacity প্ৰায় ১৫০০০,০০০ খন গ্ৰন্থ। বিশ্ব যুদ্ধৰ পাছৰে পৰা এই Capacity বৃদ্ধি কৰা হৈছে যদিও সমস্যা ইমান জটিল যে ২,০০০.০০০ বৰ্গ মাইল সামৰি সম্প্ৰসাৰণ কৰিও প্ৰয়োজনীয় ঠাই লাভ কৰিব পৰা নাই। ৪৫০ জন কৰ্মীয়ে ১১০,০০০.০০০ Printed card ৰ কাম কৰা মোৰ দৃষ্টি গোচৰ হৈছিল। লাইব্ৰেৰী অৱ কংগ্ৰেছৰ বাবে আৰু ভৱনৰ প্ৰয়োজন বুলি মই জানিব পাইছিলো। এইয়া ১৯৬৫-৬৬ চনৰ কথা মই মাৰ্কিন যুক্তৰাষ্ট্ৰত লাইব্ৰেৰী বিষয়ত অধ্যয়ণ কৰিবলৈ যোৱা সময়। বৰ্তমান Computer ৰ যুগ Internet ৰ ক্ষিপ্ৰ অগ্ৰগতিত লাইব্ৰেৰী অৱ কংগ্ৰেছৰ সেৱা কাৰ্যত বৈদ্যুতিক সা-সুবিধা ব্যৱহাৰ হৈছে, Book on like প্ৰবৰ্তন হৈছে।

লাইব্ৰেৰী অৱ কংগ্ৰেছৰ সক্ৰিয়া ভূমিকা অত্যন্ত ব্যস্ততাপূৰ্ণ। সকলো সেৱাতে তৎপৰতা অৱলম্বন কৰা বাধ্যতামূলক। অকল নিজৰ কামতে নহয়, সমগ্ৰ মাৰ্কিন ৰাষ্ট্ৰৰ অনেক তথ্য আদান প্ৰদান লাইব্ৰেৰী অব কংগ্ৰেছে নিয়ন্ত্ৰণ কৰে। আনকি পৃথিবীৰ সকলো দেশৰ জ্ঞান আৰু তথ্য সংগ্ৰহ, সঞ্চয়, নিয়ন্ত্ৰণ আৰু ব্যৱহাৰত এই

লাইব্ৰেৰীয়ে সময় উপযোগী সেৱা আগবঢ়াইছে। Cataloguing আৰু Bibliography ছপোৱা এই লাইব্ৰেৰীৰ এটা উল্লেখনীয় কাৰ্যসূচী। এইবোৰে গবেষক সকলক বিস্তৰ সহায় কৰিছে। ১৯৬৪ চনৰ হিচাপ মতে এই দুই ৰেকৰ্ডত Cataloguing & Bibliography) ১৩, ১৩৯.০০০ খন গ্ৰন্থ, সৰ্ব বিশ্বৰ ১৮, ৯৭০,০০০ খন ১৫০,০০০ বন্ধা খবৰ কাগজৰ মাইক্ৰোফিল্ম ২৭৯, ৭০০০ খন মেপ, দুস্প্ৰাপ্য চিত্ৰ আদি বৈজ্ঞানিক পদ্ধতিৰে সংৰক্ষিত হৈছে। আমেৰিকাৰ ইতিহাস, কলা-সংস্কৃতি, সভ্যতা বিবৰ্তন, যুদ্ধ বিগ্ৰহ, জন প্ৰ বজন, জাতি সংঘৰ্ষ, বৈদেশিক যোগাযোগ, আমেৰিকান সংগীত, যন্ত্ৰ পাতি, আধুনিক বিবৰ্তন, শাসন ব্যৱস্থা, আন্তৰ্জাতিক সম্পৰ্ক প্ৰ ভৃতি বিভিন্ন বিষয়ৰ জ্ঞান আৰু তথ্য সম্বলিক লিখিত, বৈদ্যুতিক প্ৰথাৰে আহৰণ গ্ৰন্থপাতি লাইব্ৰেৰী অৱ কংগ্ৰেছত ৰখা হৈছে। সমগ্ৰ পৃথি বীৰ গ্ৰন্থ জগতৰ লগত এই আমেৰিকান জাতীয় গ্ৰন্থাগাৰটোৰ সম্পৰ্ক আছে। আনকি বিখ্যাত নেতাসকলৰ ভাষণবোৰো ইয়াত আধুনিক পদ্ধতিৰে সংৰক্ষিত হৈছে। জাজ্ মিউজিকৰ সংগ্ৰহটো বেছ চহকী, লগতে আছে আমেৰিকান পপ মিউজিকৰ সংগ্ৰহ। (১৯৬৫ চনত ১৫৪,০০০ খন ৰেকৰ্ড টেপ প্ৰভৃতি) কবিতা পাঠৰো এটা বিশেষ সংগ্ৰহ দেখিছিলো। হুইটমেন, পাবলো নেৰুদা, এলিয়ট আদি বিশ্ববন্দিত কবিয়ে কণ্ঠদান কৰা তেওঁলোকৰ নিজ নিজ কবিতা শুনি বিমুগ্ধ হৈছিলো। এই লাইব্ৰেৰীত এক বৃহৎ অংশ জুৰি আছে 'মাইকো কাৰ্ড', 'মাইকো প্ৰিণ্ট', 'ব্ৰড চাইডচ্ ফটো ডিচপ্লে ষ্টল, পষ্টাৰ, বিখ্যাত লোক সকলৰ ভাষণৰ উদ্ধৃতি, মহাত্মা গান্ধী, আব্ৰাহাম লিংকন আদিৰ শান্তিৰ বাণী চি,ডি সংগ্ৰহ আদি। মই ডেৰমাহ কাল এই লাইব্ৰেৰীত অধ্যয়ন কৰিবলৈ সুযোগ পাইছিলো। পৃথিবীৰ ভিতৰত লাইব্ৰেৰী অব কংগ্ৰেছ যে সৰ্ববৃহৎ গ্ৰন্থাগাৰ, সেই বিষয়ে মই সহজে উপলব্ধি কৰিছিলোঁ। ডেৰ মাহ সময়, কবলৈ গলে নিচেই তাকৰ আছিল। Oriental section ত মই ৰঞ্জন বৰা আৰু তেওঁৰ পত্নী লাবণ্য বৰাক লগ পাইছিলো। দুয়ো I.C. ত কাম কৰে। Oriental section ত ভাৰতীয় ভাষাৰ কিতাপ আছে। অসমীয়া কিতাপো ৰখা হৈছে। কিন্তু আন ভাৰতীয় ভাষাৰ কিতাপতকৈ কম। ভাৰতবৰ্ষৰ পৰা কিতাপ সংগ্ৰহ কৰি লাইব্ৰেৰী অৱ কংগ্ৰেছৰ Oriental Collection ত ৰখা হয়। এই কাম কৰা কৰ্মী অধিক ভাৰতীয়। কৰ্মীৰ ভিতৰত বঙলা, তামিল, তেলেগু, হিন্দী মালায়ালামৰ কিতাপৰ তদাৰক কৰিবলৈ এই বোৰত ভাৰতীয় ভাষাৰ কৰ্মী আছে। ৰঞ্জন বৰা আৰু লাবণ্যই অসমীয়া ভাষাৰ কিতাপৰ দায়িত্বত। বঙলা কিতাপো তদাৰক কৰে। বঙলা কিতাপৰ সংখ্যা যথেষ্ট বেছি। ৰঞ্জন বৰাক পাই মোৰ খুউব ভাল লাগিছিল। তেওঁ ৱাছিংটনতে Flat লৈ আছিল। মই তেওঁৰ লগত অনেক ঠাই চাবলৈ গৈছিলো। নিজৰ মটৰ গাড়ী

আছে। দুদিনমান তেওঁৰ ফ্লেটতে আছিলো। গান-বাজনাৰ আয়োজন কৰিছিল। ৰঞ্জন বৰাই এদিন বাল্টিমোৰৰ সাগৰীয় দৃশ্য উপভোগ কৰাবলৈ মোক লৈ গৈছিল। ৰাতি তাত নাইট ক্লাবৰ পয়োভৰ। এটা নাইট ক্লাবত সোমাই অভিজ্ঞতা হৈছিল। আগতে এনে ধৰণৰ আমোদ প্ৰমোদ দেখা নাছিলো। বাল্টি মোৰৰ লাইব্ৰেৰী চোৱাৰো সুযোগ পাইছিলো। লাইব্ৰেৰীটোৰ নাম Enoch Prat Free Library, Baitimore, Maryland মজলীয়া ধৰণৰ যদিও আধুনিক পদ্ধতিৰে পৰিচালিত। এটা লাইব্ৰেৰীত মোৰ Program আছিল। নাম National Library of medicine। এইটো Medical Science ৰ এটা ডাঙৰ লাইব্ৰেৰী। ইয়াত MEDLARS পদ্ধতিৰে লাইব্ৰেৰী সম্পদ আধুনিকৰণ কৰা হৈছে। NLM. চাই মই অভিভূত হৈছিলো। Bibliographic control. System টো বেছ interesting। Washingtion University School of Medicine চাই দেখিছিলো ইয়াত গবেষক সকলে Medicine ৰ ওপৰত Research কৰিছে। এটা আধুনিক পদ্ধতিৰ অনুষ্ঠান Teaching Machine Experiment ৰ যোগেদি মেডিকেল পঢ়া ছাত্ৰ-ছাত্ৰী সকলে নতুন নতুন তথ্যৰ ওপৰত Research কৰিছে। আমেৰিকাৰ প্ৰায়বোৰ লাইব্ৰেৰীটে যান্ত্ৰিক পদ্ধতি ব্যৱহাৰ হোৱা লক্ষ্য কৰিছিলো। আমেৰিকাত লাইব্ৰেৰী সংগঠনৰ বাবে বহুতো সন্থা আছে। American Library Association হৈছে মূল অনুষ্ঠান। ইয়াৰ সভাপতি আছিল (মই থকাৰ সময়ত U.C.L.A ৰ Robert Vosper। আমাৰ লাইব্ৰেৰী অধ্যয়নৰ সকলো কাৰ্যসূচী A.L.A. ৰ যোগেদি পৰিচালিত হৈছিল। Mr. Vosper আছিল প্ৰধান তদাৰক। বৰ ভাল মানুহ। পিচলৈ মোৰ লগত ঘৰুৱা হৈ পৰিছিল। মোলৈ ঘৰৰ ঠিকনাত বহুদিনলৈকে চিঠি পত্ৰেৰে যোগাযোগ ৰাখিছিল। ভাৰতলৈ তিনি বাৰ মান আহি গৈছে। নেচনেল লাইব্ৰেৰী (কলিকতা)ৰ কেছভানৰ লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক আছিল। আমেৰিকাত লাইব্ৰেৰীৰ সকলো বিষয়ত A.L.A ৰ কৰ্তৃত্ব মনকৰি বলগীয়া। অত্যন্ত কৰ্ম পৰায়ণ আৰু ক্ৰিয়াশীল। ইয়াৰ সভ্যৰ সংখ্যা লাখৰো অধিক। কাৰ্যসূচীও ব্যাপক। আমেৰিকাত লাইব্ৰেৰীৰ maximum Achievement হৈছে এই লাইব্ৰেৰী সন্থাৰ তৎপৰতাত। অনেক Cultural exchange Program এই সন্থাই পৰিকল্পনা আৰু পৰিচালনা কৰে। অনেকখন লাইব্ৰেৰী প্ৰশিক্ষণৰ স্কুল A.L.A. য়ে চলায়। সেই তুলনাত ভাৰতৰ লাইব্ৰেৰী সন্থা Indian Library Association বহুত পিচ পৰা। কাম কৰাৰ যোগ্যতা লাভ কৰিব পৰা নাই। এইবোৰ দেখি শুনি আমি লাইব্ৰেৰীয়ান সকল হতাশ হৈছিলো। চৰকাৰ আৰু পঢ়ুৱৈ সমাজৰো এনে অনুষ্ঠানৰ প্ৰতি আগ্ৰহৰ অভাৱ। দিল্লী বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীটোৱেই বাৰ্ষিক অধিবেশন পাতে সময় আৰু সুবিধা বুজি। ভাৰতীয় লাইব্ৰেৰী সমূহৰ সৰ্বাংগ উন্নতি

সাধন আৰু লাইব্ৰেৰী সেৱাত ব্ৰতী প্ৰফেছনেল কৰ্মীসকলৰ নিৰাপত্তা, আৰ্থিক ভাৱে স্বনিৰ্ভৰশীলতা প্ৰভৃতি বিষয়ত নেতৃত্ব দিবৰ বাবে লাইব্ৰেৰীত এচোছিয়েশ্যনৰ প্ৰয়োজন অনিবাৰ্য। আমেৰিকাৰ (A.L.A) লাইব্ৰেৰী সমূহৰ সমূহীয়া সমস্যা সমাধানত তাৰ লাইব্ৰেৰী সন্থাই দৃষ্টান্তমূলক কাম কৰিছে। ইয়াৰ শাখা প্ৰশাখা সমগ্ৰ আমেৰিকাত বিয়পি আছে। A.L.A ৰ চিগাগোত থকা কাৰ্যালয়লৈ গৈ ইয়াৰ লগত আলোচনাত যোগ দি বলৈ আমি সুবিধা পাইছিলো। A.L.A ৰ যোগেদি মই আমেৰিকাৰ Public Library Systems (যেনে- unified City and country Systems, Contractual systems, Co-operative systems ইত্যাদি) অধ্যয়ন কৰিছিলোঁ। মেচিগান, পিটাৰবোৰো, বষ্টন (Mss) কলোৰেডো, অৰিগেন, চিকাগো, হাৰ্ভাড কলেজ লাইব্ৰেৰী, কলম্বিয়া পাব্লিক লাইব্ৰেৰী প্ৰভৃতিলৈ যোৱা প্ৰগ্ৰেমত মই যথেষ্ট নতুন উৎসাহ, উদ্দীপনা আহৰণ কৰিছিলো। National Library of Medicine in Bethesda Md. ত দেখিছিলো চিকিৎসা বিজ্ঞানৰ বিপুল reference collection. Baston ৰ MSS ত ভাৰতীয় বিজ্ঞানী অনেক লগ পাইছিলো। আধুনিক সা-সুবিধাৰে Mss পৃথি বী বিখ্যাত। Boston University ত ভাৰতীয় ভাষা-সাহিত্যৰ এটা চহকী সংগ্ৰহ দেখিছিলো। সংস্কৃত, ফাৰ্চী পুথিও ইয়াত সংৰক্ষিত হৈছে। বষ্টন বিশ্ববিদ্যালয়ৰ সমুখতে চাৰ আইজাক নিউটনৰ এটা খোদিত মূৰ্তি দেখিছিলো (?) Simmons college of Library science, Boston Massachusetts ৰ লাইব্ৰেৰীয়ান জনে আমাক লাঙ্গলৈ মাতিছিল। তেওঁৰ ঘৰত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ ভালেমান গ্ৰন্থ আছে। তেওঁ নিজেও সংগীতপ্ৰেমী। এটা কথা লক্ষ্য কৰিছিলো যে আমেৰিকাৰ ৰাজহুৱা পুথিভঁৰালবোৰত Children লাইব্ৰেৰী সংযুক্ত হৈছে। প্ৰায় অৰ্দ্ধেক Public Library Circulation ল'ৰা ছোৱালীৰ মাজত (১৪ বছৰৰ তলৰ) আবদ্ধ। এই Children Library বোৰত কাম কৰা মহিলা লাইব্ৰেৰীয়ান সকল প্ৰশিক্ষণপ্ৰাপ্ত, বিশেষকৈ সৰু সৰু ল'ৰা-ছোৱালীৰ মন বিকাশৰ ক্ষেত্ৰত। স্কুলৰ পাঠ্যক্ৰমৰ লগত লাইব্ৰেৰী অধ্যয়ন আৱশ্যাক বুলি তাত গণ্য কৰা হৈছে। সাধু কোৱা (Storytelling) বিষয়টো Children Library সমূহৰ আকৰ্ষণীয় অংশ। Adultsection বোৰত আলোচনা চক্ৰ আছে। এইবোৰত বিভিন্ন বিষয়ত অভিজ্ঞ লোক সকলে বক্তৃতা দিয়ে। আমেৰিকাৰ এইবোৰ আলোচনাত প্ৰশ্নোত্তৰৰ সুবিধা যথেষ্ট। বিভিন্ন মাধ্যমৰ যোগেদি বক্তৃতা সমূহ অৰ্থপূৰ্ণ কৰা হয়। অনেক ৰাজহুৱা পুথিভঁৰালত (City Libraries) Concert hall, movie theatre, leading Art gallery আছে। Lending আৰু research ৰ সা-সুবিধা অত্যন্ত আধুনিক পদ্ধতিৰ। বৈদ্যুতিক যন্ত্ৰপাতিৰ ব্যৱহাৰিক knowledge and information

ৰ অতি আৱশ্যকীয় অংগ বুলি গণ্য কৰা হৈছে। আমেৰিকাত Book Mobile ৰ যোগেদি অনেক county Libraries ত কিতাপৰ যোগান ধৰা হয়। এই সেৱা এটা চলন্ত পুথিভঁৰালো। কেন্দ্ৰীয় পুথিভঁৰালৰ পৰা দূৰত থকা আভ্যন্তৰিণ অঞ্চলত নিৰ্দ্দিষ্ট স্থানত নিদ্দিষ্ট সময়ত এই Book mobile service হৈছে এটা প্ৰয়োজনীয় লাইব্ৰেৰী সেৱা। সংযুক্ত Library Service ৰ এই সেৱাৰ এটা সক্ৰিয় অনুষ্ঠান। Free and tax-supported American Public Library Systems ৰ যোগেদি হস্পিটেল, অনগ্ৰসৰ অঞ্চলবোৰতো লাইব্ৰেৰী সেৱাৰ সম্প্ৰসাৰণ আছে। শিক্ষিত জনসংখ্যাৰ দুখীয়া পঢ়ুৱৈ সকলৰ বাবে মাৰ্কিন চৰকাৰে কিতাপপত্ৰ যোগানৰ ব্যৱস্থা কৰিছে।

মই নিউ ইয়ৰ্কত থকা সময়খিনিত নিউ ইয়ৰ্ক পাব্লিক লাইব্ৰেৰীত মোৰ বাবে প্ৰায় ২০ দিন সময় অধ্যয়নৰ বাবে ধাৰ্য কৰা হৈছিল। Internship ৰ ব্যৱস্থা ALA য়ে কৰিছিল আৰু সকলো সা-সুবিধা কৰি দিছিল। মোৰ লগত চাউথ আমেৰিকাৰ এগৰাকী Public Librarian আছিল। নিউ ইয়ৰ্কৰ পাব্লিক লাইব্ৰেৰীটো আমেৰিকা গ্ৰন্থ জগতৰ এটা সুপৰিচিত অনুষ্ঠান। অত্যাধুনিক পুথিভঁৰাল সেৱাৰ বাবে এই লাইব্ৰেৰীটো চাবলগীয়া। Fifth Avenue আৰু 42nd street ত অৱস্থিত আকৰ্ষণীয় পকী ভৱনটো দূৰৈৰ পৰাই চকুত পৰে। মই 5th Avenue ৰ 1 Hotel Deplomat (108 west 43rd street N.Y. 36) ত আছিলো। ৭ মহলাৰ এটা আটকধুনীয়া চিংগোল কোঠালিত মোৰ বাবে লাইব্ৰেৰী অথৰিটিয়ে স্থান বুক কৰি ৰাখিছিল। নিউ ইয়ৰ্ক পাব্লিক লাইব্ৰেৰীলৈ দহ মিনিটৰ বাট। খোজ কাঢ়িয়েই যাব পাৰি। আমেৰিকাৰ অনুষ্ঠান সমূহৰ ভিতৰত এই লাইব্ৰেৰীটো অন্যতম। লাইব্ৰেৰীটোৰ শাখা ৮০ টাত কৈয়ো অধিক। নিউ ইয়ৰ্ক লাইব্ৰেৰীত বিদেশী ভাষা- সাহিত্যৰ বিভাগটো অতি উন্নত। দেশ-বিদেশৰ গবেষক আহি ইয়াত গবেষণা কৰে। সকলো আধুনিক সা-সুবিধা আছে। ইয়াৰ বাহিৰেও আছে সাধাৰণ Lending section. Reading section, Picture collection, Library for the blind with Braille collection, Book circulation and Book mobiles section, Children Library, Automation section, bindery section, Rare Book Division, maunscripts section আৰু অনেক special collection, যেনে- Spencer collection, Arents collection, Berg collection (85000 items) প্ৰভৃতি। লাইব্ৰেৰীত তিনি হাজাৰতকৈ অধিক বিদেশী ভাষাৰ কিতাপ পত্ৰ আছে। Oriental slavonic, Jewish collection বেছ চহকী। মেজৰ extension অনেক আছে। তাৰ ভিতৰত Library & Museum of the Performing Arts Lincoln centre । অন্যতম ইয়াত দেখিছিলো- Dance, Music আৰু থিয়েটাৰ বিভাগ যথেষ্ট জনপ্ৰিয়, দৰ্শকৰ সমাগত বেছি। Lincoln Centre টো চাবলগীয়া অনুষ্ঠান। দিনৌ

সাংস্কৃতিক কাৰ্যসূচী হৈ থাকে। Plaza entrance ত সুন্দৰকৈ সজোৱা Art collection। Children Section এটাত আছে য'ত ল'ৰা-ছোৱালীৰ বিভিন্ন ৰুচি অনুযায়ী বিষয় ৰখা হৈছে। Centre Research Library ত প্ৰায় ৪.৫০০,০০০ খন গ্ৰন্থ সংৰক্ষিত আছে আৰু আছে ১০,০০০.০০০ কেটেলগ কাৰ্ড। মেনহাট্টন (Manhattan) ৰ লাইব্ৰেৰী শাখাটোত প্ৰায় ৫০০,০০০ খন গ্ৰন্থৰ অধ্যয়ন কেন্দ্ৰত লাইব্ৰেৰী সেৱা আগবঢ়োৱা সুন্দৰ ব্যৱস্থা আছে। নিউ ইয়ৰ্ক পাব্লিক লাইব্ৰেৰীটো পৰিচালনা কৰোতে মই থকা সময়ত ১৬,০০০.০০০ ডলাৰ প্ৰতি বছৰে খৰচ হয় বুলি জানিব পাইছিলো। নিউ ইয়ৰ্ক লাইব্ৰেৰীত মই যথেষ্ট উপকৃত হৈছিলো। Staff সকলে মোক সকলো প্ৰকাৰে সহায় কৰি জ্ঞান অৰ্জনত সুবিধা দিছিল। কেতিয়াবা মোক Dinner লৈ lunch, Tea আদিলৈ নিমন্ত্ৰণ কৰি আন্তৰিকতা প্ৰকাশ কৰিছিল। মই Book-mobile যোগেদি গৈ Deposit Centre চোৱাৰো সুযোগ পাইছিলো।

নিউ ইয়ৰ্ক চহৰখনৰ আকৰ্ষণ ব্যাপক। পৰ্যটকৰ বাবে চহৰখনত বহুটো সা-সুবিধা আছে। মই থকা হোটেলৰ তলতে আছে এখন পাঞ্জাবী ধাবা। তাত ভাৰতীয় আহাৰৰ জুটি লবলৈ আলহীৰ সমবেশ সৰ্বদা ব্যস্ততা পূৰ্ণ। মই নিউ ইয়ৰ্কত থকা দিনৰ মাজতে ভালেমান ঠাই চাবলৈ সুযোগ পাইছিলো।। ইয়াৰ ভিতৰত চহৰৰ কাষতে থকা চেণ্টেল পাৰ্কখন চাবলগীয়া। তাত দেখিছিলো প্ৰাতঃভ্ৰমণ, সান্ধ্য ভ্ৰমণ কৰা মাৰ্কিন যুৱক-যুৱতী, বৃদ্ধ পুৰুষ মহিলা, ল'ৰা-ছোৱালী আদিৰে পাৰ্কখন পৰিপূৰ্ণ। সঁচাকৈয়ে এখন ডাঙৰ অৱসৰ বিনোদনৰ মুকলি ঠাই। আন আন আকৰ্ষণীয় স্থান হৈছে Grand central terminal, Metro-Museum of Art, Statue of Liberty, Empire state Building, Time square, wax Museum, world Trade Centre, Museum of modern Art, Brodway, Rockefeller centre, st patrick's cathedral, Radio city Music Hall, আদি অনেক। Time square মই থকা হোটেলৰ ওচৰত। খোজ কাঢ়িয়েই যাব পাৰি। ইয়াত Departmental stores, restaurants, office buildings, Theatre places. Town Plaza আদিৰে ভৰপূৰ। মই কেইবাদিনো Time square ত ফুৰিছিলো। World Trade Centre টোলৈ গৈছিলো Group Tour যোগেদি। দুৰ্ভাগ্যৰ বিষয় যে ২০০১ চনৰ ১১ চেপ্তেম্বৰ তাৰিখে দুস্কৃতিকাৰীয়ে এই W.T.C টো ধ্বংস কৰিলে। Broadway হৈছে নিউ ইয়ৰ্ক চহৰখনৰ অন্যতম আকৰ্ষণ। পৃথিবীৰ ভিতৰতে "থিয়েটাৰ অঞ্চল" বুলি Broadway ৰ নাম আছে। Radio City Music ত মই নাচ গানৰ কাৰ্যসূচী উপভোগ কৰিছিলো। প্ৰথমতে প্ৰায় ৫০/৬০ গৰাকী নৃত্য পটিয়সীয়ে (Concan girls) নৃত্য প্ৰদৰ্শন কৰে। তাৰ পাছত comedy আৰম্ভ হয়। চাই ভাল লাগিছিল। হলটোত ৫০০০ হেজাৰ দৰ্শকৰ চোৱা সুবিধা আছে। Statue of Liberty

চাবলৈ দৰ্শকৰ বাবে জাহাজৰ সুবিধা আছে। সদায় ইয়ালৈ দৰ্শকৰ সমাগম হয়। ফ্ৰাচী দেশে এই Statue টো আমেৰিকানবাসীৰ স্বাধীনতা উদ্‌যাপনৰ বাবে দান দিছিল বুলি গম পাইছিলো। Staten Island Ferry ত উঠি চহৰখন চাবলৈ বিতোপন। Emire state Building লৈ গৈ ৰাতিৰ নিউ ইয়ৰ্ক চহৰখন চাইছিলো। মুগ্ধ হৈছিলো ৰাতিৰ দৃশ্যাৱলী চায়। ৮৬ মহলীয়া এই Empire state Building টো পৃথিবী বিখ্যাত। ইয়াৰ কাৰুকাৰ্য, নিৰ্মাণ পদ্ধতি চাবলগীয়া। Time square ত দেখিছিলো পৰিস্কাৰ পৰিচ্ছন্নতা, বিজ্ঞাপনৰ চমকপ্ৰদ প্ৰদৰ্শন, দোকান বজাৰৰ জনসমাগম, আলিবাটত টিন-এইজাৰৰ স্ফুটি, ধেমালি, দুষ্টামি, এই সকলোবোৰৰ মাজতো আমেৰিকানবাসীয়ে পৰিস্কাৰ পৰিচ্ছন্নতাৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখে। চিগাৰেটৰ টুকুৰা, কাগজৰ পেলনীয়া বেগ, খৱৰ কাগজ সকলোবোৰ পেলাবলৈ নিৰ্দ্দিষ্ট স্থান ৰখা আছে। আমাৰ দৰে এইবোৰ য'তে ত'তে পেলোৱা অভ্যাস আমেৰিকাত দেখা নাছিলো। Young Americans সকল ৰংগীয়াল। জুম বান্ধি তেওঁলোকে Time square ত গান গাই হাত-চাপৰি মাৰি নাচে। Rock 'n' roll আৰু Pop music হৈছে তেওঁলোকৰ মাজত জনপ্ৰিয় সংগীত; Popular music। ইয়াৰ বাবে বেলেগ স্কুল আছে। যাক কোৱা হয় Teen-Age Chorus School. আইন ভংগ নকৰাকৈ এইবোৰ চলি আছে।

নিউ ইৰ্য়কৰ পৰা মই গলো কেলিফৰ্ণিয়ালৈ। ইয়াৰ পুথিভঁৰাল সংগঠন আৰু সেৱা দৃষ্টান্ত স্বৰূপ। এক সুদীৰ্ঘ পথ। বাটত চিকাগো পাই তাত তিনিদিন থাকি চেমিনাৰ এখনত যোগদান দিব লগা হৈছিল। চিকাগোতে লগ পাইছিলো শ্বিলঙৰ মতিনগৰৰ নিবাসী ড° সাৰদাকান্ত শৰ্মাৰ পুত্ৰ বৰদা শৰ্মাক। তেওঁ তাত অধ্যয়ন কৰি আছিল। মোক লগ পাই তেওঁ বৰ আনন্দিত হৈছিল। একেলগে দুপৰীয়াৰ আহাৰ খাই বহুতো কথা বতৰা হলো- অসমৰ কথা, শ্বিলঙৰ কথা। চিকাগোৰ পৰা মোৰ পৰবৰ্তী কাৰ্যসূচী কেলিফৰ্ণিয়াৰ লষ্ট এঞ্জেলেচৰ ৰাজহুৱা পুথিভঁৰাল পৰিদৰ্শন আৰু বিভিন্ন পৰ্যায়ৰ পুঠিভঁৰাল সম্প্ৰসাৰণ পদ্ধতি অধ্যয়ন কৰাৰ বাবে A.L.A. য়ে মোৰ কাৰ্যসূচী আগতে স্থিৰ কৰি থৈছিল। কেলিফৰ্ণিয়াৰ UCLA (University of California, Los Anqeles) ত আমাৰ সকলো লাইব্ৰেৰীয়ান সমবেত হৈ প্ৰশিক্ষণৰ কাৰ্যসূচীত ভাগ লৈছিল। ভাৱৰ আদান-প্ৰদান আৰু বুজাবুজি আছিল মূল লক্ষ্য। দুসপ্তাহ কাল বক্তৃতা অনুষ্ঠান আৰু পাঠগ্ৰহণৰ পাছত আমাৰ বিদেশ ভ্ৰমণ কৰা দলটো ভাগ ভাগ হৈ নিজ নিজ বিষয়ৰ বাবে বিভিন্ন অনুষ্ঠানলৈ গ'ল। মই Los Angeles ত বৈ গলো। তাত Los Angeles Public Library ত মোক অধ্যয়নৰ বাবে কাৰ্যসূচী কৰা হৈছিল। এইটো আমেৰিকাৰ এটা আগশাৰীৰ লাইব্ৰেৰী (630 westfifth street, Los Angeles

17)। ১৮৭২ চনতে এই লাইব্ৰেৰীটো স্থাপিত হৈছিল। ৰাজহুৱা দান-বৰঙণিৰে ইয়াক স্থাপন কৰা হৈছিল। সেই সময়ত Los Angeles ৰ জনসংখ্যা আছিল মাত্ৰ ছহেজাৰ। আৰম্ভণীৰ পৰা এই ৰাজহুৱা পুথিভঁৰালটোৱে চহৰখনৰ সাংস্কৃতিক, তথ্য বিনিয়োগ আৰু আমোদ প্ৰমোদৰ (recreational) ৰ বাবে সেৱা আগবঢ়াই আহিছে। বৰ্তমান ইয়াৰ জনসংখ্যা চাৰি মিলিয়নৰো বেছি। গড় হিচাপত মাহেকত ১০০০ জন বাঢ়িছে। এই পাব্লিক লাইব্ৰেৰীটো Los Angeles City Government ৰ এটা বিভাগ। ইয়াত চৰকাৰী ৰেকৰ্ড নথি-পত্ৰ দলিল সকলো সংৰক্ষিত কৰা হয়। ইয়াৰ Reference আৰু Circulating book collection যথেষ্ট চহকী। অনেকটা পঢ়াৰ বাবে Reading rooms, Municipal reference Library Services, Regional branch libraries, Book-mobile services, Children Libraries, Young adult section আছে। প্ৰত্যেকটো বিভাগ বিশেষভাৱে সংগঠন কৰা হৈছে। লগতে আছে আধুনিক বৈদ্যুতিক সা-সুবিধা, আদান-প্ৰদানৰ খৰটকীয়া ব্যৱস্থা। কৰ আৰু চৰকাৰী অনুদানৰ দ্বাৰা লাইব্ৰেৰী পৰিচালিত হয়। ইয়াৰ বাহিৰেও আছে ফাইন (জৰিমনা-পলমকৈ কিতাপ ওভটাই দিয়া বাবদ), অপ্ৰয়োজনীয় কিতাপ পত্ৰ বেচাৰ বাবদ পোৱা ধন, দান-বৰঙণি আদিয়ে লাইব্ৰেৰীৰ অৰ্থ পুঁজিত সহায় কৰে। লাইব্ৰেৰী পৰিচালনাৰ বাবে এখন বোৰ্ড আছে (Board of Library Commissioners)। এই বোৰ্ড খন লাইব্ৰেৰীৰ Legal head. সদস্য ৫ জন। এই সদস্য ৫ জন চহৰৰ মেয়ৰে নিৰ্বাচন কৰে; চিটি কাউন্সিলে এই নিয়োগ কাৰ্যত সন্মতি জনাব লাগে। লাইব্ৰেৰীয়ান গৰাকী লাইব্ৰেৰী বিজ্ঞানৰ সুদক্ষ ব্যক্তি হব লাগিব। (মোৰ সময়ত লাইব্ৰেৰীয়ান আছিল Mr. Hamill।) লাইব্ৰেৰীত থকা Section for the Blinds, Photography and computer section, Adult education section যথেষ্ট টনকিয়াল। পোষ্টৰ যোগেও লাইব্ৰেৰী সেৱা আগবঢ়োৱা হয় দূৰত থকা অঞ্চললৈ।

ইয়াৰ উপৰিও ৰেকৰ্ড সংগ্ৰহ, টেপ সংগ্ৰহ, মাইক্ৰোফিল্ম প্ৰিণ্টাৰ Library sponsored discussion, পুৰণি আৰু নতুন মানচিত্ৰ সংগ্ৰহ, Reading center for different Projects, Librarians training centre, Films collection আদিৰে Los Angeles Public Library সু-বিখ্যাত। মই ভ্ৰমণৰ অধিক কাল কেলিফৰ্ণিয়াতে কটালো। সেই ৰাজ্যৰ বিভিন্ন অঞ্চল ফুৰিলো, লাইব্ৰেৰী সেৱাৰ বুজ ললো। লগতে অধ্যয়ন কৰিলো City and county system of Library services. এই অভিজ্ঞতা আছিল মোৰ বাবে দুৰ্লভ। আজি অৱশ্যে অধিক উন্নত হৈছে এই লাইব্ৰেৰী সেৱা। জ্ঞান আৰু তথ্যৰ ক্ষেত্ৰত ক্ষীপ্ৰ গতিয়ে বৈদ্যুতিক সা-সুবিধাই সহায় যোগাইছে সমগ্ৰ বিশ্বত।

কেলিফৰ্ণিয়া (Calif) ৰাজ্যখনৰ কথা অলপ নকলে মোৰ ভ্ৰমণৰ এটা পাৰ্শ্ব দিশ অসম্পূৰ্ণ হৈ ৰব। ভাৰতীয় আখ্যান মতে ঋষি কপিলৰ বাসস্থান আছিল কপিলাৰণ্য, কপিলাৰণ্য কাঞ্চদীপত অৱস্থিত। দীপটোৰ নাম কাঞ্চ (Krouncha) ৰখা হৈছিল এই বাবেই যে ইয়াৰ আকৃতি আছিল এটা কাঞ্চপক্ষীৰ দৰে (দীৰ্ঘ ঠোঁট আৰু সৰু দেহ (with a long beak and a small body) অনেক ভাৰতীয় পণ্ডিতে বিশ্বাস কৰে যে কাঞ্চদীপ উত্তৰ আমেৰিকাকে বুজোৱা হৈছিল। কাৰণ উত্তৰ আমেৰিকাখন দেখিবলৈ কাঞ্চপক্ষীৰ দৰেই আকৃতিৰ। সম্ভৱ, কেলিফৰ্ণিয়া ৰাজ্যখন ভাৰতৰ উপাখ্যান অনুযায়ী কপিলাৰণ্যৰ বাহিৰে আন নহয়।

এতিয়াও আমেৰিকাত স্থাপিত হিন্দু মঠ-মন্দিৰবোৰত হিন্দু প্ৰবাসী সকলে মন্দিৰত যেতিয়া অৰ্চনাৰ বাবে সংকল্প পাঠ কৰে, তেতিয়া তেওঁলাকে আমেৰিকাক কাঞ্চদীপ আৰু কেলিফৰ্ণিয়া ৰাজ্যক কপিলাৰণ্য বুলি মন্ত্ৰ পঢ়ে। কোনোৱে আমেৰিকাখনক পূৰ্বৰ জাম্বুদীপ বুলিও আখ্যা দিয়ে। মই ৰাজ্যখনৰ বিভিন্ন অঞ্চল চাবলৈ সুবিধা পাইছিলো। আছিলো Los Angeles (L.A) ৰ মধ্য স্থানত থকা হোটেল 'ক্লাক'ত। A.L.A ৰ যোগেদি এইবোৰ ব্যৱস্থা কৰি থোৱা হৈছিল। মোৰ লগত আছিল এগৰাকী আফ্ৰিকান লেডী লাইব্ৰেৰীয়ান। তেওঁৰ কাৰ্যসূচীও আছিল ৰাজহুৱা পুথিভঁৰাল অধ্যয়ন। সংগী হিচাপে এগৰাকী মাৰ্কিন লাইব্ৰেৰীয়ান আছিল আমাৰ তদাৰক কৰিবলৈ। তেৱেঁ আমাক কেলিফৰ্ণিয়াৰ বিভিন্ন স্থান চাবলৈ সুবিধা কৰি দিছিল। এওঁ আছিল অত্যন্ত স্মাৰ্ট আৰু কাৰ্যদক্ষ।

কেলিফৰ্ণিয়াৰ জনসংখ্যা বৰ্তমান প্ৰায় ৩৫ মিলিয়ন। কৃষি প্ৰধান ৰাজ্যৰূপে ইয়াৰ খ্যাতি আছে। প্ৰশান্ত মহাসাগৰৰ পাৰত অৱস্থিত Calif ৰ জল বায়ু মিশ্ৰিত। বেছ আৰামদায়ক। ৩৫ নম্বৰ ৰাজ্য হিচাপে ইয়াৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক গুৰুত্ব উল্লেখযোগ্য। বিশ্বৰ ভিতৰতে এই ৰাজ্য বেহা-বেপাৰ, বাণিজ্য, উচ্চ শিক্ষা আৰু বিজ্ঞানীৰ গবেষণা বিষয়ত অগ্ৰগামী। Calif ৰ জনসংখ্যা বহু প্ৰজাতিৰ সংমিশ্ৰণ। মানে melting pot। সাংস্কৃতিক সমন্বয় গঢ়ি তোলাত এই সংমিশ্ৰণে বিস্তৰ সহায় কৰিছে। স্পেইনিজ, মেক্সিকান, ফিলিপিনোজ, আফ্ৰিকান, চীনা, ইংৰাজ, অষ্ট্ৰেলীয়ান, আইৰিচ, জাৰ্মান, ফৰাচী প্ৰভৃতি লোকেৰে কেলিফৰ্ণিয়াৰ জনসংখ্যা সংহতিৰ এক প্ৰতীক। ১৭৬৯ চনৰ পৰা ১৮৪৮ চনলৈকে বিয়পি পৰা এই জনশ্ৰোত কেলিফৰ্ণিয়াৰ জন বসতিৰ অন্যতম কাৰণ। প্ৰযুক্তি বিদ্যাত এই ৰাজ্যই চমকপ্ৰদ অগ্ৰগতি লাভ কৰিছে। Gold Rush ৰ সময়ৰ পৰা এনে এটা পৰিবেশ আৰম্ভ হৈছিল। কবলৈ গলে এই ৰাজ্যখন Hydro-electicity ৰ বিকাশৰ ক্ষেত্ৰ বিখ্যাত হৈ পৰিছে।

পৃথিবী বিখ্যাত বিজ্ঞানী আৰু প্ৰযুক্তি বিদ্যাৰ কেন্দ্ৰ ৰূপে Calif ৰাজ্যই গৌৰৱ বহন কৰিছে। ৰাজনৈতিক সুস্থিৰতাৰ বাবেও ৰাজ্যখনৰ সু-নাম ৰক্ষিত হৈছে। এখন প্ৰগতিশীল ৰাজ্য বুলি Calif ৰ সন্মান সৰ্বজন বিদিত। শিক্ষাৰ বিষয়তো ৰাজ্যখন বহুত ৰাজ্যতকৈ আগবঢ়া। অনেকবোৰ শিক্ষানুষ্ঠান, বিশ্ববিদ্যালয়, গৱেষণাকেন্দ্ৰ ইয়াত স্থাপিত হৈছে আৰু এইবোৰলৈ দেশবিদেশৰ বহুতো ছাত্ৰ-ছাত্ৰী উচ্চ শিক্ষাৰ বাবে আহে। কম্পিউটাৰ টেক্‌নলজিত কেলিফৰ্ণিয়া ৰাজ্য বহুত উন্নত বুলি পৰিগণিত হৈছে। এইবোৰত ভাৰতীয় বিজ্ঞানীয়েও অংশ গ্ৰহণ কৰিছে। "California- The Dream, the Challenge" কথাযাৰ হৈছে- এই ৰাজ্যখনৰ আশা প্ৰত্যাশাৰ প্ৰতীক। এনে এখন ৰাজ্যতে মই ৰাজহুৱা পুথিভঁৰাল বিষয়ক জ্ঞান লাভ কৰি বলৈ যাব পৰাতো মোৰ ভাগ্যৰ কথা!

মই যিহেতু বেছিভাগ সময় কেলিফৰ্ণিয়াতে কটাইছিলো সেই বাৰে ৰাজ্যখনৰ বিষয়ে কিছু জ্ঞান লাভ কৰাত সুবিধা ওলাইছিল। লাইব্ৰেৰীৰ উপৰিও কিছুমান ঠাই চাবলৈ মোৰ সুযোগ ওলাইছিল। চমুকৈ কলে কব পাৰো ৰাজ্যখন যি খণ্ডত অৱস্থিত তাত প্ৰশান্ত মহাসাগৰৰ প্ৰভাৱ লেখত লবলগীয়া। পৰ্যটকৰ বাবে ৰাজ্যখনত বহুতো আকৰ্ষণীয় স্থান আছে। মই চাবলৈ যোৱা স্থান সমূহৰ মাজত Beverly Hills, Big Bear Lake, Disney Land, Marin Land, হলিউড, Grand Canyan, Huntington Library, Las Vegas, Long Beach, Magic mountain, Pasadena, Palm springs, San Diego Zoo, Universal Studios, Santa Monica প্ৰভৃতি। মই যিহেতু Los Angeles তে আছিলো, তাৰ পৰা এই ঠাইবোৰলৈ যাবলৈ সুবিধা আছিল। হোটেলে Discounted Package আমাৰ বাবে ঠিক কৰি দিছিল। হলিউডৰ এখন লাইব্ৰেৰী চেমিনাৰত যোগ দিছিলো। তেতিয়াই Beverly Hills and Universal Studios চাইছিলো। Studio মানে এখন ক্ষুদ্ৰ পৃথিবী, লাইটৰ ওপৰতে Shooting ৰ বহুতো কাম চলে। চাই একো ধৰিব নোৱাৰি। এটা দৃশ্যপট চাইছিলো বব হপ্‌ৰ কমিক অভিনয়। Studio বোৰ কিছুমান প্ৰকাণ্ড flcur, লাইট ক্ৰেইন, দৃশ্যপটৰ আচবাব পত্ৰ আদিৰে পৰিপূৰ্ণ। বিশেষ একো বুজি নাপালো। হলিউডৰ মজিয়াত বিখ্যাত চলচিত্ৰ তাৰকা সকলৰ হাতৰ চাপ। মই তাৰ পৰা মোৰ ল'ৰা-ছোৱালীলৈ ফটো পঠাই দিছিলো। কেলিফৰ্ণিয়া সাগৰৰ পাৰত অৱস্থিত Beaches, islands, mountains পাৰ্ক, বনাঞ্চল প্ৰভৃতি আকৰ্ষণৰ বাবে কৰ্তৃপক্ষই যথেষ্ট যত্ন লৈছে। পৰ্যটকৰ বাবে এইবোৰ অঞ্চল সযত্নৰে সংৰক্ষিত আছে। বন্ধ দিনত এইবোৰলৈ দূৰদূৰণিৰ যাত্ৰী আহে। ইয়াত উপভোগ কৰে ৰং ধেমালি, উৎকণ্ঠা আৰু অভিযান। সাগৰৰ পাৰত সূৰ্যৰ তাপ গাত

পেলাবলৈ মাৰ্কিন পৰিয়াল এইবোৰলৈ যায়। মই গৈছিলো কেলিফৰ্ণিয়াৰ বিশ্ব বিখ্যাত ডিচ্‌নে লেণ্ড (Walt Disney wonder world) চাবলৈ। যাবৰ বাবে Los Angeles ৰ পৰা Gray Hound নামৰ বাছত আমাৰ যাত্ৰা আৰম্ভ হৈছিল। মিকি হাউছৰ সৃষ্টি কৰোতা Walt Disney ৰ এই যাদুকৰী ঠাইখন হৈছে পৃথিৱীৰ ভিতৰত অন্যতম আকৰ্ষণীয় পৰ্যটকৰ ৰম্যভূমি। এই Disney Land নিৰ্মাণ কৰিবলৈ প্ৰথম অৱস্থাত ৭৪০০ দক্ষ কাৰিকৰী কৰ্মীয়ে দিনে-ৰাতি অহৰহ কাম কৰিব লগা হৈছিল। ইয়াৰ নিৰ্মাণত সোমাই আছে Walt Disney ৰ অদ্ভুত কল্পনা। কেলিফৰ্ণিয়াৰ সু-বিখ্যাত কীৰ্তিস্তম্ভ বুলি ইয়াক আখ্যা দিয়া হৈছে। প্ৰত্যেক বছৰে গঢ় হিচাপে ৯,৩০০,০০০ (মই দেখা সময়ৰ ৰেকৰ্ড) দৰ্শকে এই কল্পনা জগতত বিচৰণ কৰে। এই Disney land আগুৰি আছে ১০০০ হেক্টৰ মাটি। বছৰি ইয়াৰ ভূমিখণ্ড বহল হৈ আছে। ইয়াৰ ভূমিভাগ নিউ ইৰ্য়কৰ মেন হাট্ৰল আইলেণ্ডৰ (Manhattan Island) দুগুণৰো অধিক, আনফালে Sanfrancisco ৰ সমান ঠাই বুলি অনুমান কৰিব পাৰি। Disneyland ল'ৰা-ছোৱালীৰ বাবে অতি আকৰ্ষণীয়। Week ends ত ইয়ালৈ অহা ল'ৰা-ছোৱালী সহ পৰিয়ালবৰ্গ লেখি শেষ কৰিব নোৱাৰি। বহু লোকৰ সমাগমে কেতিয়াবা সোমোৱা ওলোৱা কষ্ট কৰ কৰি তোলে। ভীতিজনক পৰিস্থিতিৰ সূচনা হয়। অৱশ্যে শৃংখলা বদ্ধ অহা-যোৱা কৰাত ইয়াত ভলণ্টিয়াৰ আছে। তেওঁলোকে আমাকো বহুত সহায় কৰিছিল। ইয়াত Guide ৰ প্ৰয়োজন দৰকাৰ। তেওঁৰ সহায়ত সকলোবোৰ দৃশ্যপট বুজাত সুবিধা হয়। Monc-rail আছে। আমি mono-rail-trath ত উঠি Disney land ৰ বিভিন্ন দৃশ্যপট উপভোগ কৰিছিলো। ক বলৈ গলে সকলোবোৰ যন্ত্ৰ চালিত, (mechnized) কিন্তু চালে জীৱন্ত যেন লাগে। Magic Kingdom হৈছে- বিনোদনৰ আকৰ্ষণ। ইয়াত আছে ৬টা বেলেগ বেলেগ অংশ। কিছুমান দৃশ্যপট হৈছে America of 1890-1910, পুৰণি মাৰ্কিন যুক্তৰাষ্ট্ৰৰ এটা ধাৰণা। তেতিয়া বিদ্যুত নাছিল। Gaslamps আছিল। আৰু আছিল ঘোঁৰা বাগী। Adventure land, Haunted Mansion, Magic Kingdom (amusement Centre), Frontier Land, Liberty Square, one Nation under God, Fantasyland. Cinderella's Castle, Tomorrow land. আদি হৈছে Deiney World ৰ কিছুমান তাৎপৰ্য আকৰ্ষণ। আমেৰিকাৰ তিনি গৰাকী প্ৰেসিডেণ্ট যথাক্ৰমে জৰ্জ ৱাছিংটন, টমাছ জেফাৰচন আৰু আব্ৰাহাম লিংকনৰ পূৰ্ণ অৱয়বৰ প্ৰতিমূৰ্তি one Nation under God দৃশ্যৱলীত দেখুওৱা হৈছে। বিদ্যুতেৰে নিয়ন্ত্ৰিত পূৰ্ণ আকাৰৰ ভালুকৰ দল এটাই (country Bear Band) বেশুপাৰ্টিত গীত পৰিবেশন কৰা চমৎকাৰ দৃশ্য দেখি বৰ আমোদ পাইছিলো। প্ৰায় ৩০০ টা মান পুতলাই (animated dolls) গোটেই Disneyland ত আনন্দৰ পৰিমণ্ডল এটা সৃষ্টি

কৰিছে। এইবোৰ জীৱন্ত পুতলা যেনেই লাগে যদিও mechanised আৰু Computer-based. Disney land ত থকা মেলাৰ বাবে হোটেলৰ ব্যৱস্থা আছে। খোৱা-বোৱাৰ বাবেও সুবিধা আছে। এইখন এখন বেলেগ পৃথিবী, এখন কল্পনাৰ স্বৰ্গৰাজ্য। পৰিস্কাৰ-পৰিচ্ছন্নতা সকলোতে চকুত পৰিছিল। তাত সোমালে সময় কেনেকৈ পাৰ হয় কব নোৱাৰি। আমি পুৱা ৯ বজাত সোমাই ৰাতি ৯ বজাতহে ওলাব পাৰিছিলো। দৰ্শক সকলৰ মাজত দেখিছিলো পৃথিবীৰ বিভিন্ন দেশৰ ভ্ৰমণকাৰীৰ দল। চীনা, জাপানী, ইংৰাজ, স্পেইনিজ, আফ্ৰিকান সকলো ধৰণৰ কৌতুহলী দৰ্শক লগ পাইছিলো Disney Lands ত। সকলোৱে পৰস্পৰক অভিনন্দন জনাইছে। চিনাকি অচিনাকিৰ কথা নাই। Wish কৰাটো এটা সৌজন্য সূচক অভিবাদন। মাৰ্কিন দেশৰ লোকে নিজৰ ঐশ্বৰ্যৰাজিৰ বিষয়ে সৰ্বদা গৰ্ব কৰে। Disney land ৰ কথাত কয় যে এই কল্পনা জগতত আমেৰিকাৰ ঐতিহাসিক, বাণিজ্যিক বন্যাঞ্চল সম্পদ, ভবিষ্যতৰ সোণালী দিনৰ ছবি সকলো সাঙোৰ খাই আছে। আমেৰিকাত পাৰ্ক সমূহ যত্ন সহকাৰে ৰক্ষিত হৈছে যাতে ইয়ালৈ আহি ব্যস্ত মানুহে week-end ত অলপ সময়ৰ বাবে হলেও সপৰিয়ালে জিৰণি লব পাৰে, ভাগৰ পলুৱাব পাৰে। আমেৰিকাৰ এগৰাকী প্ৰেসিডেণ্টে কৈছিল- "we must build on the successes of the Past, always reaching out for new achievements, By no means should we allow our developmental Programme to stagnate". আমাৰ দেশত কিন্তু এনে মনোভংগীৰ দৃঢ়তা স্থায়ী নহয়। প্ৰতিশ্ৰুতি মতে কাম আগ নাবাঢ়ে। অনেক প্ৰয়োজনীয় উন্নয়ন আঁচনি কাৰ্যত লেহম গতি পৰিলক্ষিত হয়; বহুতো জনহিতকৰ কাম আধাতে বন্ধ হৈ যায়। আমেৰিকাত এনে কাম হাতত লোৱা নহয় যাক এবাৰ হাতত লৈ মাজ ভাগতে বন্ধ কৰি দিয়া হয়। কাম সম্পূৰ্ণ কৰাত চৰকাৰে বেচৰকাৰী অনুষ্ঠান আৰু বিশেষজ্ঞৰ সহায় গ্ৰহণ কৰে।

মই কেলিফৰ্ণিয়াত থাকোতে তাত এজন অসমীয়া ডেকাক লগ পাইছিলো। ৱাছিংটনত থকা বন্ধু ৰঞ্জন বৰাই মোক তেওঁৰ ঠিকনাটো দিছিল। মই ফোনত অসমীয়া ডেকা জনক যোগাযোগ কৰাত তেওঁ পিচদিনাই মোক Los Angeles ৰ হোটেলৰ ঠিকনাত আহি লগ ধৰিলেহি। তেওঁৰ নাম আছিল আগৰৱালা। পূৰা নামটো পাহৰিলো। অসমৰ আগৰৱালা পৰিয়ালৰ, বৰ অমায়িক। তেওঁৰ ঘৰ কিছু দূৰৈত। মোক তেওঁ আহি এদিন নিজৰ গাড়ীৰে লৈ গ'ল। এৰাতি ৰাখিলেও। স্ত্ৰী আৰু তেওঁ বৰ আদৰ সাদৰ কৰি খুৱালে। অসমৰ বতৰা সুধি পৰম উৎসাহিত হ'ল। কেলিফৰ্ণিয়াত নিউ ইয়ৰ্ক বা ৱাছিংটনৰ দৰে অসমীয়া মানুহ নিচেই নগণ্য। আগৰৱালা দম্পতীয়ে

মোক লগ পাই বৰ ভাল পালে। ফুৰাবলৈকো নিলে। তেওঁলোকৰ লগতে এদিন মই Las Vagas বোলা ঠাইখনত ফুৰিবলৈ গৈছিলো। এখন বিখ্যাত ঠাই। হোটেল আৰু Casinos 'কেচিনো' (জুৱাখেল famous for gaming Casinos and shows) ৰ বাবে বিখ্যাত। আগৰৱালাই মোক এটা আমোদজনক সম্ভেদ দিছিল। যোৱা চল্লিছ দশকত জাপানী আক্ৰমণৰ সময়ত অসমলৈ ইংৰাজ আৰু মাৰ্কিন সেনাও আহিছিল। যুদ্ধৰ থলিলৈ আজাদ হিন্দ ফৌজো আহিছিল ভাৰতবৰ্ষক ইংৰাজ শাসনৰ পৰা উদ্ধাৰ কৰি স্বাধীন ভাৰত স্থাপন কৰাৰ মানসেৰে। উজনি অসমত ইংৰাজ সৈন্যৰ সমাবেশ হৈছিল। যুদ্ধ অন্ত পৰাত সৈন্য ভাৰতৰ পৰা আঁতৰি গল। ডিব্ৰুগড়ত মাৰ্কিন সেনাৰ শিবিৰ আছিল। তেওঁলোকৰ দেশ প্ৰত্যাবৰ্তনৰ লগতে ডিব্ৰুগড়ৰ দুজন মটৰ মেকানিক মাৰ্কিন দেশলৈ গুছি গৈছিল। কামৰ দক্ষতাত মাৰ্কিন সেনাই দুয়োজন অসমীয়া ডেকাৰ সৈতে মিতিৰালি কৰি লগতে মাৰ্কিন দেশলৈ লৈ গ'ল। এওঁলোকে তাত নিজৰ গুণেৰে প্ৰতিষ্ঠিত হৈ Las Vegas ত কাৰবাৰ আৰম্ভ কৰিলে কেচিনো ব্যৱসায়। তাত তেওঁলোক মাৰ্কিন নাগৰিক হৈ তাতে বিয়াবাৰু কৰাই ব্যৱসায় বাণিজ্য কৰি টনকিয়াল হৈ পৰিল। তাৰ মানুহে তেওঁলোক দুজনক Doss-Baro (original দাস আৰু বৰুৱা) নাম দিলে। তেওঁলোকৰ সতি সন্ততি Las Vegas ৰ বাসিন্দা হৈ বাণিজ্য চলাইছে। মানুহে তেওঁলোকক মাৰ্কিন দেশীয় লোক বুলিয়েই ভাবে। এতিয়া বংশ পৰিয়াল পুৰাপুৰি আমেৰিকান ব্যৱসায়ী। আগৰৱালাই এবাৰ Las Vagas ত এজনৰ সৈতে দেখা সাক্ষাৎ কৰিবলৈ সুযোগ পাইছিল। মোৰ এই কথা শুনি তালৈ যাবৰ বাবে কৌতুহল প্ৰকাশ কৰিছিলো। সময়ৰ নাটনিত Las Vegas ত থকা নহ'ল। কিন্তু কাহিনীতো গম পালো আগৰৱালাৰ মুখত। Las Vegas ত আমোদ-প্ৰমোদৰ বিভিন্ন অনুষ্ঠান আছে। ৰাতিৰ দৃশ্য মনোৰম। অনেকে Colorado River ৰ পাৰত থকা হোটেলবোৰত থাকি watersports আৰু নানা আমোদ-প্ৰমোদত যোগ দিয়েগৈ। অনেক সা-সুবিধাৰে ঠাইখন পৰ্যটকৰ বাবে আমোদ-প্ৰমোদক বিশেষ আকৰ্ষণ কেন্দ্ৰ।

Calif ত থকা সময়তমই Berkley university ৰ লাইব্ৰেৰীটো চাবলৈ গৈছিলো। আমাৰ তাত এটা বক্তৃতা অনুষ্ঠান আছিল। বক্তৃতাৰ মূল বিষয় আছিল- "আমেৰিকাৰ সাহিত্য।" কেইবাগৰাকী অধ্যাপকে এই বিষয়ত অংশগ্ৰহণ কৰিছিল। লগতে চলিছিল Inter-action সাহিত্যিক, সমালোচক পাঠক সম্পৰ্কে আলোচনা। Berkley University ত Oriental Collection দেখি বৰ ভাল লাগিছিল। অনেক আমেৰিকান পণ্ডিতে এইবোৰ অধ্যয়ন কৰি গবেষণা কৰিছে। প্ৰতিষ্ঠিত আমেৰিকান লেখক সকলৰ লগতে তৰুণ চাম লেখকো সমানে আগবাঢ়ি গৈছে। বিশ্ব সাহিত্যৰ এটা

অংগ স্বৰূপে আমেৰিকান সাহিত্যই নিজৰ গৌৰৱ স্থাপন কৰিবলৈ সক্ষম হৈছে। আপটন চিনক্লেয়াৰ, জন ষ্টেইনেবেক. আৰনেষ্ট হেমিংৱে, উইলিয়াম ফকনাৰ চাওনবিলো. ফ্লুবাৰ্ট, নৰমেনমিলাৰ, চেমুৱেল বেকেট, আলবাৰ্ট কামু, জেন পল চাৰ্ত্রে, কাফকা প্ৰভৃতি ন-পুৰণি লেখক সকলৰ ৰচনাৱলী আজিও জনপ্রিয়। ১৯২০ চনৰ পৰা আমেৰিকান সাহিত্যই বিশ্ব দৰবাৰত প্ৰবেশ কৰি আজিৰ অৱস্থা পাইছেহি। Dangling Man, The victim (Bellow) আজিও পাঠকে পঢ়ি ৰস পায়। নৰমেন মিলাৰৰ Nacked and the Dead, Barbary shore ৰ জনপ্ৰিয়তা আজিও অক্ষুন্ন আছে। অৱশ্যে নতুন চাম লেখকে অন্য দেশৰ সাহিত্যৰ দ্বাৰা প্ৰভাৱান্বিত যে হোৱা নাই, এনে নহয়। চেমুৱেল বেকেট, জেন পল চাৰ্ত্রে, এফ কাফকা, আলবাৰ্ট কেমু আদিয়ে Theatre of absurd থিয়ৰিৰ ওপৰত নাটক আৰু আন আন সাহিত্যৰ ধাৰা প্ৰবৰ্তন কৰিছে। বাস্তৱবাদৰ বিপক্ষে নতুন চামে কবলৈ গলে, বিদ্ৰোহ আৰম্ভ কৰি সাহিত্যৰ ভাষা, সাহিত্যৰ বিষয়বস্তু সলনি কৰি পেলালে। এইয়া তেওঁলোকে লাভ কৰা স্বাধীনতা। সাহিত্যৰ মনস্তাতিক দিশত বিভিন্ন ব্যাখ্যা আৰম্ভ কৰি তেওঁলোকে এনে পৰীক্ষা-নিৰীক্ষাৰ বিচাৰ পঢ়ুৱৈ সমাজৰ বিচাৰৰ বাবে দাঙি ধৰিলে। ২য় মহাসমৰৰ পৰা আমেৰিকাৰ সাহিত্যই পূৰ্বৰ ধাৰা প্ৰত্যাক্ষান কৰি নতুন ধাৰা প্ৰবৰ্তন কৰিলে। আমেৰিকাৰ সাহিত্যৰ নতুন ধাৰাত গল্প উপন্যাসে অধিক প্ৰাধান্য লাভ কৰিলে। Nonfiction ৰ প্ৰতি আদৰ কমিল। মানুহৰ ব্যস্ততা বাঢ়িল, অনেক মাধ্যম ওলাই তেওঁলোকৰ মন সেইবোৰৰ ফালে বেছি আকৰ্ষিত কৰিলে। হেনৰী জেমছে কৈছিল "Ficton's House, As Henry James once said, has many Doors," (Quoted). কোৱা হয় যে চল্লিছ দশকৰ আগৰ কালছোৱা আমেৰিকান সাহিতাৰ বাবে দুশ্চিন্তাৰ সময়। (Age of Anxiety. Said W.H. Auden), চল্লিছ দশকৰ পাছৰ কালছোৱা হৈছে-সমালোচনাৰ সময় (Age of Criticism)। মৌলিক চিন্তাধাৰাৰ সাহিত্য নিশেষ নহলেও ইয়াৰ গুৰুত্ব সময়ৰ বাবেহে কিছু ম্লান পেলালে। পঞ্চাছ দশকত মিলাৰ, জেমছ, এ, মিকনাৰ, আৰউইন শ্বো, জেমছ জোনঞ্চ জন হ্বৰছে, আদিয়ে উপন্যাসৰ মাজেদি চিন্তাপ্ৰসূত মানবীয় ধাৰণা জীৱন্ত কৰি ধৰিলে। Non Fiction Age of Roosevelt series, The American Political Tradition. The Columbia - The Rocky mountain Revolution, Rendezous with Destiny, Conservatism in America, The Death of a President আদি অনেক ভাল Non-Fiction সৰ্বদা জিলিকি আছে। Fanlkner ৰ ভাষ্য এযাৰ প্ৰণিধান যোগ্য। ১৯৫০ চনত নবেল বঁটা পাওতে তেওঁ কৈছিল ঃ One must believe that certain values donot charge, as new talents are born and mature, the Possibilities are exciting if inservtable.

আলোচনা দুদিন চলিছিল। আমি এই আলোচনাৰ যোগেদি আমেৰিকান সাহিত্যৰ এটা সাধাৰণ ধাৰণা লাভ কৰিলো। সাহিত্যিক সকলে চমুকৈ এই ধাৰণা দাঙি ধৰিছিল। এইয়া আছিল মোৰ বাবে এক দুৰ্লভ সুযোগ। আমেৰিকাৰ সাহিত্য আৰু সাহিত্যিক সকলৰ বিষয়ে এই আলোচনা আছিল সাৰ্থক কাৰ্যসূচী।

মই Calif ত চাবলৈ যোৱা ঠাইৰ ভিতৰত San Francisco (সান ফ্ৰান্সিছকো) অন্যতম। ইয়াত থকা San Francisco Public Library, Golden Gate Bridge. National Park, Down Town entertainment complex, Aicatraz Island, The Rock ( পুৰণি দিনত কয়েদী সকলক ৰখা হৈছিল।) Chinatown, City Hall, Water front (প্ৰসান্ত মহাসাগৰৰ বিতোপন দৃশ্য), Cable car ত উঠা, মাৰ্টিন লুথাৰ স্মৃতি সৌধ, বিশ্ববিদ্যালয়, Flower Mart. 200, Asian Art Museum, Cartoon Art Museum, Haight st. প্ৰভৃতি। তিনিদিন আছিলো San Fransisco ত। অট্টালিকাবোৰৰ স্থাপত্য চাবলগীয়া। আৰু গৈছিলো oakland bridge চাবলৈ। মেৰিন লেণ্ড, পেচেডেনা (spce research Centre) আদি বিখ্যাত ঠাইবোৰ। Birds eye view আছিল অনেক ক্ষেত্ৰত। হাতত সময় কম বাবে কাৰ্যসূচীমতে সকলো ঠাইলৈ যাব নোৱাৰিলোঁ। দুখ ৰৈ গ'ল। বৰ্তমান মোৰ নাতি জোঁৱাই Sanfrancisco ত থাকে। সি হায়দৰাবাদৰ ল'ৰা Computer Technology ত সুখ্যাতিৰে স্নাতক হৈ আমেৰিকাত কাম কৰে। নাতিনী কাৰ্বি। তাইক হায়দৰাবাদৰ শ্ৰীমান প্ৰসাদে (তেলেগু) বিয়া কৰাইছে। আমাক মাতি আছে। যোৱা নোযোৱা স্বাস্থ্যৰ ওপৰত নিৰ্ভৰ কৰিছে।

কেলিফৰ্ণিয়াৰ চৰকাৰী ৰাজধানী চেক্ৰিমেণ্টো (Secrimento)। ইয়াৰ State library চাবলৈ গৈছিলো। চৰকাৰী নথি-পত্ৰ পুৰণি ৰেকৰ্ড ইয়াত সংৰক্ষিত কৰা হৈছে। দুদিন ব্যস্ততাপূৰ্ণ দিন কটাই পুনৰ Los Angeios লৈ উভতি আহিলো। ইয়াৰ পাছত আমাৰ শেষ কাৰ্যসূচী ডেনভাৰলৈ যোৱা। উৰাজাহাজত গৈছিলো। ডেন্‌ভাৰ হৈছে ঐতিহ্যমণ্ডিত নগৰী। চহৰখন পুৰণি হলেও আকৰ্ষণ বেলেগ। পশ্চিমাঞ্চলত অৱস্থিত চহৰখন প্ৰাকৃতিক দৃশ্যৰে মনোৰম। আমেৰিকান ইণ্ডিয়ান সকলৰ ইয়াত এদিন আধিপত্য আছিল। সোণ আৰু ৰূপৰ সন্ধানত ডেনভাৰলৈ পূৰ্বতে জনশ্ৰোত হৈছিল। আগৰ পিচপৰা ডেনভাৰৰ ৰূপ আজি উন্নত স্তৰলৈ ৰূপান্তৰিত হৈছে। Jet-age ৰ ডেনভাৰ উদ্যোগ আৰু বাণিজ্যৰ বাবে বিখ্যাত হৈছে। জনসংখ্যা ১.১ মিলিয়ন অতিক্ৰম কৰিছে। ৰেল-সংযোগ, ব্যৱসায়িক বিমান সেৱা, বহল বহল পথ পৰিবহন সেৱা, বাণিজ্যিক কেন্দ্ৰ, খেল-ধেমালি, পাৰ্ক আদিৰে ডেনভাৰ পৰ্যটকৰ আকৰ্ষণৰ কেন্দ্ৰ। শীত কালত অনুষ্ঠিত হোৱা Skitng লৈ আহে অনেক খেলুৱৈ। ডেনভাৰবাসী

কলা-সংস্কৃতিৰ প্ৰতি বিশেষ অনুৰাগী। নৃত্য-গীত-বাদ্য চিত্ৰাংকন প্ৰভৃতিৰে জহকালি ডেনভাৰ লোকাৰণ্য হৈ পৰে। ইয়াৰ লগত চলে নাট্যভিনয়। ডেনভাৰ চহৰখনক Rocky mountain Empire বুলি আখ্যা দিয়া হয়। মই ডেনভাৰত তিনিদিন কটাইছিলো। তাৰ ৰাজহুৱা পুথিভঁৰালত চেমিনাৰ বহিছিল। বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীটো চাবলৈ Guide এ আমাক লৈ গৈছিল।

ডেনভাৰ ভ্ৰমণ অন্তত পুনৰ Los Angeles লৈ উভতি গলো। ইয়াৰ পাব্লিক লাইব্ৰেৰীত আমাৰ শেষ আলোচনা চলিছিল। ভ্ৰমণৰ পৰা আমি কি শিকিলো, কি দেখিলো, আমাৰ ভ্ৰমণ শিক্ষাপ্ৰদ হলনে নাই আদি এই আলোচনাত দাঙি ধৰা হৈছিল। সকলোবোৰ আছিল সৌহাদ্যপূৰ্ণ বাৰ্তালাপ। ৰাজহুৱা পুথিভঁৰাল বিষয়ত কেনে ধৰণেৰে এই ভ্ৰমণে উপকৃত কৰিলে, সেই বিষয়ত ভাৰতীয় দলৰ হৈ মই এটা চমু বক্তৃতা দিলো। আমেৰিকা বাসীৰ জীৱনধাৰা, কাম-কাজ, চিন্তা-ভাৱনা, আচৰণ বিচৰণ প্ৰভৃতিৰ ওপৰত মোৰ প্ৰতিক্ৰিয়া ব্যক্ত কৰিছিলো। এইয়া অভিমত অভিজ্ঞতা সম্পূৰ্ণ informal আৰু প্ৰশংসাসূচক। কেলিফৰ্ণিয়াত অধিক দিন কটাবলগীয়া হৈছিল বাবে তাৰ বিষয়ে কিছু ধাৰণা হৈছিল। লাইব্ৰেৰীৰ ক্ষেত্ৰত এই ৰাজ্য অতি উন্নত। লাইব্ৰেৰীৰ প্ৰশাসন ব্যৱস্থা, অধ্যয়নৰ সা-সুবিধা আমাৰ দেশৰ তুলনাত বহুত উন্নত। আজিকালি Computer ৰ যুগত আৰু উন্নত হৈছে ইয়াৰ লাইব্ৰেৰী সমূহ। A.L.A. (আমেৰিকান লাইব্ৰেৰী এচোছিয়েশ্যন) অনুষ্ঠানটো যথেষ্ট টনকিয়াল আৰু জনপ্ৰিয়। লাইব্ৰেৰী সংক্ৰান্ত সকলো বিষয়ত এই অনুষ্ঠানৰ মতামত সকলোৱে গ্ৰহণ কৰে। A.L.A. ৰ network সমগ্ৰ আমেৰিকাত বিয়পি আছে। সকলো লাইব্ৰেৰী কৰ্মী ইয়াৰ সদস্য।

কেলিফৰ্ণিয়া ৰাজ্যখন প্ৰযুক্তি বিদ্যাৰ বিকাশৰ বাবে সুখ্যাত। কৃষিৰ ক্ষেত্ৰত এই ৰাজ্য আগশাৰীৰ। এই কৃষিৰ যোগেদি ৰাজ্যখনৰ অৰ্থনৈতিক দিশ বহুতো উন্নত হৈছে। Water management আন এটা বিষয় যিটোৱে নতুন দিশৰ সূচনা কৰিছে। Hydro-electicity ৰ বিস্তৰ সম্প্ৰসাৰণ হৈ উদ্যোগত অৰিহণা যোগাইছে। শিক্ষাৰ ক্ষেত্ৰটো এই ৰাজ্য আগবঢ়া। বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয় আদিৰে কেলিফৰ্ণিয়া ৰাজ্য শিক্ষাৰ বিষয়ত আগবঢ়া। আমেৰিকাৰ উন্নতি আৰু অগ্ৰসৰত কেলিফৰ্ণিয়াই বিস্তৰ সহায় কৰিছে। সেইবাবে কোৱা হয় California- the American Dream পৃথিবীৰ বিভিন্ন জাতিৰ এই ৰাজ্য মিলন ক্ষেত্ৰ। অনেক ভাৰতীয় ছাত্ৰক লগ পাইছিলো- যিসকলে উচ্চ শিক্ষাৰ বাবে, বৈজ্ঞানীকে গৱেষণাৰ কাৰণে, কেলিফৰ্ণিয়াত আছেহি। অনেকে তাত চাকৰি কৰিছে, দায়িত্বপূৰ্ণ পদপীত অধিষ্ঠিত

হৈছে। পেচেডনাত ভাৰতীয় ছাত্ৰক লগ পাইছিলো- যিসকলে space Technology ৰ কামত ব্ৰতী হৈছে। Berkeley আৰু UCLA ত শিক্ষা বিষয়ত বহুতো গবেষণাৰ কাম চলিছে। ভাৰতীয় লোকো এইবোৰত নিয়োগ হৈছে। কেলিফৰ্ণিয়া ভ্ৰমণ আৰু অধ্যয়ন মোৰ বাবে আছিল যুগমীয়া স্মৃতি। বিদায় সভাত সেয়েহে মোৰ অনুভূতি প্ৰবল হৈছিল। Dr. Vasper ৰে (President A.L.A) মোক ভূয়সী প্ৰশংসা কৰি বক্তৃতা দিছিল। তেওঁ মোলৈ এই বিষয়ত এখন সুন্দৰ চিঠি দিছিল যিখন মই মৰমৰে সংৰক্ষণ কৰিছো।

Los Angeles ৰ পৰা ৰেল যোগে আহি Kansas City ত উপস্থিত হৈছিলো। Domestic Airline ত টিকট আছিল যদিও আমি অভিজ্ঞতাৰ বাবে আমেৰিকাৰ ৰেল সেৱাতে যোৱাটো সিদ্ধান্ত ললো। সাধাৰণতে আমেৰিকানসকল ট্ৰেইনত নুঠে। ব্যস্ততাৰ বাবে Plane তে অহা যোৱা কৰে। প্ৰত্যেকৰে মটৰ গাড়ী আছে। আমি যোৱা ৰেলখনৰ নাম আছিল california Zephyr, বেচৰকাৰী কোম্পানীৰ ৰেল পৰিবহন। যাত্ৰী কম, আৰামদায়ক যাত্ৰা Kansas City ত দিনটো কটাই সন্ধিয়া উৰাজাহাজত উঠি ৱাছিংটন পালোগৈ। আমাৰ লগত কেলিফৰ্ণিয়াৰ পৰা দুগৰাকী Lady Librarian গৈছিল সহায় কৰিবৰ বাবে। ৱাছিংটনত আমি সকলোবোৰ গোট খালো। তাতে আমাৰ শেষ পৰ্যায়ৰ meet হ'ল। Dinner ত যোগ দিলো, State Department ৰ এজন বিষয়া আহি আমাৰ লগত কৰমৰ্দ্দন কৰি Party দিলে। Drink Party চলিল। পিচদিন ৰঞ্জন বৰাৰে ফোন কৰিলো। তেওঁ আহি মোক ভাত খুৱাবলৈ Flat ত লৈ গ'ল। ৰঞ্জন বৰা আৰু লাবণ্যই (ৰঞ্জনৰ স্ত্ৰী) বৰ আথেবেথে পৰিচৰ্যা কৰিলে। কেইটামান উপহাৰো দিলে। মোক হোটেলত থওতে ৰাতি হৈছিল। পিচদিনা আমি নিউ ইয়ৰ্ক লৈ গ'লো। তাতে আমাৰ Group টো ভাগ ভাগ হৈ নিজ নিজ দেশলৈ যোৱা Plane ত উঠিল। আমি তিনিজন (দুজন ভাৰতীয়, এগৰাকী আফ্ৰিকান মহিলা লাইব্ৰেৰীয়ান) নিউ ইয়ৰ্কৰ কেনেডি এয়াৰ পৰ্টত লণ্ডনলৈ যোৱা Pan Am Place ত উঠিলো। কেনেডি এয়াৰ পৰ্ট অত্যন্ত ব্যস্ত বিমান কোঠ Plane উঠোতে নামোতে বহুত পলম হয়। Plane ৰ ভিৰ অত্যন্ত বেছি। নামিবলৈ বা যাবলৈ Plane ৰ বহুত সময়ৰ দৰকাৰ। আমি তাতে Lunch খালো। Plane পলম হোৱাত Lunch ৰ ব্যৱস্থা কৰিছিল। সকলো Formalities শেষ কৰি দুপৰীয়া ২ বজাত Plane ত উঠিলো। বৈ বৈ আমনি লাগিছিল। Plane যাত্ৰা আৰম্ভ হল- লণ্ডন অভিমুখে। আটলাণ্টিক মহাসাগৰৰ ওপৰেদি আকৌ সুদীৰ্ঘ আকাশী পথ।

লণ্ডনত British council য়ে মোৰ বাবে এটা এমহীয়া লাইব্ৰেৰী কাৰ্যসূচী

কৰিছিল। মই অসমলৈ অহাৰ আগতে এই যোগাযোগ কৰি থৈছিলো। মোৰ Passage ৰ বাহিৰে তাত থকা খৰচ তেওঁলোকে বহন কৰিবলৈ মান্তি হৈছিল। এঘৰ ইংলিচ মহিলাৰ Paying Guest হিচাপে মোৰ Bed & Breakfast ৰ বন্দৱস্ত হৈছিল। মই ইতিমধ্যে Home Sick হৈ আহিছো। লণ্ডনত Library Passage টো এমাহৰ ঠাইত ১৫ দিন কৰিবলৈ স্থিৰ কৰিলো। British council ৰ এজন বিষয়াই মোৰ Programme ঠিক কৰি সেইমতে আৰম্ভ কৰিলে। পুৱা ৯ বজাত আহি তেওঁ মোক লৈ গ'ল। Tube (train) ত যোৱা অভিজ্ঞতা আৰম্ভ হ'ল। প্ৰথমতে Tube ত উঠি কিছু অচিনাকী, আচম্ভৰা যেন লাগিলেও পাছত ভাল লাগিল। সকলো যাত্ৰীয়ে নিৰৱতা অবলম্বন কৰিছে। প্ৰায় বিলাকেই হাতত পুৱাৰ বাতৰি কাকত পঢ়াত ব্যস্ত। যাত্ৰীৰ অধিকাংশই নিজ নিজ কৰ্মস্থলীলৈ বুলি ৰাওনা হৈছে। বিষয়াজনে এঠাইত মোক নামিবলৈ কলে। দুয়ো নামি British Council ৰ অফিচ পালোগৈ। কফি আহিল। সকলোৰে লগত চা-চিনাকী হৈ কৰমৰ্দ্দন কৰিলো। মোৰ লগত অন্য এগৰাকী লেডী ওলাল দিনটোৰ কাৰ্যসূচী পূৰণ কৰিবলৈ। লাইব্ৰেৰী পৰিদৰ্শনত প্ৰথমতে তাৰ State Library Organisation ৰ বুজ লবলৈ কেইটামান Brinch Libraries চোৱা হ'ল। চহৰ, সৰু নগৰ আৰু কাণ্ট্ৰিজ (Cities, smaller Towns & Countries Libraries system) লাইব্ৰেৰী সংগঠন আৰু পৰিচালন পদ্ধতিৰ কিছু আভাষ লোৱা হ'ল। কব পাৰি যে ৯৯ ভাগ (শতকৰা) লোক যিহেতু শিক্ষিত, সেইবাবে লাইব্ৰেৰী সেৱাৰ প্ৰয়োজন UK ত বেছি। ১৯১১ চনৰ Copy right Act থকাৰ বাবে পুথিৰ যোগান অপৰ্যাপ্ত। মই লণ্ডনত থকা চমু কালছোৱাত Trinity College, Oxford and Cambridge University Library আৰু বৃটিছ মিউজিয়ম চাবলৈ গৈছিলো। বৃটিছ মিউজিয়াম এটা বৃহৎ লাইব্ৰেৰী। বৃটিছ আইনৰ দ্বাৰা সা-সম্পত্তি, গ্ৰন্থ, হাতে লেখা পুথি আৰু চৰকাৰী নথি পত্ৰ সংৰক্ষিত। ইয়াৰ সংগ্ৰহত পৃথিবীৰ সকলো দেশৰ গ্ৰন্থ-পাতি সযত্নে ৰখা হৈছে। অধ্যয়ন মণ্ডলটো গোলাকাৰ, দেখিবলৈ চমকপ্ৰদ। এটা classic পৰিমণ্ডল ৰক্ষা কৰিবলৈকে British Museum ৰ আৰ্হি আজিও অটুট আছে। ভাৰতীয় ভাষাৰ পুৰণি পুথি গ্ৰন্থ ৰাজিও ইয়াত ৰখা হৈছে। দেশ-বিদেশৰ পৰা গবেষক ইয়ালৈ আহি গবেষণা কৰেহি। পঢ়ুৱৈ অনবৰত আছেই। মই দুঘণ্টামান ঘূৰি পকি সকলোবোৰ section চাব নোৱাৰি হতাশ হৈছিলো। লণ্ডনত থকা সময়খিনি ব্যস্ততাৰ মাজেদি পাৰ কৰিছিলো। Guided tour যোগে Windsor castle, Tower of London, whitehall, Trafalgar square. 10, Downing steet, Hyde Park, House of Magic প্ৰভৃতি চাইছিলো। Windsor Castle গ্ৰেইট বৃটেইনৰ ভিতৰতে এটা বিখ্যাত প্ৰাসাদ। ইয়াৰ এটা ইতিহাস আছে। ৰাজ পৰিয়ালৰ নিবাস বুলি এই প্ৰসাদ প্ৰসিদ্ধ। ইয়াক

এসময়ত কাৰাগাৰ, বিবাহ ভৱন আৰু ৰাজপৰিয়ালৰ কবৰ স্থান ৰূপেও ব্যৱহাৰ কৰা হৈছিল। Tower of London চাই আনন্দ উপভোগ কৰিছিলো।

লণ্ডনত অসমীয়া প্ৰবাসী লোক অনেক আছে। তেওঁলোক বিভিন্ন অঞ্চলত বসবাস কৰিছে। উচ্চ শিক্ষাৰ বাবেও অনেক অসমীয়া ছাত্ৰ-ছাত্ৰী লণ্ডনত আছেগৈ। ইণ্ডিয়ান হাই কমিচন অফিচতো অসমীয়া লোক আছে। লগ পাইছিলো কমল হাজৰিকাক, তেওঁক শ্বিলঙত সঘনাই লগ পাইছিলো। মদান লাবানত তেওঁলোকৰ ঘৰ আছিল। গোটেই ঘৰখনত সাংস্কৃতিক পৰিবেশ। সকলোবোৰ গুণী জ্ঞানী আৰু জনপ্ৰিয় ব্যক্তি। গীত মাতৰ চৰ্চা অনবৰত হৈয়ে থাকে। অসমীয়া কলা-কৃষ্টিৰ প্ৰতি গোটেইবোৰ পৰম অনুৰাগী। কমল হাজৰিকা (বাপটি) এজন সু গায়ক। 'এ জয় ৰঘূৰ নন্দন' নামৰ গীতটো তেওঁ প্ৰথমতে গাই সকলোকে মুগ্ধ কৰিছিল। সত্ৰীয়া সংস্কৃতিৰ ওজা জীৱেশ্বৰ গোস্বামীৰ পৰা তেওঁ এই নান্দী (?) গীতটো শুদ্ধ সুৰত, তাল, মান, লয়ত আয়ত্ত কৰিছিল। 'চেনাই ঐ' ... নামৰ এটা লোকগীত তেওঁৰ প্ৰিয়। এই গীতেৰে তেওঁ অগনণ শ্ৰোতাক আকৰ্ষণ কৰিছিল। তেওঁৰ ঘৰলৈ মোক মাতি নি অসমীয়া খাৰ মাহেৰে ভাত এসাজ খুৱাইছিল। লণ্ডনত তেওঁ বহু বছৰ আছে। কিন্তু নিজৰ কলা-সংস্কৃতিক আদৰ কৰিবলৈ পাহৰা নাই। ল'ৰা-ছোৱালীকো অসমীয়া আৰ্হিত ডাঙৰ-দীঘল কৰিছে। বাপটিৰ তাতে তেওঁৰ ভনী জোঁৱায়েক ৰাণা প্ৰতাপ বৰুৱা আৰু ভণ্টীক লগ পাইছিলো। বৰ ভাল লাগিছিল। ভণ্টী হৈছে বাপটিহঁতৰ মৰমৰ ভনীয়েক। বৰ পাকৈত ছোৱালী। মোৰ পৰিবাৰ জিনুৰ লগত খুবেই ভাল। লণ্ডনত কেইবাঘৰো অসমীয়া পৰিয়ালক লগ পাইছিলো। তেওঁলোকে Assam Association খুলি বিহু প্ৰভৃতি উৎসৱ পাতে। সকলোৰে মাজত অসমীয়া সংস্কৃতি বিৰাজমান। মিলাপ্ৰীতি, খবৰ বাতৰি অব্যাহত আছে। লণ্ডনত মই মাৰ্টিন থিয়েটাৰত ত্ৰিছ বছৰৰো অধিক কাল চলি থকা আগাথাক্ৰিষ্টিৰ "মাউচ ট্ৰেপ" নাটখন চোৱাৰ সুবিধা পাইছিলো। এই বিখ্যাত নাটখন মই অসমীয়ত অভিযোজনা কৰিছিলো "পিঞ্জৰা" নামেৰে। নাটখনে বিশেষ সমাদৰ লাভ কৰিছে। অনেক ৰংগমঞ্চত পিঞ্জৰা সাফল্যেৰে অভিনীত হৈছে।

লণ্ডনত ১৫ দিন ব্যস্ততাৰে থাকি পুথিভঁৰালৰ সেৱাৰ বিষয়ে কিছু অভজ্ঞিতা অৰ্জন কৰি লগতে বিখ্যাত ঠাই কিছুমান চাইমেলি মই বৃটিছ এয়াৰ লাইনৰ যোগে পেৰিছ যাত্ৰা কৰিলো। লণ্ডনত থকা দিন কেইটা বৃটিছ কাউন্সিলে কিছু সহায় কৰিলে। পেৰিছ ভ্ৰমণ মোৰ নিজা খৰচত। এজন ভাৰতীয় বন্ধুও মোৰ লগতে ওলাল। তেওঁৰ লগত লণ্ডনতে চা-চিনাকি হৈছিল। তেৰোঁ পেৰিছ চহৰ চাবলৈ মোৰ লগত যোগ

দিলে। যাত্ৰা পথ দুয়োৰে ভাৰতবৰ্ষ।

পেৰিছ চহৰত "হোটেল চিচিলে"ত নামিলো। Air Port ত তে Travel Agent য়ে ঠিক কৰি দিছিল। ফৰাচী দেশত ফৰাচী ভাষাৰ প্ৰাধান্য বেছি। ইংৰাজী সকলোৱে নাজানে বা জানিলেও কব নোখোজে। নিজৰ ভাষাৰ প্ৰতি তেওঁলোকৰ অকৃত্ৰিম শ্ৰদ্ধা আৰু আদৰ আছে। নিজৰ মাতৃ ভাষাৰ প্ৰতি তেওঁলোক অত্যন্ত সজাগ। আমি, মানে মই আৰু বন্ধু মিঃ ব্যানাৰ্জী (যিজনক মই লণ্ডনত লগ পাই বন্ধুত্ব পাতিছিলো দুয়ো ভাৰতলৈ বুলি উভতিছো) হোটেল চিচিলত একেলগে থাকিলো এটা 'ডবল বেড' ৰুমত। হোটেলটো মজলীয়া বিধৰ, মেনেজাৰে ইংৰাজী কব পাৰে। তেওঁ আমাৰ আগমনক স্বাগতম জনালে আৰু পেৰিছ চহৰ চাবলৈ সুবিধা কৰি দিলে। হোটেলতে কেইবাটাও ট্ৰেভেলছ এজেণ্ট আছে। তাৰে এটাক discounted basis ত আমাক চহৰখন দেখুওৱা দায়িত্বভাৰ অৰ্পণ কৰিলে। আমাৰ পেৰিছ চহৰত ৭ দিন থকা কথা। Air Ticket ৰ বাবে দুদিন বেছি থাকিব লগা হ'ল। Air France ত টিকট আছিল। পেৰিছৰ পৰা Frak furt যাব লাগিব। আমাৰ খৰচ অলপ বাঢ়িল। ফৰাচী ভাষা নজনাৰ ফলত যি বিচাৰে তাকে দিব লাগে। আমি পিচদিনা পুৱা ৬ বজাত যাত্ৰা আৰম্ভ কৰিলো চহৰ চাবলৈ। গাড়ীত যাত্ৰী ২৫ জন, নানা দেশৰ পৰা পেৰিছ চহৰ চাবলৈ আহিছে পৰ্যটকৰ দল। বাছৰ Guide এগৰাকী ইংৰাজী জনা ফৰাচী মহিলা; বেছ স্মাৰ্ট আৰু সহযোগ সম্পন্না। বৰ্ণনা কাব্যিক আৰু মনোগ্ৰাহী। আমাৰ প্ৰগ্ৰেম তিনি দিনৰ বাবে। মোৰ হাতত পৰ্যাপ্ত পৰিমাণৰ ডলাৰ আছিল। (Travellar Cheques) আকৌ বিদেশলৈ ক'ত অহা হব বুলি ভাবি কৃপণালি নকৰি চহৰখন ভালকৈ চাবলৈকে স্থিৰ কৰিলো। ব্যানাৰ্জীও ৰাজী হল। ধনী ঘৰৰ লৰা, লণ্ডনত থাকে। এতিয়া মোক লগ পাই কলিকতাত থকা (বালিগঞ্জ এলেকা) নিজ ঘৰলৈ আহিছে কিছুদিনৰ বাবে। বিয়া ঠিক হৈ আছে। আমাৰ ভ্ৰমণ সূচী দুভাগত বিভক্ত। এভাগ চহৰৰ ভিতৰত আন ভাগ চহৰৰ বাহিৰত। প্ৰথমদিনৰ কাৰ্যসূচীত আছিল মিউজিয়াম চোৱা। পেৰিছ চহৰ মিউজিয়ামৰ ঠাই। অনেক যাদুঘৰ আছে। The Louvre, "Musee d' orsay, Marmotan Monet. The Picasso Museum, Rodin Museum আদি সু-বিখ্যাত। Louvre চাবলৈ কেইবা ঘণ্টাও লাইনত ৰব লগাত পৰিছিল। পৃথিবীৰ এই মিউজিয়াম বাস্তৱিকতে অদ্বিতীয়। প্ৰবেশ মূল্য ৪৯ Francs (মানে ৭ ডলাৰ)। সপ্তাহত মংগলবাৰৰ বাহিৰে বাকী আটাইকেইদিন খোলা থাকে। পুৱা ৯ বজাত দুৱাৰ মেল খায়। ৰাতি ৯-৩০ মিনিটত বন্ধ হয়। মানুহে Louvre ত প্ৰবেশ কৰিবলৈ পুৱাৰে পৰা লাইন পাতে। Tourist হিচাপে আমি কিছু

সুবিধা পাইছিলো প্রবেশৰ ক্ষেত্ৰত। Guide মহিলা গৰাকীয়ে Manage কৰি দিলে। Louvre ত ফৰাচী চিত্ৰকাৰ সকলৰ অংকিত চিত্ৰ সমূহ আছে। মনালিছাৰ চিত্ৰখনো সযত্নৰে ৰখা হৈছে। ১৯ আৰু কুৰি শতিকাৰ ফৰাচী কলাৰ এটা সম্পূৰ্ণ প্ৰদৰ্শনী ইয়াত সংৰক্ষিত হৈছে। সকলোবোৰ চিত্ৰ চাবলৈ অনেক দিন লাগে। আমি ৪ ঘণ্টাতে এটা Bird's eye view উপভোগ কৰিলো। চিত্ৰ কলাৰ লগত জড়িত শিল্পী সকলৰ বাবে Louvre স্বৰ্গপুৰী। গুৱাহাটীৰ যশস্বী চিত্ৰকাৰ সমীৰণ বৰুৱা অলপতে ফৰাচী দেশলৈ গৈছিল। তেওঁ এই বিষয়ে চিন্তা-চৰ্চা কৰি, দেখি শুনি এলানি প্ৰবন্ধ লিখিছে। Musee d' Orsay আন এটা Art Museum ইয়াতো আছে। ফৰাছী চিত্ৰকাৰ সকলৰ বিতোপন সৃষ্টি। ইয়াত প্ৰবেশ মূল্য ৩৩-৪৫ Francs; ৰবিবাৰেও খোলা থাকে। দৰ্শকৰ ভিৰ যথেষ্ট চকুত পৰিল। Picasso Museum আন এটা বিখ্যাত যাদুঘৰ। পিকাছোৰ অধিক সংগ্ৰহ আপুৰুগীয়া। চিত্ৰ ইয়াত সময় অনুযায়ী সজোৱা আছে। আমি এই যাদুঘৰত প্ৰায় ২ ঘণ্টা অতিবাহিত কৰিছিলো। গাইডে সকলোবোৰৰ বিহংগম দৃষ্টিৰে আমাক বৰ্ণনা দি গৈছিল।

পেৰিছ চহৰৰ বিখ্যাত স্তম্ভ Eiffel Tower নাচালে, ভ্ৰমণ সম্পূৰ্ণ নহয়; প্ৰায় ৩০০ মিঃ উচ্চ এই বিতোপন স্তম্ভটো seine নদীৰ কাষত অৱস্থিত। ১৯ শতিকাত ফৰাচী স্থাপত্যৱিদ Gustave Eiffel য়ে লোহাৰে ইয়াক তৈয়াৰ কৰিছিল- ফৰাচী ইঞ্জিনীয়াৰিং বিদ্যাৰ চমকপ্ৰদ প্ৰগতি প্ৰদৰ্শন কৰাৰ অভিলাষত। ইয়াক চাবলৈ ওপৰলৈ যাবৰ বাবে elevator আছে। ইয়াৰ পৰা দূৰৰ দৃশ্য চাবলৈ বেছ ভাল লাগে। বিজয় তোৰণ (Arch of Triumph) ফৰাচী সম্ৰাট নেপলিয়নে বিজয় যাত্ৰাৰ চিহ্ন স্বৰূপে ১৮০৬ চনত Arc de Triomph নিৰ্মাণ কৰাইছিল। নিৰ্মাণ কাৰ্যত ত্ৰিছ বছৰৰো অধিককাল লাগিছিল। চাৰিটা গম্বুজৰ গাত খোদিত আছে ফৰাচী স্থাপত্যৰ অপূৰ্ব নিদৰ্শন। এই চাৰিটা গম্বুজে বিজয়, প্ৰতিৰোধ, শান্তি আৰু ভলণ্টিয়াৰ সকলৰ স্বদেশ ভূমিলৈ প্ৰত্যাবৰ্তন সূচাইছে। এই বিজয় তোৰণৰ গাত লিপিবদ্ধ কৰি থোৱা আছে জয়ৰ গৌৰৱ কাহিনী, সম্ৰাট নেপলিয়ানৰ দিনৰ আৰু বিপ্লৱৰ সময়ৰ যুদ্ধ জয়ৰ আনন্দৰ বতৰা। বীৰ সেনাধ্যক্ষ (৫৫৮ গৰাকী) সকলৰ গৌৰৱময় প্ৰাণ বলিদান। Versailles ত যেনেকৈ লুই বংশীয় ৰজাৰ কলংকিত কাহিনী আৰু প্ৰজা বিদ্ৰোহ প্ৰতিফলিত হৈছে, তেনেকৈ Arc de Triomph ত প্ৰতিফলিত হৈছে ফৰাচী সম্ৰাট নেপলিয়ানৰ বীৰত্ব আৰু দেশপ্ৰেমৰ কাহিনী। Arc de Triomph তিনিটা Arches য়ে নিৰ্মিত, প্ৰায় ৭০ ফুট বহল, ৬৩ ফুট উচ্চ আৰু ২৪ ফুট দ'। ইয়াৰ বাহিৰে সৰু সৰু কেইবাটাও Arch আছে। সকলোবোৰ column গোলাপী ৰঙৰ মাৰ্বল পাথৰেৰে

খোদিত কৰা। এই বিখ্যাত কীৰ্তিস্তম্ভ যিটোৱে নেপলিয়নৰ বিজয় যাত্ৰা চিহ্নিত কৰি ৰাখিছে উঠি চাবলৈ মনোৰম। পইচা ভৰি টিকট লব লাগে। ওপৰৰ পৰা সন্মুখত থকা বৃহৎ ৰাজপথ উপভোগ কৰিছিলো। সন্ধিয়াৰ পেৰিছ চহৰখন স্বৰ্গপুৰী বুলি কোৱা হয়। ৰাজপথৰ দুয়োকাষে মুকলি ঠাইত (চোতাল) ৰেষ্টোৰাৰ লাইন। ইয়াত সন্ধিয়াৰ লগে লগে ডেকা-গাভৰুৰ ভিৰ আৰম্ভ হয়। চোতালত শাৰীকৈ সজোৱা থাকে খোৱা টেবুল চকী। ফৰাচী জাতিৰ মাজত খোৱাৰ চখ প্ৰবল। খোৱাৰ ব্যৱস্থাও দীঘল, বহু বিধ খাদ্যৰে পৰি পূৰ্ণ। ফৰাচী ব্ৰেড বৰ জুটি লগা, লগত নানা বিধ ব্যঞ্জন। খোৱা টেবুলতে ডেকা গাভৰুৰ প্ৰেমালাপ, আড্ডা, গীত ৰাদ্য প্ৰভৃতি। ফুলৰ প্ৰতি তেওঁলোকৰ আগ্ৰহ প্ৰবল। আলিৰাটত ফৰাচী গাভৰুৱে ফুল বিক্ৰী কৰি গ্ৰাহকৰ মন আকৰ্ষণ কৰে। অনেক ৰংচঙীয়া ফুলৰ তোড়া বিক্ৰীৰ বাবে ফৰাচী গাভৰুৱে চাহৰ টেবুলৰ মাজে মাজে ঘুৰি ফুৰা দেখিছিলো। ফৰাচী সকল প্ৰাণৱন্ত জাতি, সন্দেহ নাই। তুলনামূলভাৱে দেশখনত গীৰ্জাৰ পয়োভৰ বেছি। অনেক পুৰণি আমোলৰ গীৰ্জা ফৰাচী দেশত সুৰক্ষিত হৈ আছে। আমি চাইছিলো নট্ৰেড্ৰাম কেথেড্ৰেল। এই গীৰ্জা পৃথিবী বিখ্যাত। গথিক আৰ্হিত এই গীৰ্জা ঘৰ তৈয়াৰ কৰা হৈছিল। বেৰত বাইবেলৰ চিত্ৰাংকণ। খোদিত চিত্ৰবোৰৰ আঁৰত একো একোটা ধৰ্মীয় কাহিনী সোমাই আছে। আমি চহৰৰ আঁতৰত অৱস্থিত Versailles লৈ গৈছিলো। এই ক্ষেত্ৰখন estate চাবলৈ বহুতো সময় লাগে। চতুৰ্দশ লুইৰ আমোলত এই ক্ষেত্ৰ তৈয়াৰ কৰা হৈছিল। পাছত পঞ্চদশ আৰু ষষ্ঠত লুইৰ দিনত ইয়াৰ সম্প্ৰসাৰণ ঘটে।

ক্ষেত্ৰখন ঘূৰি পকি চাবলৈ ভিতৰত ৰেল চলে। আজিকালি অৱশ্যে বহুতো সুবিধা ওলাইছে R.E.R. ট্ৰেইন প্ৰবৰ্তন হৈছে। লুই বংশৰ ৰজাই পেৰিছ চহৰৰ বাহিৰত Versailles নামৰ বৃহৎ এলেকাটো নিৰ্মাণ কৰাই ইয়াক আমোদ প্ৰমোদৰ বাবে সকলো সুবিধা স্থাপন কৰি লৈছিল। জাতীয় ধনৰ অপব্যয় কৰি দেশখনকে লুই বংশীয় ৰজাই দেৱলীয়া কৰিছিল। অনেক আমোদ-প্ৰমোদৰ বাবে কলা শিল্পৰ অসদ ব্যৱহাৰ কৰা দৃষ্টান্ত ইয়াত সোমাই আছে। ফৰাচী বিপ্লৱৰ ইতিহাসত এই নিৰ্দয় ঘটনা সোমাই আছে। প্ৰাসাদবোৰ সু-সজ্জিত নানা মাৰ্বল (Rose Marble) চিত্ৰ কলাৰে পৰিপূৰ্ণ। আমি চাৰি ঘণ্টামান Versailles ত আছিলো। গাইডে ইয়াৰ লগত জড়িত ফৰাচী জাতিৰ কৰুণ কাহিনী আমাক কৈ গৈছিল। ইয়াত কেনেকৈ ফৰাছী প্ৰজাৰ চিন্তা-ভাৱনা, খোৱা বোৱাত অপচয়, স্বভাৱ চৰিত্ৰ, শিক্ষা-দীক্ষা, ষ্টাইল, পিন্ধন উৰণ ধূন পেচ যৌন ব্যভিচাৰ প্ৰেম-প্ৰীতি, ৰাগ-অভিমান, মাত্ৰাধিক লাহ-বিলাস সোমাই আছিল তাৰ বৰ্ণনা আমাক দি গৈছিল।

মোৰ পেৰিছ চহৰত থকা দিন শেষহৈ আহিল। শেষৰ ডেৰ দিন তাৰ লাইব্ৰেৰী চাবলৈ স্থিৰ কৰি গাইডক কোৱাত তেওঁ আগ্ৰহেৰে মোক সহায় কৰিলে। লগত ব্যানাৰ্জীও ওলাল। লাইব্ৰেৰীলৈ যোৱা কাৰ্যসূচী সম্পূৰ্ণ informal, ফৰাচী দেশত লাইব্ৰেৰীৰ স্থান বহু প্ৰাচীন। বিশ্ব সাহিত্যত উল্লেখযোগ্য অৰিহণা আগবঢ়োৱা ভলটায়াৰ, ৰুচো, বালজাক, হুগো, দুমা প্ৰভৃতি আছিল ফৰাচী সাহিত্যৰ অন্যতম কালোতীৰ্ণ প্ৰবাদ পুৰুষ। লাইব্ৰেৰীৰ ক্ষেত্ৰত এই দেশৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। পেৰিছত অৱস্থিত Bibliotheque Nationale এটা পৃথিৱী বিখ্যাত পুথিভঁৰাল। ইয়াৰ বাহিৰেও আছে The Libraries of the Arsenal, the opera, The Stras bourg university Library, National Librares প্ৰভৃতি। State Libraries, Institute Libraries আদিৰে ফৰাচী পুথিভঁৰাল সেৱা পৰিপুষ্ট। মই মাত্ৰ Bobliotheque Nationale লৈহে গৈছিলো। বৃহৎ অনুষ্ঠান বিভিন্ন সংগ্ৰহ আৰু দুষ্প্ৰাপ্য গ্ৰন্থেৰে ভৰপূৰ। পৃথিবীৰ বিখ্যাত সাহিত্য সম্ভাৰ ইয়াত সংগৃহীত কৰা হৈছে। পুৰণি বিশ্ববিখ্যাত সাহিত্যিক সকলৰ ৰচনাৰ ফৰাচী সংস্কৰণ সমূহ ইয়াত ৰখা হৈছে। কবিগুৰুৰ 'গীতাঞ্জলী' কিতাপখনো চকুত পৰিল। মহাত্মা গান্ধী, লিংকন আদিৰ বিষয়ে কিতাপ চকুত পৰাকৈ সজোৱা আছে। ভাষা সমস্যাৰ বাবে বাৰ্তালাপত অসুবিধা হৈছিল। গাইডৰ সহায়ত কিছু ধাৰণা লব পাৰিলো। অধ্যাপনা কক্ষত পঢ়ুৱৈ যথেষ্ট সৰহ। আজিকালি পুথিভঁৰাল সেৱাত নতুন নতুন পদ্ধতি প্ৰবৰ্তন হৈছে, আধুনিক সেৱা দ্ৰুত গতিত ব্যৱহাৰ হৈছে। Department of French Libraries ৰ অধীনত ৰাজহুৱা পুথিভঁৰাল সেৱাই ফৰাচী দেশত জনহিতকৰ কামত বহুতো আগ বাঢ়িছে। এটা সাধাৰণ অভিজ্ঞতা লাভ কৰিলো। দুঘণ্টাত কি হবনো ?

হোটেলৰ মেনেজাৰে কলে, পেৰিছত নাইট ক্লাব চাই যাওক। ভাল লাগিব। তেওঁ দুটা টিকট অনাই দিলে। সাধাৰণ দৰ্শকৰ বাবে। ক্লাবটোৰ নাম আছিল 'Lido'। সুৰা আৰু নাৰীৰ পয়োভৰ। কে ৰাৰে নাচ, গা-ৰাইজায় কৰা সংগীতৰ ধ্বনি, অৰ্দ্ধনগ্ন যুৱতীৰ নৃত্যভংগীমা। আমাৰ বহুত সঞ্চিত ডলাৰ ক্ষয় হল- হোটেললৈ উভতি আহোতে ৰাতি ২-৫০ বাজিল এক বিস্ময়পূৰ্ণ অভিজ্ঞতা।

পেৰিছৰ ব্যস্ততা পূৰ্ণ দিন কেইটা কেনেকৈ অতিবাহিত হ'ল গমকে নাপালো। ইমানবোৰ বিখ্যাত সম্পদেৰে চহকী, কলা-সংস্কৃতিৰ ফৰাচী দেশ গভীৰ ভাৱে উপভোগ কৰিবলৈ সময়ৰ অতি প্ৰয়োজন আৰু ফৰাচী ভাষাটো জানি লোৱা। ফৰাচী ভাষা নাজানিলে ভ্ৰমণ সম্পূৰ্ণ নহয়। ইংৰাজী ভাষাৰে কাম নচলে। আমাৰ গাইড মিচ্ ৰেইছি (Mary Riesi) ৰ সহায়ত যি দেখিলো, যি শুনিলো সেইয়াই মোৰ

বাবে পেৰিছ ভ্ৰমণৰ গৌৰৱময় অধ্যায়, স্মৰণীয় দৰ্শন। মিচ ৰেইছি বৰ অমায়িক, সুন্দৰ ব্যৱহাৰ, সুদক্ষ গাইড, সকলোবোৰ তেওঁ আমাক ইংৰাজীতে বুজাই গৈছিল। মাক ফৰাচী দেশৰ, বাপেক ইংলিচ। মাক-বাপেকৰ বিবাহ-বিচ্ছেদ হৈছে। মাকে অফিচ এটাত সাধাৰণ চাকৰি কৰে। ৰেইছিৰ ভায়েক এটা, সি ৰোমানিয়াত কাম কৰে। তাতে সি স্থায়ীভাৱে থাকিবলৈ লৈছে। ৰেইছিয়ে বিয়া কৰোৱা নাই। পঢ়া-শুনা কৰি বৰ্তমান ৰেজিষ্ট্ৰাৰ্ড গাইড হৈ হোটেলত কাম কৰে, পৰ্যটকক সহায় কৰে। লাইব্ৰেৰী চাই মেলি অহাৰ পাছত আমি মিচ ৰেইছিক সন্ধিয়া সাজ আহাৰ একেলগে খাবলৈ নিমন্ত্ৰণ কৰিলো। হোটেলৰ কাযতে এখন ভাল ৰেষ্টোৰা আছিল। আমি তাতে টেবুল বুক কৰি আহিলো আৰু ৰাতি ৮ বজাত তাতে মিলিত হৈ ডিনাৰৰ অৰ্ডাৰ দিলো। ৰেইছিও ঘৰৰ পৰা পাক এটা মাৰি আহিলগৈ। তেওঁ এইবাৰ স্কাৰ্টৰ বদলি অন্য ধুনীয়া পোছাক পৰিধান কৰি আহিছিল। তেওঁক এই সাজপাৰত সুন্দৰ লাগিছিল। টেবুলত আমি বহুতো ঘৰুৱা কথা বতৰা পাতিলো। ৰেইছিয়ে তেওঁৰ কষ্টকৰ জীৱনৰ কথা আবেগেৰে বৰ্ণনা কৰিলে। ভাৰতবৰ্ষলৈ তেওঁ এবাৰ আহিবৰ বৰ হেপাহ। ব্যানাৰ্জীয়ে কোলকাতালৈ নিমন্ত্ৰণেই কৰি পেলালে। ব্যানাৰ্জীয়ে ৰবীন্দ্ৰ সংগীত গুণগুণালে। ৰেইছিৰ গীত মাতত খুউব আগ্ৰহ। তেৰো এটা গীত গালে। গীতৰ অৰ্থ আমাক বুজাই দিলে। এটা প্ৰেমৰ গীত, প্ৰেমিকাই প্ৰেমিকক লগ নাপাই দুখত গীত জুৰিছে। ফৰাচী দেশত খোৱা পৰ্ব বেছ আড়ম্বৰ পূৰ্ণ। কম খৰচতে পেট ভৰাই খাব পাৰি। বিয়েৰ খোৱা হল। তাৰ পাছত শাক-পাচলিৰ এখন চুপ। টেবুলত এই চুপৰ গোন্ধে আমাক সহজতে ভোজন-বিলাসী কৰি পেলালে। বেগেট নামৰ ফৰাছী খ্যাত ৰুটি, চিজ আৰু আন আন সুস্বাদ আহাৰ। খাওতেই আমাৰ ৪ ঘণ্টা সময় লাগিল। এইয়া আছিল আমাৰ বিদায় লোৱা সময়। খোজকাঢ়ি আমি হোটেল পালোহি। ৰেইছিও আহিল। হোটেলতে আমি কৰমৰ্দন কৰি আবেগেৰে তেওঁৰ পৰা বিদায় ললো। মই এখন স্কাৰ্ফ কিনিছিলো। সেইখন ৰেইছিক উপহাৰ দিলো। তেওঁ আমাক দুয়োকে দুটা সৰু, অথচ চকুত লগা ফৰাচী দেশীয় উপহাৰ দিলে। এটা Comic Figure ৰ পুতলা। বিদায় পৰ্ব শেষ হল। ৰাতিও ভালেখিনি পলম হল। আমি ৰেইছিক বিদায় দিবলৈ মূল আলিবাট পালোহি। সকলোৰে মনত বিদায়ৰ বেজাৰ। লাহে লাহে ৰেইছি আঁতৰ হ'ল। আমি তেওঁ যোৱালৈ চাই আছিলো। ৰাতি হলেও পেৰিছ চহৰ জিলিকি থাকে। আলিবাটত জন সমাগম।

পিচদিনা পুৱা ৯ বজাত আমি হোটেল এৰিলো। প্ৰায় ৯ দিনৰ খৰচ গধূৰ হৈছিল। তথাপি আপছোচ নাই। এটা নতুন চমকপ্ৰদ ভ্ৰমণ। পেৰিছত থকা দিনকেইটা!

কেতিয়াও পাহৰিব নোৱাৰিম। Air France বিমানত সময়তে উঠি আমি দুয়ো Frankfurt পালোহি। ব্যানাৰ্জীৰ আগতীয়া বতৰা পাই তেওঁৰ আত্মীয় এজন বিমান বন্দৰত অপেক্ষা কৰি আছিল। Formalties পাৰ হওতে কিছু সময় লাগিছিল। তথাপি Custom বিষয়া সকল যথেষ্ট ভদ্ৰ আৰু সদালাপী, ব্যানাৰ্জীৰ আত্মীয়জন কেইবা বছৰো বাৰ্লিনত আছে। তেওঁ ভাৰতীয় হাই কমিছনত চাকৰি কৰে। আমাক তেওঁ চহৰৰ (West Barlin) এক্কা (EACCA) নামৰ মজলীয়া বিধৰ হোটেল এটাত থকাৰ ব্যৱস্থা কৰি দিলে। আমাক থৈ তেওঁ দ্রুত বেগেৰে গাড়ী চলাই কামলৈ গ'ল। সন্ধিয়া আহিব বুলি কৈ গল। হোটেলৰ গৰাকী এগৰাকী জাৰ্মান মহিলা, আদবয়সীয়া, আমি নাম ভৰ্তি কৰি আগধন দিব লগা হৈছিল। এদিনৰ আগধন দিয়া নিয়ম। এটা দুজনীয়া থাকিব পৰা কোঠা ভাড়া কৰিলো। চহৰৰ কেন্দ্ৰস্থলতে হোটেল খন অৱস্থিত। ঠাণ্ডা বতাহ থাকিলেও বতৰ ফৰকাল, আকাশ নিৰ্মল। আমি চাহ বিস্কুট খালো। প্লেনত গধুৰ ব্ৰেকফাষ্ট খায়েই আহিছো। গা ধুই ভাল লাগিল। গৰম ঠাণ্ডা পানীৰ ভাল ব্যৱস্থা আছে। দুয়ো কিছু সময় বিশ্ৰাম লোৱা প্ৰয়োজন অনুভৱ কৰিলো। বিচনাত পৰাৰ লগে লগে টোপনি আহিল। ব্যানাৰ্জীৰ নাকৰ শব্দ মোৰ কাণত বাজিল। এইটো তেওঁৰ অভ্যাস। বিচনাত পৰিলেই টোপনি আহে, লগে লগে নাক বাজে।

ব্যানাৰ্জীৰ আত্মীয় মিঃ শান্তনু চাটাৰ্জী বিয়লি আহি তেওঁৰ গাড়ীৰে আমাক ফুৰবালৈ লৈ গল। সেই সময়ত জাৰ্মান দেশ বিভক্ত অৱস্থাত। ৱেষ্ট বাৰ্লিন আৰু ইষ্ট বাৰ্লিন। দুয়োৰে মাজত বাৰ্লিন দেৱাল (Berlin wall)। যুদ্ধত সম্পূৰ্ণ বি ধস্ত হৈ জাৰ্মানী দুভাগত বিভক্ত হৈছিল। আমি ৱেষ্ট বাৰ্লিনত নামিছিলো। পৰবৰ্তী কালত বাৰ্লিন দেৱাল ভাঙি পেলোৱা হল আৰু দুয়ো খণ্ড একগোটলৈ পৰিণত কৰা হল। ৱেষ্ট বাৰ্লিন আমেৰিকাৰ ধনেৰে এখন আধুনিক চহৰ হৈ পৰিল। সেই তুলনাত ৰুচিয়াৰ প্ৰতিপত্তি থকা ইষ্ট বাৰ্লিন সিমান উন্নতি হোৱা নেদেখিলো। বাৰ্লিনত মিউজিয়াম আৰু গেলেৰি অনেক আছে। দুই বাৰ্লিন সংযুক্ত হোৱাৰ পাছত বাৰ্লিন চহৰখন জাৰ্মানীৰ ৰাজধানী হৈ পৰিল। মিঃ চ্যাটাৰ্জীয়ে জাৰ্মান ভাষা বঢ়িয়াকৈ কব পাৰিছিল। জাৰ্মান দেশত ইংৰাজী ভাষা জনা মানুহ আছে। ফৰাচী দেশৰ দৰে ইয়াত ভাষা প্ৰয়োগত অসুবিধা নাই। বাৰ্লিন Souvenirs কিনি চাই ললো। তাত উল্লেখ মতে প্ৰায় ১৭০ টা মিউজিয়াম আৰু আৰ্ট গেলাৰি আছে। প্ৰায়বোৰ সোম বাৰে বন্ধ থাকে। পুৰণি কালৰ পৰা বৰ্তমান সময়লৈকে জাৰ্মান কলা-কৃষ্টিৰ এটা ইতিহাস এইবোৰে দাঙি ধৰিছে। আমি মাত্ৰ তিনিটা মিউজিয়ামহে চালো। এই তিনিটা আছিল Puppet theatre Museum, Egyptian museum, New National museum. ৱেষ্ট বাৰ্লিনত তেনেকৈ

পুৰাতাত্ত্বিক যাদুঘৰ নাই। Kaiser ভৱনৰ ধ্বংঅৱশেষৰ মাজেদি ২য় মহা সমৰৰ কৰুণ ঘটনাৰ স্মৰণ কৰিব পাৰি। বৰ্তমান জাৰ্মানী এখন উন্নতশীল ৰাষ্ট্ৰ। কলা, সংস্কৃতি, প্ৰযুক্তি বিদ্যা, বিজ্ঞান আদিত দেশখনে বৰ্তমান বহুতো সুখ্যাতি লভিছে। আমি তাত তিনিদিন আছিলো। এদিন coach ত টিকট লৈ আমি বাৰ্লিন গেট পাৰ হৈ ইষ্ট বাৰ্লিনখন এবাৰ চাই আহিলো। পৰ্যটকৰ বাবে সোমোৱাৰ বিশেষ পাছ আছে। মিঃ চ্যাটাৰ্জীয়ে সকলো সুবিধা কৰি দিলে। ৱেষ্ট বাৰ্লিনৰ তুলনাত ইষ্ট বাৰ্লিন বহুত অনগ্ৰসৰ। আমাৰ চকুত মহাসমৰৰ হিটলাৰী শাসনৰ ধ্বংসলীলা ভাহি উঠিছিল। Coach ত গাইডে আমাৰ চাবলগীয়া ঠাইবোৰ দেখুৱাই গৈছিল। মাজতে দুপৰীয়াৰ লঘু আহাৰ খাবলৈ এটা মুকলি ৰেষ্টোৰাত আমাক আধা ঘণ্টা নমাই দিলে। পাছত আমাক অন্য ঠাইলৈ লৈ গৈ ২য় মহাসমৰে ধবংস কৰা ঠাইবোৰ দেখুৱালে। ৰাইনা নদীৰ প্ৰসংগত গাইডৰ মুখত শুনিলো যে এই নদীখনে ৩৩০ মাইল জুৰি জাৰ্মান দেশৰ জীৱন ধাৰাক বহু প্ৰকাৰে প্ৰভাৱান্বিত কৰিছে। পূবৰ পৰা পশ্চিমলৈ বৈ থকা এই নদীখনৰ লেটিন নাম আছিল "Moenus" ইয়াৰ অৰ্থ, Charming। নদীখনক ৰোমাণ্টিক নদী বুলি কোৱা হয়; (Romantic River) অতীতৰ বহুতো কাহিনী ইয়াৰ লগত সাঙোৰ খাই আছে। জাৰ্মান বাসীৰ ঘৰ-বাৰী, খেতি পথাৰ, গীৰ্জা ঘৰ, বাগিছা, গীত মাত অট্টালিকা ৰাজপ্ৰাসাদ, যুদ্ধ বিগ্ৰহ ধবংস প্ৰাপ্ত চহৰ-নগৰ সকলোবোৰ নদীখনৰ লগত চিনাকি। জাৰ্মানীৰ অতি মনোৰম এই ৰাইন নদী। জাৰ্মানীৰ সাংস্কৃতিক জীৱন নদীখনে কঢ়িয়াই ফুৰিছে। জাৰ্মানীৰ চাৰিখন প্ৰধান নদী যথা - The Rhine, Weser, Danube আৰু Mosel

জাৰ্মান দেশৰ জলপথ বিখ্যাত, তাৰ বেহা-ৰেপাৰ, বাণিজ্য আৰু কৃষিৰ ক্ষেত্ৰত। অনেক প্ৰাচীন দুৰ্গ, ৰাজপ্ৰাসাদ, আঙুৰৰ বাগিছা এই নদী কেইখনৰ দুয়োপাৰে অৱস্থিত।

ৰাইন নদীয়ে ১৯ শতিকাৰ জাৰ্মান চিত্ৰকাৰ, কবি, গীতিকাৰ প্ৰভৃতিক সৃষ্টি কৰ্মৰ ক্ষেত্ৰত অনুপ্ৰাণিত কৰিছিল। নদীখনৰ মনোমোহা দৃশ্যাৱলীয়ে কবি, গায়ক, গীতিকাৰ, শিল্পীক নতুন উৎসাহ যোগাইছিল। অনেক সাধুকথা নদীখনক কেন্দ্ৰ কৰি প্ৰচলন্তি হৈ আছে। আজিও ৰাইন উপত্যকা পৰ্যটকৰ বাবে আকৰ্ষণীয় ঠাই। Weser নদীৰ পাৰতে গ্ৰীম ব্ৰাদাৰ্ছে তেওঁলোকৰ বিখ্যাত Fairy Tales ৰচনা কৰি অমৰ হৈ আছে। গ্ৰীমৰ জন্ম স্থান এই Weser নদীৰ পাৰতে আছিল। ইয়াৰ পাৰত থকা আলিবাটটোৰ নাম ৰখা হৈছে- Fairy Tale Road. আমাৰ মহাবাহু ব্ৰহ্মপুত্ৰ খনলৈ মনত পৰিল! ইয়াৰ ইতিহাসো কম নহয়। সুখ-দুখ, হাঁহি-কান্দোন, বেজাৰ

হুমুনিয়াম, নাচ-গান সকলো আমাৰ বৰনৈ খনে বহন কৰিছে। বানপানী আনি দুখ দিছে, ইফালে শস্য পথাৰ সাৰুৱা কৰিছে। ইয়াৰ দুয়োপাৰে কিমান কাহিনী সোমাই আছে, ভাবিলে বিস্ময় লাগে। ব্ৰহ্মপুত্ৰ নদীখনো আমাৰ বাবে অতিকে চেনেহৰ, অতিকে আদৰৰ! লোক গীতৰ মেটমৰা ভৰাল আমাৰ বৰনদীখন!

আমাৰ শেষ Stopage আছিল বিখ্যাত বাৰ্লিন থিয়েটাৰ- Berliner Ensemble. সন্ধিয়া লাগিছে, তাত থিয়েটাৰ চাবলৈ দৰ্শক গোট খাইছে। আমি তাতে লগ পালো মাৰ্কিন দেশৰ পৰা অহা এটা পৰ্যটকৰ দল। নাটকত অত্যন্ত আগ্ৰহী। লগত বাৰ্লিনৰ এগৰাকী চৰকাৰী বিষয়াই দলটো লৈ আহিছে নাটক অধ্যয়নৰ বাবে। আমিও সেই দলতে যোগ দিলো কিছু কথা জনাৰ কৌতুহলৰ বাবে। "বাৰ্লিনৰ এন্‌চেমবোল" স্থাপন কৰিছিল বাৰটোল্ড ব্ৰেখটে, ১৯৪৯ চনত। ব্ৰেখট আছিল আধুনিক য়ুৰোপৰ এগৰাকী তৰ্ক বিতৰ্কেৰে বিখ্যাত বামপন্থী ভাৱধাৰাৰ নাট্যকাৰ। এপিক থিয়েটাৰ প্ৰবৰ্তন কৰি ব্ৰেখটে এক নতুন নাট্যধাৰা প্ৰবৰ্তন কৰিলে। আছুবাৰ্গত জন্ম লোৱা এইগৰাকী পৃথিৱী খ্যাত নাট্যকাৰে বহুতো নাটক ৰচনা কৰি বাৰ্লিনৰ এন্‌চেম্ বোলত অভিনয় কৰাইছিল। প্ৰায় ত্ৰিশখনৰো অধিক নাটকৰ ভিতৰত আছে- The Three penny opera, The life of Galilio, Mother Courage and her children, The good woman of setzuan, The caucasian chalk circle, The mother প্ৰভৃতি বিশ্ব বিখ্যাত নাটসমূহ। শ্যেইক্সপীয়েৰৰ দৰেই বাৰটোল্ড ব্ৰেখটৰ নাম সদা স্মৰণীয়। আমি ভিতৰত পাক্ এটা মাৰি চালো। ভিতৰত spot Light ৰ বাহাৰ। বাহিৰৰ পৰা থিয়েটাৰ ঘৰটো পুৰণি যেন দেখি। ভিতৰত সোমোলে পোহৰৰ চকমপ্ৰদ প্ৰদৰ্শনী। সেইদিনা সন্ধিয়াৰ নাটক আছিল ব্ৰেখট ৰচিত Herr Puntila. নাৎসী ক্ষমতালৈ অহাৰ পাছতে ব্ৰেখটে জাৰ্মানীৰ পৰা ডেনমাৰ্ক, চুইডেন, ফিণ্ডলেণ্ড আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ গুচি যায়। তেওঁক ধৰিবৰ বাব নাৎসী সকলে বিচাৰি ফুৰিছিল। হিটলাৰী ফেচিষ্ট শাসনৰ বিৰুদ্ধে ব্ৰেখটে কলম তুলি লেখা আৰম্ভ কৰি জন-জাগৰণত সহায় কৰিছিল। ব্ৰেখট এগৰাকী কবিও আছিল। ব্ৰেখটৰ বিষয়ে মোৰ গ্ৰন্থ "বিশ্ববিশ্ৰুত নাট্যকাৰ" বহল ভাৱে আলোচনা কৰা হৈছে। ব্ৰেখট হিটলাৰৰ পতনৰ পাছত ইষ্ট জাৰ্মানীলৈ উভতি আহে আৰু পত্নীৰ সৈতে লগ লাগি 'বাৰলিনাৰ এনচেমবোল' স্থাপন কৰি থিয়েটাৰ শিল্পত দেহে কেহে লাগি যায়। সমগ্ৰ বিশ্বত বাৰটোল্ড ব্ৰেখটৰ নাটক আৰু নাটকীয় আদৰ্শই সমাদৰ লাভ কৰিবলৈ সক্ষম হয়। বিদেশী ভাষাত ব্ৰেখটৰ নাটসমূহ ভাঙনি হৈ জনপ্ৰিয়তা লাভ কৰিছে। ১৯৫৬ চনত এই মহান নাট্যকাৰ গৰাকীৰ মৃত্যু হ'ল।

আমি ৰাতি বাহিৰতে খাই হোটেল পালোহি। শান্তনুৱে আমাক হোটেলত নমাই নিজৰ ফ্লেটলৈ গলগৈ। পিচদিনা আমি বার্লিন এৰিম বাবে তেওঁৰ লগত এইয়া আমাৰ শেষ দেখা। শান্তনুৱে আমাক যথেষ্ট সহায় কৰি বার্লিন চোৱা সহজ কৰিছিল। জার্মান ভাষা আয়ত্ত কৰি লৈছিল বাবে তেওঁৰ সুবিধাও আছিল বেছি। জার্মান এটা কঠিন ভাষা। সহজে আয়ত্ত কৰা মস্কিল। ফৰাচী বা ইংৰাজী ভাষাৰ দৰে কোমল নহয়। উচ্চাৰণো বেলেগ। ভাষা জানিলে যেই কোনো দেশত বহুতো কাম সহজে হৈ যায়। ফৰাচী দেশত আমি বহুত সমস্যাৰ সন্মুক্ষীণ হৈছিলো। ইংৰাজী ভাষাৰে তাত যোগাযোগ কৰাত কষ্ট সাধ্য হৈ পৰিছিল।

হোটেল এৰি পুৱা ৯ বজাত আমি এখন টেক্সী ভাড়া কৰি বিমানকোঠ পালোহি। বার্লিনত আমাৰ খৰচ তুলনামূলক ভাৱে কম আছিল। তিনিদিন মাত্র সময়। বিশেষ ফুৰা-চকা, চোৱা-মেলা নহল। তথাপি, শান্তনুক পাই কিছু চোৱা হ'ল। এটা ধাৰণা ললো। ২য় মহাসমৰৰ জার্মান আজি নতুন ৰূপলৈ পৰিবর্তন হৈছে। গণতান্ত্রিক শাসন ব্যৱস্থাই দেশৰ পুনৰ নির্মাণত গুৰুত্ব দিছে, ব্যৱসায়, বাণিজ্য বৃদ্ধি পাইছে। বিজ্ঞানৰ ক্ষেত্রত প্রচুৰ উন্নতি হৈছে।

মই আৰু ব্যানার্জী দুয়ো কলিকতা অভিমুখে আহিবৰ বাবে উৰাজাহাজত উঠিলো। তেতিয়া দুপৰীয়া এক বাজি গৈছে। আমাৰ প্লেন আছিল T.W.A. পিচে সেই প্লেনখন কিবা কাৰণত নহাত আমাক জাপান এয়াৰ লাইনচত বিমান কর্তৃপক্ষই চিট দি কলিকতাৰ যাত্রা ঠিক কৰি দিলে। আমি কাষ্টমছৰ সকলো ফৰমেলেটি পাৰ হলো কোনো অসুবিধা নোহোৱাকৈ। কাষ্টমছৰ বিষয়া সকল ভদ্র আৰু সহায়কাৰী। জাপান এয়াৰ লাইনচত আহি বেছ আৰাম পালো। প্রচুৰ খোৱা পানীয় জলপান আদিয়ে মিষ্টি ভোজন। তাৰোপৰি জাপানী উপহাৰ। জাপানত তৈয়াৰী বিচনী, পুতলা, ছবিৰ এলবাম ক'ত ধৰণৰ উপহাৰ। সেইবোৰ বেগত ভৰাই ললো। কৰাচীত এঘণ্টা ৰৈ পাছত বোম্বে পালোহি। তাত দুঘণ্টামান থাকি প্লেনত উঠিলো আৰু কলিকতাৰ ডমডম্ বিমান বন্দৰ পালোহি। প্রায় ৩২ ঘণ্টা আহি ভাগৰ লাগিছিল যদিও স্বদেশলৈ অহা আনন্দই দুখ পাতলাই পেলালে। ডম্ডম্ত ব্যানার্জীৰ লগত এৰাএৰি হল। তেওঁ কলিকতাৰ বাসিন্দা, বালিগঞ্জত ঘৰ। বিদায় লবৰ পৰত আমাৰ চকুপানী ওলাইছিল। একে লগে ফুৰি মেলি দুয়োৰে আপোন ভাৱ বেছি আদৰৰ হৈ পৰিছিল। ডম্ডম্ৰ কাষ্টতমছ্ৰ ব্যৱহাৰ বৰ ভাল নালাগিল। অযথা প্রশ্ন কৰি সময় ক্ষয় কৰিছিল। সকলো ঘোষণা ফর্কত দিয়ে দিছো। মই সেইদিনা ডমডমতে থাকিলো। আমি বোম্বেৰ পৰা আহি ৰাতি ১০ বজাতহে ডম্ডম্ত নামিছিলো। গুৱাহাটীলৈ প্লেন পিচদিনা

পুৱা ৯ বজাত বাবে ৰাতিটো ডমডমতে থাকিব লগা হল। বাকচ বেগ লৈ লাউঞ্জতে থাকিলো। অনেক যাত্ৰীয়ে লাউঞ্জতে মোৰ দৰে বস্তু বাৰী লৈ ৰাতি কটায়। টোপনী নাহিল। ঘৰৰ চিন্তাই মন ভৰাই পেলাইছে।

গোটেই ৰাতিটো খপি পিচদিনা পুৱা ৯ বজাৰ Indian Air Line ত টিকট নাপাই মনত বিৰক্তি লাগিছিল। মোৰ টিকট নাছিল, Reguested আছিল বাবে Chance লব লগাত পৰিছিল। এটা ডেলিগেছন অসমলৈ এই flight তে গুৱাহাটীলৈ যাব বাবে মোৰ Chance কামত নাহিল। মেনেজাৰক দেখা কৰি অনুনয় বিনয় কৰাত বিয়লি বেলাৰ প্লেনত এটা Ok টিকট দিয়াৰ বাবে মান্তি হ'ল। আবেলি ৪ বজাত প্লেনখনৰ বাবে অপেক্ষা কৰিব লগা হোৱাত মনটো কিমান বেয়া লাগিছিল, বৰ্ণনা কৰা টান। Air Port তে গা-পা ধুই খোৱা বোৱা কৰি যথা সময়ৰ বাবে বৈ থাকিলো। আজি কালিৰ দৰে সেই সময়ত ফোনৰ সুবিধা সিমান সহজ নাছিল বাবে ঘৰৰ লগত যোগাযোগ কৰা সম্ভৱ নহল।

বিয়লি লাইনত থিয় দি টিকটৰ endorsement পালো। মেনেজাৰে মোৰ টিকটৰ নম্বৰ confirmed কৰি দিয়াত conuter ত অসুবিধা নহল। লগত চুটকেছ দুটা হাতত এটা বেগ। বেগটো লগত ৰাখি চুটকেছ দুটা জমা দি Security ত সোমালো। যথা সময়ত Plane ত উঠি স্বস্থিৰ নিশ্বাস পেলালো। এঘণ্টা মানতে গুৱাহাটীৰ বৰঝাৰ বিমান বন্দৰ পালোহি। প্লেনত দেখিলো দিল্লীৰ পৰা অহা কাপুৰ চাহাব বহি কাগজ চাই আছে। তেখেত আমাৰ শিক্ষা বিভাগৰ সচিব আছিল। বৰ্তমান অন্য দায়িত্ব লৈছে। মোৰ আমেৰিকা ভ্ৰমণত তেখেতে যথেষ্ট সহায় কৰিছিল। মই মাত দিয়াত তেখেতে ভাল পালে, কলে শ্বিলঙলৈ পোনে পোনে যাব গাড়ী আহিব, মোকো লগত লৈ যাব। কাপুৰ চাহাব মতিনগৰতে থাকে (ওপৰ ভাগত) মই ভালেই পালো। বৰঝাৰত নামি চুটকেছ দুটা খালাচ কৰি তেখেতৰ গাড়ীতে শ্বিলং বুলি যাত্ৰা কৰিলো। মোক ভ্ৰমণৰ কথা সুধিলে কেনে পালো। আকৌ গাড়ীত থকা File চাবলৈ ধৰিলে। ব্যস্ততাৰ মাজতে এনেকৈ সময় উলিয়াই ফাইল চোৱা I.A.S. অফিচাৰ কাপুৰ চাহাব। সন্ধিয়া ৭-৫০ মানত মতিনগৰ পালোহি। তাতে মোক নমাই তেখেত নিজৰ বাংলোলৈ গল, মই কৃতজ্ঞতা জনালো। চুটকেছ দুটা শ্ৰীউমাকান্ত শৰ্মা (D.P.I.) ৰ কাষতে থৈ ঘৰলৈ দৌৰ দিলো। মোক দেখি জিনু অবাক। পিংকু কেছুৱা, কুকি, লুকি, শংকু সৰু সৰু। লগত ৰখীয়া হিচাপে মহেন্দ্ৰ বোলা ৰান্ধনিজন। মহেন্দ্ৰই আগবাঢ়ি উমা শৰ্মাৰ কম্পাউণ্ডত থৈ অহা চুটকেছ দুটা লৈ আহিলগৈ। আটাই কেইটা ল'ৰা-ছোৱালীক সাবটি কান্দি পেলালো। প্ৰায় এবছৰ আছিলো। ঘৰৰ পৰা বহুত

নিলগত। জিনুৱে ঘৰৰ দায়িত্ব কেনেকৈ বহন কৰিলে ভাবিলে বিস্ময় মানিব লাগে। শহুৰ জীৱেশ্বৰ গোস্বামীয়ে সঘনাই মতিনগৰলৈ আহি খবৰ খাতি কৰিছিল। লাইব্ৰেৰীৰ Staff য়ে সৰ্বদা খবৰ কৰি দৰমহা পাতি পঠাই আছিল। বুনেলাল, মালী নন্দী ৰায় পুৰণসিং জমাদাৰহঁতে খবৰ দিনৌ লৈছিল। ওচৰ চুবুৰীয়াই সহায় কৰি ঘৰখন নিয়াৰিকৈ চলোৱাত জিনুক উৎসাহ যোগাইছিল। তাতে কুকি শংকু আৰু লুকি স্কুললৈ অহা যোৱা কৰিব লাগে। মহেন্দ্ৰ আছিল অন্যন্ত বিশ্বাসী। তেওঁ আছিল জিনুৰ মূল সাৰথি। সেইখিনি সহায়ৰ বাবে মই মহেন্দ্ৰক পৰবৰ্তী সময়ত তেওঁৰ নিজা ঘৰ নলবাৰী পুথিভঁৰালত এটা স্থায়ী পদত ভৰাই দিলো। তেওঁ সম্পৰ্ক অক্ষুন্ন ৰাখি গুৱাহাটীলৈ আহিলেই আমাৰ ঘৰত ভাত পানী খাই খবৰ বাতৰি লৈ আছিল। এতিয়া তেওঁ ঘৰতে অৱসৰ জীৱন অতিবাহিত কৰিছে।

ঘৰত এসপ্তাহমান আলহীৰ সমাগম। মোৰ বিদেশৰ পৰা ঘূৰি অহা খবৰটো পাই বন্ধু-ব্যন্ধৱ আপোনজন, প্ৰতিবেশী আহি ঘৰ আনন্দ মুখৰ কৰি তুলিছিল। চাহ-মিঠাইৰ যোগাৰ ধৰি জিনুৰ ব্যস্ততা বেছি হৈছিল। লাইব্ৰেৰীৰ ৰমেশ ফুকন, অভয় বৰকটকী, দেৱলস্কৰ, নিৰু তামুলী, মোহনহঁত সকলো আহিছিল। সকলোবোৰ শাম কটাৰ পাছত মই লাইব্ৰেৰীলৈ গৈ পুনৰ কামত যোগ দিলো। নতুন উদ্যমেৰে কামত মনোনিবেশ কৰিলো। ইতিমধ্যে চিনিয়ৰ ডে পুটি লাইব্ৰেৰীয়ান আজাদ হুচেইন কটন কলেজৰ লাইব্ৰেৰীয়ান হৈ গুৱাহাটীলৈ গল। ৰমেশ ফুকনে (ডিপুটি লাইব্ৰেৰীয়ান) আজাদৰ পষ্টত প্ৰমোচন আৰু অভয় বৰকটকী ডিপুটি লাইব্ৰেৰীয়ান ৰূপ দায়িত্ব গ্ৰহণ কৰিলে। আকৌ লাইব্ৰেৰীৰ কামত মই ব্যস্ত হৈ পৰিলো। সকলোৱে মোৰ নতুন কাৰ্য পৰিচালনাত সহযোগ আগবঢ়ালে। Children Section ৰ ওপৰত মই বিশেষ গুৰুত্ব দি এটা নতুন পৰিবেশ প্ৰ ৰৰ্তন কৰাত ব্যৱস্থা ললো। খেল ধেমালি যোগ হল। ছবি প্ৰদৰ্শনে ল'ৰা-ছোৱালীক আগ্ৰহ বৃদ্ধি কৰাত সহায় কৰিলে। নতুন অভিজ্ঞতাৰে পুনৰ গঠন কৰাৰ আঁচনি ললো। পাঠকৰ লগত মাতে কথাই সম্পৰ্ক মধুৰ হয় তাৰ বাবে পুথিভঁৰাল সেৱা অধিক সচতেন কৰিব লগা হল। সঘনাই Staff meeting পাতি বিষয় প্ৰসংগ আলোচনা কৰি সেইমতে কামত লগোৱা দিহা কৰা নিয়ম বান্ধি দিয়া হ'ল। এটা পৰি বৰ্তন লাহে লাহে পঢুবৈৰ চকুত পৰিল। তেওঁলোকৰ প্ৰশংসা লাভ কৰি মই সুখী হলো। সকলো মোৰ কামত উৎসাহিত হ'ল। তেওঁলোকৰ ব্যক্তিগত সুবিধা-অসুবিধাবোৰ মই মনোযোগেৰে শুনি তাৰ যথোচিত ব্যৱস্থা কৰাত মনদি এটা সুস্থ, সৰল পৰিবেশ ৰচনা কৰাৰ প্ৰয়োজন বোধ কৰিলো। মাৰ্কিন যুক্তৰাষ্ট্ৰত গ্ৰন্থগাৰ বিষয়ত যি শিকিলো, যি দেখিলো তাৰ পৰা শিক্ষা হল যে কোনো সমাজেই

উন্নতিৰ স্তৰত আশা কৰামতে উধাৰ নোৱাৰে যদিহে আমাৰ উঠি অহা নতুন চাম তৰুণ মুকলি মনেৰে সুদূৰৰ ভাৱ আৰু কল্পনাৰ সঠিক বিচাৰ কৰি নিজৰ মন সঠিক পথত নিয়োগ কৰিব নাজানে। সেই ক্ষেত্ৰত গ্ৰন্থগাৰ সেৱাই প্ৰয়োজনীয় সহায় আগবঢ়াব পাৰে। আজি সাংস্কৃতিক, মনস্তাতিক অৰ্থনৈতিক আৰু ৰাজনৈতিক পটভূমিত বিশ্বৰ দূৰত্ব হ্ৰাস পাইছে। প্ৰযুক্তি ৰিদ্যাৰ চমকপ্ৰদ ব্যৱহাৰে পৃথিবীৰ যোগাযোগ সহজ কৰি পেলাইছে। আমাৰ গ্ৰন্থাগাৰ সমূহো সেই, যোগাযোগতে খোজ পেলাইছে। গ্ৰন্থ অধ্যয়ন, তথ্য বিচাৰ বিশ্লেষণ, জ্ঞান বিতৰণ, গৱেষণা কাৰ্য, সকলোতে গ্ৰন্থাগাৰ হৈ পৰিছে অপৰিহাৰ্য। এই "মিশ্ৰন" কাৰ্যকৰী কৰিবলৈ দৰকাৰ সু-সংগঠিত গ্ৰন্থাগাৰ আৰু এচাম Dedicated গ্ৰন্থাগাৰ কৰ্মীৰ। মই অসমত এটা স্থায়ী, সুস্থ, সবল আৰু নিৰাপদ পৰিবেশত ৰাজহুৱা পুথিভঁৰাল সেৱাত কেনেকৈ ব্ৰতী হ'ব পাৰো সেইটো মই কব নোৱাৰো। তথাপি মই কেতিয়াও মোৰ কামত ফাকি নিদিও, গফিলতি নকৰো। এই সিদ্ধান্তৰে মই আগবাঢ়িবলৈ পৰিশ্ৰম কৰিলো যিমান দূৰ সম্ভৱ হব পাৰে। মোক চৰকাৰ আৰু পঢুৱৈ সমাজে আকুণ্ঠ সহযোগ আগবঢ়োৱাত মই ধন্য হলো। সকলোৰে শুভ কামনা আৰু সহযোগ পূৰ্ণ সহাৰিত ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰাল আৰু ইয়াৰ অধিনস্থ আন আন পুথিভঁৰাল সমূহ পূৰ্ণ উদ্যোমেৰে কাৰ্যকৰী কৰাত মনোনিবেশ কৰাৰ সময়তে কেন্দ্ৰীয় চৰকাৰৰ ৰাজনৈতিক সিদ্ধান্ত অনুযায়ী 'মেঘালয়' নাম কৰণেৰে এখন নতুন ৰাজ্য গঠন কৰা কথা ঘোষিত হ'ল। ১৯৭২ চনৰ ২১ জানুৱাৰী তাৰিখে এই নতুন ৰাজ্যই জন্ম লাভ কৰিলে। সংযুক্ত খাছী আৰু জয়ন্তীয়া আৰু গাৰো পাহাৰ জিলাক সামৰি এই মেঘালয় ৰাজ্য গঠিত হ'ল। এই নতুন ৰাজ্য স্থাপনত ৰেভাঃ জে, জে, এম নিকলচ্ৰয়ৰ ভুমিকা নিঃসন্দেহেৰে উল্লেখনীয়। আদি অৱস্থাত তেওঁ স্বায়ত্ব শাসনৰ হকে তুমুল প্ৰচেষ্টা চলাইছিল। তেওঁক সেইবাবে কোৱা হৈছিল Autonomous District Couneil ৰ পিতৃপুৰুষ। আন এগৰাকী নেতা আছিল কেপ্টেইন ডব্লিউ এ, চাংমা। তেওঁ সৰ্বসন্মত ভাৱে Tribel leader ৰূপে প্ৰতিষ্ঠিত হৈছিল। মেঘালয় ৰাজ্য সৃষ্টি হোৱাৰ মূলতে All Party Hill leaders conference. চমুকৈ APHLC. এই ৰাজনৈতিক দলটোৰ বলিষ্ঠ গণ আন্দোলনৰ ফলস্বৰূপে এই নতুন ৰাজ্যখন গঠন হল। সুদীৰ্ঘ ১৮ বছৰ আন্দোলন কৰি APHLC য়ে কেন্দ্ৰীয় চৰকাৰক ইয়াৰ গঠনত সৈমান কৰালে। তেতিয়া কংগ্ৰেছৰ শাসন, ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰী। শ্বিলঙৰ নংখুমাই ফিল্ডত বিৰাট জন সমাবেশত ইন্দিৰা গান্ধীয়ে ঘোষণা কৰিলে মেঘালয় ৰাজ্য গঠন কৰাৰ সিদ্ধান্ত। বিপুল হাত চাপৰি আৰু উল্লাসত জনসভাত "ইন্দিৰা গান্ধীৰ জয় ধ্বনিৰে শ্বিলং কপাই তুলিলে।

মই মোৰ ঘৰৰ বাৰান্দাতে বহি এই জয়ধবনি শুনিলো। খাছী সকলৰ আনন্দ, কি আহ্লাদ। অসম চৰকাৰৰ হাতৰ পৰা তেওঁলোকে যেনিবা মুক্তি পালে। অসমীয়া ভাষাক ৰাজ্যভাষা ৰূপে বিধান সভাত প্রস্তাৱ গৃহীত হোৱাত খাছী সকলৰ মনত এটা আশংকা হৈছিল যে অসমীয়া ভাষা প্র বর্তন হলে তেওঁলোকৰ অস্তিত্ব নোহোৱা হব। তেওঁলোকে ভাষা সত্বা হেৰুৱাব, ঐতিহ্য পৰম্পৰা বিকাশত বাধাগ্রস্ত হৈ পৰিব। চাকৰি হেৰুৱাব, অসমীয়া শাসনে তেওঁলোকৰ আশা আকাঙ্খা সকলো ধূলিস্যাৎ কৰিব। ভাৰত চৰকাৰৰ এই সিদ্ধান্তৰ প্রতিক্রিয়া অসমীয়া সমাজে নির্মমভাৱে ভোগ কৰিলে। শ্বিলং চহৰ মেঘালয়ৰ ৰাজধানী হৈ পৰাত অসম চৰকাৰৰ থিতাপি নোহোৱাত পৰিল। কংগ্রেছ দলৰ শাসন, শ্রীশৰৎ সিংহ অসমৰ মুখ্যমন্ত্রী। অসমৰ ৰাজধানী গুৱাহাটীলৈ নমাই অনাত তেখেতে খৰধৰ লগালে। কোনো পৰিকল্পনা নাই, চিন্তা ভাৱনা নাই। ৰাজধানী নমাই আনি বলৈ সিংহ ডাঙৰীয়াই ককালত গামোছা বান্ধিলে। গুৱাহাটীলৈ গৈ কার্যালয় সমূহ ক'ত স্থাপিত হব, একো যুক্তি সংগত ব্যৱস্থা নাই। হুৰমুৰকৈ নামি আহিব লগা এটা দুর্যোগময়, পৰিস্থিতিৰ অৱতাৰণা কৰিলে শৰৎ সিংহ চৰকাৰে। শ্বিলং চহৰখনকে নিজা ভূমি বুলি অসমীয়া সকলে মাটিবাৰী কিনি ঘৰ-দুৱাৰ বান্ধি তাত স্থায়ীভাৱে বহুকাল ধৰি বসবাস কৰি আহিছিল। তেওঁলোকৰ লগত খাছী সকলৰ সদ্ভাৱ সদায় অক্ষুন্ন আছিল। বিহু আন আন উৎসৱ মেলা, সভা সমিতি, সকলোতে আছিল মিলা-প্রীতি, আহ যাহ। অনেকে খাছী মহিলাক বিয়া কৰাই শ্বিলঙতে ঘৰ পাতি সুখেৰে বস বাস কৰিছিল। ৰাজধানী স্থানান্তৰ কৰা সিদ্ধান্তই এই অসমীয়া সমাজখন চেদেলী-ভেদেলি কৰি পেলালে। দূৰদর্শিতাৰ অভাৱত কংগ্রেছ চৰকাৰৰ খাম-খেয়ালিত তেওঁলোক ভীষণভাৱে ক্ষতিগ্রস্ত হল। এটা ৰাজনৈতিক সিদ্ধান্তই অসমীয়া সমাজখন ভাঙি পেলালে। কথা হ'ল ৰাজধানী স্থানান্তৰ হওক। কিন্তু হুৰমুৰকৈ নহয়। সময়লৈ সু-পৰিকল্পনা আৰু ধীৰ সুস্থিৰে গুৱাহাটীত এখন ৰাজধানী চহৰ নির্মাণ হওক। কেন্দ্রীয় চৰকাৰে সমুদায় খৰচ বহন কৰক। নতুন ৰাজধানী নির্মাণ নোহোৱা পর্যন্ত শ্বিলং খনতে অসমৰ ৰাজধানী ৰখা হওক। (চণ্ডীগড়ৰ দৰে) কিন্তু নহল। ভাৱপ্রৱণতাই অসমৰ ৰাজনৈতিক দলৰ নেতা, পালিনেতা সকলক ৰাজধানী নমাই অনাটো সন্মানৰ প্রশ্ন বুলি বিবেচনা কৰিলে। এই বিষয়ে সদ্যহতে সমাজ বাদী নেতা সোনেশ্বৰ বৰাই দৈনিক অসমত লেখিছে- (আমাৰ বিলৈ ঃ বেদখল, উচ্ছেদ, সংস্থাপন শীর্ষক প্রবন্ধ, ১০ ফেব্রুৱাৰী ২০০৫ সংখ্যা) যথা-

"..... আগৰবোৰ বাদ দিও ১৯৭২ চনত অসমৰ ৰাজধানী শ্বিলঙৰ পৰা উঠাই আনি দিশপুৰত পাতিব লগা হ'ল। এই প্রবন্ধ লেখক (বৰা তেতিয়া এম, এল, এ)

সেই ক্ষেত্ৰত এক নম্বৰ আচামী। কাৰণ ১৯৭১ চনৰ অসম বিধান সভাৰ মজিয়াত এক প্ৰস্তাৱ যোগে অসমৰ ৰাজধানী শ্বিলঙৰ পৰা ভৈয়ামলৈ এক সূচল ঠাইত নতুনকৈ পাতিব লাগে। প্ৰস্তাৱটো মোৰ দ্বাৰা উত্থাপিত হৈছিল। বিধান সভাৰ সমূহ সদস্যই তাত সমৰ্থন জনাইছিল। তেতিয়া অসমৰ মুখ্যমন্ত্ৰী আছিল বিমলা প্ৰসাদ চলিহা। তাৰ পাছত ১৯৭২ চনৰ শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰী সভাৰ দিনত শ্বিলঙৰ পৰা ৰাজধানী পূৰ্বৰ গৃহীত প্ৰস্তাৱ অনুসৰি গুৱাহাটীৰ দিশপুৰত অস্থায়ীভাৱে নিৰ্মিত ঘৰ কেইটামানত (আচাম টাইপ বেৰেক পৰ্যায়ৰ?) বহুৱা হ'ল। ফলস্বৰূপে তেতিয়াৰ কামৰূপ জিলাৰ বেলতলা মৌজাৰ দিশপুৰক শৰৎ চন্দ্ৰ সিংহৰ চৰকাৰে অস্থায়ী ৰাজধানীৰ স্থান নিৰ্বাচন কৰি উক্ত ঠাইৰ অসংখ্য খিলঞ্জীয়া বড়ো, মিকিৰ, কছাৰী আদিকে প্ৰমুখ্য কৰি বেলতলা মৌজাত ঠাহ খাই থকা অসমৰ ভূমিপুত্ৰ জনজাতি ভাই সকলক তাৰ পৰা খেদাই অসমৰ ৰাজধানী এই দিশপুৰত পতা হ'ল। দিছপুৰ তথা বেলতলা মৌজাৰ ট্ৰাইবেল বেল্টৰ খেতিবাতিৰ উপযোগী দ' পথাৰখন লগতে বনৰীয়া পশু-পক্ষী আৰু মাছ-কাছৰে উভৈনদী বিল-খাল, জান-জুৰি সকলো পুতি নগৰ পতা হ'ল। ৬ ফুট, ৮ ফুট, ১০ ফুট পৰ্যন্ত দ' মাটিবোৰো পোতা হ'ল। তাৰ কাৰণে প্ৰয়োজন মাটি, শিল-বালি আদিৰ কাৰণে ওচৰৰ পাহাৰবোৰ ভঙা হ'ল। এই কামৰ বাবে অসমৰ আৰু অসমৰ বাহিৰৰ কেইবাখনো ৰাজ্যৰ সৰু ডাঙৰ বিভিন্ন ট্ৰাকবোৰো আনি অসমীয়া (অনা অসমীয়াই বেছি) বনুৱা ড্ৰাইভাৰ হেণ্ডিমেন আদি আনি নিতৌ পৰুৱাৰ দৰে লানি নিচিগা লোকেৰে অসমৰ নতুন ৰাজধানী নিৰ্মাণ কৰা হ'ল। ৰাজধানীকে গইনা লৈ গঢ়ি উঠিল নানা উদ্যোগ, কল-কাৰখানা, ব্যৱসায় বাণিজ্য, দোকান বজাৰ কত বিলাক কাৰবাৰ! নতুন নতুন বসতিৰ লোকৰ ঘৰ-বাৰী বাণিজ্য, দোকান বজাৰ কতবিলাক কাৰবাৰ। নতুন নতুন বসতিৰ লোকৰ ঘৰ-বাৰী পাতি বালৈ, হাসপতাল, স্কুল, দোকান বজাৰ প্ৰভৃতি স্থাপন কৰিবলৈ ওচৰৰ পাহাৰবোৰ খান্দি মাটি আনি দ ঠাইবোৰ পুতি পুতি ৰাজধানীৰ চাৰিওফালে ভৰি পৰিল অপৰিকল্পিত দিশপুৰৰ ৰাজধানীৰ পৰিবেশ। এতিয়া দেখা গ'ল এনেদৰে দালান, পকী ঘৰ, টিন পাতৰ ঘৰবোৰ য'তে ত'তে সাজি, পাহাৰ ভাঙি গছ গছনি কাটি খাস্তাং কৰা, বায়ু দুষিত কৰা, প্ৰদুষণ পৰিবেশ কলুষিত কৰা অপৰাধৰ বাবে মূল আচামী হব লাগিব তেতিয়াৰ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ প্ৰমুখ্যে নেতা সকল। গুৱাহাটীৰ পৰিবেশ বিনষ্ট হোৱাৰ মূলতে আমাৰ চৰকাৰৰ দূৰদৰ্শিতাৰ অভাৱ। আজি আমি ইয়াৰ কু-ফল ভোগ কৰিছো। আমাৰ বিলৈ অত্যন্ত দুখ লগা।" নতুন ৰাজধানী স্থাপনৰ বাবে বহুতো সূচল ঠাইৰ নাম প্ৰস্তাৱ কৰা হৈছিল। এইবোৰ হৈ পৰিল ফুটুকাৰ ফেন!

ৰাজধানী গুৱাহাটীলৈ নামি অহাত ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালৰ অৱস্থা হৈ পৰিল দুখ লগা। সচিবালয় নামিল, আন আন বিভাগবোৰো লাহে লাহে গুৱাহাটী সোমালহি। লাইব্ৰেৰীৰ কথা কাৰো চিন্তাৰ বিষয় নহয় যেন ভাৱ হল। শিক্ষা সচিব অনিল চৌধুৰীক লগ ধৰিলো। তেওঁ একো উপদেশ নিদিলে। উপায়হীন হৈ মুখ্য সচিব ধৰ্মানন্দ দাস দেৱক সাক্ষাত কৰি আমি কি কৰো উপায় বিচাৰিলো। তেখেত সংবেদনশীল ব্যক্তি। সকলো বুজিছিল দুখো পাইছিল অপাৰ। তেখেতে মুখ্যমন্ত্ৰী সিংহ ডাঙৰীয়াৰ লগত ফোনত কথা বতৰা পাতিলে। মই লগত আছিলো। ফোনটো থৈ দাসে কলে, "যাব লাগিব, উপায় নাই। চি, এমে কলে আপুনি যিমান পাৰে মূল্যবান কিতাপ পত্ৰ- গুৱাহাটীলৈ পঠাওক। জিলা পুথিভঁৰালতে বৰ্তমান ৰাখক। ৰাজধানী প্ৰকল্পত নিশ্চয় State Library ভৰোৱা হব। মই মাজে মাজে কিতাপ পত্ৰৰ স্থানান্তৰৰ বিষয়ে আপোনাক মাতি পঠাম।"মই উভতি আহিলো বিষন্ন মনেৰে। লাইব্ৰেৰীৰ সকলো কৰ্মচাৰীয়ে অপেক্ষা কৰিছিল- মই অহালৈ। মোৰ ৰুমত সোমাই বহিছো মাত্ৰ সকলো আহি মোৰ ওচৰত সমবেত হৈ কি সিদ্ধান্ত হল জানিবৰ বাবে উৎকণ্ঠা প্ৰকাশ কৰিছে। ইতিমধ্যে চিনিয়ৰ ডেপুটি লাইব্ৰেৰীয়ান ৰমেশ ফুকন যোৰহাটৰ এগ্ৰিকালছাৰেল ইউনিভাৰ্ছিটিলৈ লাইব্ৰেৰীয়ান হৈ গুছি গ'ল। তেওঁৰ ঠাইত জুনিয়ৰ ডেপুটি অভয় চৰণ বৰকটকীয়ে প্ৰমোচন পালে। বৰকটকীৰ পষ্টলৈ জ্যেষ্ঠ জিলা পুথিভঁৰালী দেৱকান্ত লস্কৰ আহিল। সকলোৱে মোৰ মুখৰ পৰা গম পালে যে ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালৰ এটা অংশ মেঘালয় চৰকাৰক গটাই বাকী অংশ আমি গুৱাহাটীলৈ নমাই নিব লাগিব। যিমান শীঘ্ৰে এই বিভাজন হয় সিমানে মংগল। আমি বিমোৰত পৰিলো। চৰকাৰৰ পৰা চিঠি আহিল বিভাজন বিষয়ত। যিসকল কৰ্মচাৰী থাকিব খোজে আৰু যি সকলে অসমলৈ যাব তেওঁলোকৰ এখন অপশ্যন (option Paper) পেপাৰত চহী কৰি দিবলৈ নিৰ্দ্দেশনা আহিল। আমি দোধোৰ-মোধোৰ অৱস্থা এটাৰ মাজত সোমাই বিবুদ্ধিত পৰিলো। সকলোকে দুদিন সময় দিয়া হল- সিদ্ধান্ত দাখিল কৰিবলৈ। মই বৰকটকীৰ লগত গোপনে আলোচনা কৰি বিভাজনৰ কামত অগ্ৰসৰ হৈ কামত ধৰিলো। ভাবিবৰ আৰু থল নাছিল। এটা ৰাজনৈতিক সিদ্ধান্তৰ বাবে ইমান সযত্নৰে, আলফুলকৈ গঢ়া কেন্দ্ৰীয় পুথিভঁৰালটোক আমি ভাগ ভাগ কৰি বিনষ্ট কৰিব লগা হ'ল। চুকপানী বৈ গৈছিল। কি নিৰ্দয় পৰিহাস! বৰকটকীয় অশেষ পৰিশ্ৰম কৰি বিভাজনত হাত দিলে। জিলা পুথিভঁৰালত থকা লাইব্ৰেৰী ভেন তিনিখন অনা হ'ল। তাতে দিনে ৰাতিয়ে খাটি যিমান পৰা যায় কিতাপ-পত্ৰ গুৱাহাটী জিলা পুথিভঁৰাললৈ প্ৰেৰণ কৰা কাম আৰম্ভ হল। মোৰ

নিজৰ এমবেছেদৰ গাড়ীখনতো যিমান পৰা যায় সিমান পুৰণি আৰু দুষ্পাপ্য গ্ৰন্থ অনেকবাৰ অহা যোৱা কৰি গুৱাহাটীলৈ পঠালো। কৰ্মচাৰী সকলৰ ভিতৰত দেৱকান্ত লস্কৰ, নিৰু তামুলীয়ে (পিছত শৰ্মা) তাত থকাটোকে স্থিৰ কৰিলে। Staff ৰ অনেকেই ব্যক্তিগত অসুবিধাৰ বাবে খাচী-জয়ন্তীয়া কৰ্মচাৰী সকলৰ লগতে শ্বিলঙতে থকাটো বাঞ্ছা কৰিলে। বিভাজন কিমান দূৰ অগ্ৰসৰ হৈছে তাক নিৰীক্ষণ কৰিবলৈ চিফ চেক্ৰেটাৰী ধৰ্মানন্দ দাস চাৰ প্ৰায়ে সন্ধিয়া পাক এটা মাৰি মোৰ ৰুমতে বহি কি ধৰণেৰে আগ বাঢ়ো সেই বিষয়ত মোক ঘৰুৱা ভাৱে পৰামৰ্শ দিছিল। বিভাজন পৰ্বত তেখেতে অন্তৰৰ পৰা বেজাৰ পাইছিল। এই অনুভৱ মই লক্ষ্য কৰিছিলো। তথাপি ৰাজধানী স্থানান্তৰ যাতে সুকলমে হৈ যায় তাৰ বাবে তেখেতে ব্যক্তিগত অনুভৱক, চৰকাৰী দায়িত্ব পালনত অগ্ৰাধিকাৰ দিয়া নাছিল। মোক বহুতো পৰামৰ্শ দি হতাশ নহবলৈ উৎসাহ যোগাইছিল।

আমাৰ কিতাপ স্থানান্তৰ বিষয়টো মেঘালয় চৰকাৰৰ দৃষ্টি গোচৰ হোৱাত পলম নালাগিল। অসম চৰকাৰৰ মুখ্য সচিব ধৰ্মানন্দ দাস দেৱে এই সন্দৰ্ভত মেঘালয় ৰাজ্যৰ নব নিযুক্ত মুখ্য সচিব ৰুস্তমজীৰ পৰা চিঠি এখন পাই মোক দাস চাৰে অফিচলৈ মতাই নি সেইখন পঢ়ি চাবলৈ দি কলে, "আপুনি যি উচিত বিবেচনা কৰে কৰি যাওক। সকলোতে সাৱধান হোৱা প্ৰয়োজন হৈ পৰিছে। মই আপোনাৰ ওপৰত বিষয়টো এৰি দিছো।। যিমান শীঘ্ৰে স্থানান্তৰ হয় আমাৰ পক্ষে ভাল।" মই উভতি আহি লাইব্ৰেৰীৰ কিতাপ-পত্ৰ আচবাব-পত্ৰ যিমান পৰা যায় গুৱাহাটীলৈ পঠোৱা, তাকো খৰখেদাকৈ সম্পূৰ্ণ কৰাত ব্যস্ত হৈ পৰিলো। অভয় বৰকটকী, মোহন গোস্বামী, কুমুদ চৌধুৰী, দিলীপ সৰকাৰ, প্ৰদীপ হাজৰিকা, সমৰ দাস আদিয়ে দিন ৰাতি খাটি, কঠোৰ পৰিশ্ৰম কৰি অসম চৰকাৰে পাব লগা অংশ স্থানান্তৰ কৰাত লাগি গ'ল। এনে উদাহৰণ বিৰল। মই তেওঁলোকৰ সহায় নোপোৱাহেতেন বিশেষ একো কৰিব নোৱাৰিলেহেতেন। বৰকটকীৰ বিচক্ষণতা আৰু কৰ্ম প্ৰেৰণা দেখি মই বিস্ময় মানিছিলো। লক্ষ্য কৰিব লগা বিষয় আছিল এয়ে যে মেঘালয় চৰকাৰে আমাৰ গতি গোত্ৰ লক্ষ্য কৰিবলৈ কিছু সংখ্যক লোকক গোপনে দায়িত্ব দিছিল। পঢুৱৈৰ বেশেৰে তেওঁলোকে লাইব্ৰেৰীলৈ আহি এই নজৰ দিছিল। আমি গম পাইছিলো বাবে ৰাতি ভাগত কামত লগাটো খৰটকীয়া কৰিছিলো। মেঘালয়ৰ মন্ত্ৰী ষ্টেনলী নিকলচ্ ৰয়ৰ লগত মোৰ এটা ঘণিষ্ঠতা গঢ়ি উঠিছিল- M.R.A ৰ যোগেদি। লাইব্ৰেৰীৰ হল ঘৰত প্ৰায়ে M.R.A ৰ অনুষ্ঠান সমূহ উদ্‌যাপন কৰাত মই তেওঁক পাৰ্যমানে সহায় কৰিছিলো নিকলচ ৰয় ভদ্ৰলোক মানুহ, গ্ৰন্থপ্ৰেমী। তেওঁ মোক মেঘালয়তে ৰাজ্যিক গ্ৰন্থাগাৰিক

ৰূপে থাকিবলৈ অনুৰোধ কৰিছিল। আমাৰ মুখ্য সচিব দাস চাৰকো অনুৰোধ কৰি পত্ৰ পঠাইছিল। মই দোধোৰ-মোধোৰ অৱস্থাত পৰি দাস চাৰৰ কাষ চাপিলো। তেখেতে কলে, ৰাজনৈতিক সিদ্ধান্ত হলেও "অসমীয়াৰ আত্ম সন্মানৰ" এটা প্ৰশ্ন আছে। আপুনি ভাৱি চাওঁক"। মই তেখেতৰ স্নেহভাজন, মোৰ হিতকাঙ্খী ব্যক্তি। ব্যক্তিগতভাৱে উপদেশ বিচৰাত তেখেতে ভাৱি চিন্তি কলে, মই "অসমৰ মুখ্য সচিব হিচাপে আপুনি গুৱাহাটীলৈ যোৱাটোকে কামনা কৰো। কাৰণ, অসমত এটা সু-পৰিকল্পিত, সু-পৰিচালিত কেন্দ্ৰীয় পুথিভঁৰাল লাগিব। আপোনাৰ প্ৰয়োজন সেইবাবেই অপৰিহাৰ্য।"

এদিন ড° হিৰণ্য ভূঞা চাৰক তেখেতৰ ঘৰত গৈ লগ ধৰিলো। নংথুমাইৰ ওপৰত তেখেতৰ নিজা ঘৰ। তেখেতে মোক গুৱাহাটীলৈ যাবলৈকে পৰামৰ্শ দিলে। অসমৰ সাংস্কৃতিক ৰাজধানী ৰূপে গুৱাহাটীৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। শিক্ষাৰ ক্ষেত্ৰটো গুৱাহাটী মেঘালয়ত কৈ বহুত আগবঢ়া। তাত এটা আধুনিক তথ্য আৰু জ্ঞানেৰে চহকী পুথিভঁৰাল নিত্যান্তই আৱশ্যক। সকলো যেতিয়া যাবই, তুমিও যোৱা। তাত নতুন আশাৰে, নতুন উদ্যোমেৰে কেন্দ্ৰীয় পুথিভঁৰাল এটা গঠনত ব্ৰতী হোৱাগৈ। পাতি লোৱা ঘৰ-বাৰী সকলোৱে এৰিব লগা হৈছে, তুমিও এৰা। বেজাৰ কৰি লাভ নাই।" ড° ভূঞা চাৰৰ দূৰদৰ্শিতাৰ উমান পাইছিলো বহু পূৰ্বে যেতিয়া ৰাজ্যিক পুথিভঁৰালটোৰ বিৰাট ভৱনটো শ্বিলঙতে নিৰ্মাণ নকৰি গুৱাহাটীত নিৰ্মাণ কৰিবলৈ পৰামৰ্শ দিছিল। পৰৱৰ্তী সময়ত Auditorium ৰ বাবে Push back Fixed Chair লবলৈ চৰকাৰে ৫ লাখ টকা মঞ্জুৰ কৰিছিল। শ্বিলঙৰ Auditorium ত ৭০০ এনে দামী চকী ল বলৈ All India tender call কৰা হৈছিল। অৰ্ডাৰ পাইছিল বোম্বেৰ Penworkers নামৰ বিখ্যাত প্ৰতিষ্ঠান এটাই। ড° ভূঞা তেতিয়া শিক্ষা বিভাগৰ সচিব। তেখেতে এই Chair খিনি গুৱাহাটী জিলা পুথিভঁৰালৰ প্ৰেক্ষাগৃহত লগাবলৈ পৰামৰ্শ দিলে। শ্বিলঙৰ লাইব্ৰেৰী প্ৰেক্ষাগৃহৰ বাবে আৰ্ম থকা কাঠৰ চকী লোৱাৰ ব্যৱস্থা কৰিলো Penworkers বোলা ফাৰ্মখন বোম্বেৰ নাম থকা ব্যৱসায়ী প্ৰতিষ্ঠান। প্ৰায়বোৰ চিনেমা হ'ল আৰু ৰাজহুৱা প্ৰেক্ষাগৃহত এই ফাৰ্মখনে চকীৰ যোগান ধৰিছে। ফাৰ্মখনে চৰকাৰৰ অৰ্ডাৰ অনুযায়ী গুৱাহাটীত চকী লগালে। সেই চকী আজি ৩৫ বছৰৰো অধিক কাল চলি আছে। শ্বিলঙত S.B Chaudhury য়ে কাঠৰ চকী যোগান ধৰিলে। চকীত সৰ্বমুঠ খৰচ কৰিও ২ লাখ মান টকা থোৱাত তাৰে শ্বিলং কেন্দ্ৰীয় পুথিভঁৰালৰ Floor ত লিনলিয়াম লগোৱা হ'ল, লগতে ৰংগমঞ্চৰ বাবে যাবতীয় স্ক্ৰীণ আদি কিনা হল। চকীখিনি স্থাপন কৰা বিষয়ত ড° ভূঞা চাৰৰ দূৰদৰ্শিতাৰ প্ৰমাণ ৰাজধানী বিভাজনৰ

সময়ত পোৱা হ'ল। শ্বিলঙৰ ৰাজ্যিক পুথিভঁৰালত চকীবোৰ নলগাই গুৱাহাটী জিলা পুথিভঁৰালত লগোৱা সিদ্ধান্ত বাস্তবিকতে দূৰদৰ্শিতাৰ দৃষ্টান্ত সন্দেহ নাই।

মই গুৱাহাটীলৈ অহাটোকে স্থিৰ কৰিলোঁ। ষ্টেনলী নিকলচয়ে মোক ব্যক্তিগত ভাৱে লগ পাই তাতে ৰৈ যোৱাটো আশা কৰিছিল। মই তেওঁৰ অনুভৱ বুজি কৈছিলো যে যিহেতু অসম চৰকাৰে মোক এৰি নিদিয়ে, সেই বাবে মই মেঘালয়ত ৰৈ যোৱাত বাধা আছে। মই শ্বিলঙতে স্থায়ীভাৱে থাকিম বুলি ভাবিছিলো। নিজৰ পছন্দমতে ঘৰ সাজি বসবাস কৰিছিলো। ল'ৰা-ছোৱালীয়ে ভাল English medium School তে পঢ়া-শুনা কৰাৰ সুবিধা পাইছে। মোৰ ডাঙৰ ছোৱালী কুকিয়ে (এতিয়া ড" গায়ত্ৰী গোস্বামী, গুৱাহাটী বিশ্ববিদ্যালয় শিক্ষা বিভাগৰ ৰীডাৰ) St. Mary's College ৰ পৰা P.U. পৰীক্ষা দি মেঘালয়ত সৰ্ব প্ৰথম স্থান অধিকাৰ কৰি সুখ্যাতি লাভ কৰিছে। মই ল'ৰা-ছোৱালী কেইটাৰ শিক্ষাৰ বাবে শ্বিলঙতে থকাটো বাঞ্ছা কৰিছিলো। সমাজো এখন পাইছিলো, সকলো ফালে সুখতে আছিলো। কিন্তু থকা নহ'ল। ৰাজধানী স্থানান্তৰৰ বাবে মই গুৱাহাটীলৈ অহা বাধ্যতামূলক হৈ পৰিল। অসমীয়া বিষয়া কৰ্মচাৰী সকলে পানীহেন মূল্যতে ঘৰ-বাৰী বিক্ৰী কৰি গুৱাহাটীলৈ নামি আহিব লগা হ'ল। গুৱাহাটী হৈ পৰিল অত্যাধিক জনসংখ্যাৰ এখন পৰিকল্পনা বিহিন লেতেৰা চহৰ। যি য'তে পাই সোমাই পৰিল, জুইৰ দামত পৰ্বতে পাহাৰে, হাবিয়ে জংঘলে মাটি কিনিবলৈ ধাপলি মেলিলে। এখন যুদ্ধ ক্ষেত্ৰত পৰাজয় বৰণ কৰা পলাতক সৈন্য বাহিনীৰ দৰে হৈ পৰিল। শ্বিলঙত অসমৰ শাসনভাৰ লৈ দপ্‌দপাই থকা পাহাৰীয়া জাতি সকলৰ ওপৰত প্ৰভূত্ব চলোৱা হীন মনোভাৱোপন্ন অসমৰ এচাম মানুহ!

প্ৰায় ৪/৫ মাহ মানৰ ভিতৰত শ্বিলঙত থকা ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালটো মেঘালয় চৰকাৰে চমজি ললে। এগৰাকী খাছী মহিলা (মিছেছ পিউ)ক এই দায়িত্ব অৰ্পণ কৰি আমি গুৱাহাটী পালোহি। মনত ক্ষোভ, দুশ্চিন্তা, অনিশ্চয়তা!! মই অৱশ্যে অহা-যোৱা কৰি আছিলো। মতিনগৰৰ ঘৰখন সহজে এৰি অহা টান হ'ল। গুৱাহাটীৰ চেনিকুঠিত মই আগতে লৈ থোৱা ডেৰ কঠা মাটিতে এটা RCCএমহলীয়া ঘৰ কিছুদিনৰ আগতে চৰকাৰৰ পৰা লোৱা আগধনেৰে আৰম্ভ কৰিছিলো। প্ৰয়াত প্ৰফুল্ল চন্দ্ৰ বৰুৱা (শিলপুখুৰী নিবাসী, মৃত অজান বৰুৱা কেমেৰা মেনৰ পিতৃ) ই ঘৰটো নিৰ্মাণ কৰাত সহায় কৰিছিল। তেখেতৰ দৰে সৎলোক, পৰোপকাৰী ব্যক্তি মই জীৱনত কমহে লগ পাইছো। মই সপ্তাহত আহি মাত্ৰ ঠিকাদাৰক পইচা দি যাওঁ, সকলো লেঠা মাৰে বৰুৱাই। নিজে দহোবন কাটি কৰি থৈ মোৰ ঘৰটো সম্পূৰ্ণ কৰাত

তদাৰক কৰি উপকাৰ সাধিলে। তেওঁ মোৰ পৰা এপইচাও মাননি লোৱা নাছিল। বৰুৱাৰ ঘৰখন মোৰ আপোন হৈ পৰিল। তাতে মই আহি ভাত পানী খাওঁহি, জিৰণি লওঁহি, সুখ-দুখৰ কথা পাতো। অজানহঁত তেতিয়া সৰু ল'ৰা। বৰুৱানীয়ে মোক আথে বেথে ভাত সাজ খুৱাই মৰমেৰে আঁৱৰি ৰাখিছিল। নিজৰ ইমানবোৰ আপোন মানুহ থাকোতে মই কাৰো ঘৰলৈ গৈ আতিথ্য গ্ৰহণ কৰা প্ৰয়োজনবোধ নকৰিছিলো। প্ৰফুল্ল বৰুৱাৰ স্বভাৱটো লোকৰ হিত চিন্তাকৰাতে সৰ্বদা ব্যস্ত আছিল। তেওঁৰ মৃত্যুত মই অতিশয় শোক পাই কান্দি পেলাইছিলো। নৱগ্ৰহ শ্মশানত তেখেতৰ শেষকৃত্যলৈকে মই বিষণ্ণমনে উপস্থিত আছিলো। অনুভৱ কৰিছিলো এক অসহায় অৱস্থা। তেখেত বয়সত মোতকৈ ডাঙৰ যদিও ব্যৱহাৰ পাতি আছিল অমায়িক, বন্ধুত্বপূৰ্ণ!

অৱশেষত মতিনগৰৰ ঘৰটো এগৰাকী খাছী মহিলাক ৬৪ হাজাৰ টকাত বিক্ৰী কৰি গুৱাহাটীৰে চেনিকুঠিৰ ঘৰত সোমালোহি। তেতিয়া ঘৰটো সৰু, তিনিটা কোঠালি মাত্ৰ। শ্বিলঙৰ ঘৰ বিক্ৰীৰ পইচাৰে পাছত ঘৰটোৰ ওপৰ মহলা সাজিব লগা হ'ল।

জিলা পুথিভঁৰালত ঠাই নিতান্তই কম। য'তে ত'তে শ্বিলঙৰ পৰা অনা কিতাপ-পত্ৰবোৰ, ৰেক, টেবুল আলমাৰিবোৰ দ'ম কৰি ৰখা হৈছিল। প্ৰেক্ষাগৃহৰ বেলকনি, খোলা ঠাই, সকলোবোৰ কামত লগোৱা হ'ল। অফিচ ষ্টৰ আদি পাতোতে দুই তিনি মাহ লাগিল। তলৰ ৰেক্ থকা কিতাপৰ ষ্টৰ্ ৰুমটো সংকুচিত কৰি তাত নতুনকৈ Reference Section খোলা হ'ল। জিলা পুথিভঁৰালৰ Reading room, Lending Sanction open area সকলোবোৰ পুনৰ গঠন কৰি নতুন ৰূপ দিবলৈ পৰিকল্পনা হাতত ললো। ওপৰৰ First Floor ৰ মুকলি ঠাইৰ এডোখৰ এটা ৰুমলৈ পৰিবৰ্তন কৰি তাত মই আৰু বৰকটকী বহা অফিচ পাতিলো। মই ৰাজ্যিক গ্ৰন্থাগাৰিক আৰু অভয়চৰণ বৰকটকী Senior Deputy Librarian বহাৰ বাবে এই ব্যৱস্থা। অনুষ্ঠুপীয়া যদিও সমুখত থকা দীঘলী পুখুৰীৰ সুন্দৰ দৃশ্যই মনৰ অৱসাদ সহজে আঁতৰ কৰিছিল। বৰকটকী কাম কাজত যথেষ্ট পাকৈত। হিচাপ পত্ৰৰ বিষয়ত তেওঁৰ জ্ঞান পৰিপক্ক। এইবোৰ তেওঁ চাই দিলে মই নিচিন্ত মনে চহী কৰিব পাৰিছিলো। তেওঁৰ অফিচ বিষয়ত জ্ঞান আছিল বিস্তৃত। তেওঁৰ পৰামৰ্শমতে মই লাইব্ৰেৰীৰ বহুতো জটিল বিষয় সমাধা কৰিছিলো। তেওঁ আছিল মোৰ প্ৰিয় বন্ধু। সামাজিক অনুষ্ঠানবোৰতো বৰকটকী আছিল মোৰ সহকৰ্মী। লাইব্ৰেৰীৰ পুনৰ সংগঠনৰ কামটোত অশেষ চিন্তা চৰ্চা কৰি অগ্ৰসৰ হৈছিলো। বিশেষ মনোযোগ দিছিলো Reference Section টো স্থাপন কৰাত। কাৰণ ৰাজ্যিক গ্ৰন্থাগাৰত এই বিভাগটো অত্যন্ত প্ৰয়োজনীয়। নতুন

বিভাগৰ বাবে কেইটামান Post ৰ দৰকাৰ। Reference Librarian পদত ৰীতা বৰা (পাছত দাস)ক লোৱা হ'ল। পুথিভঁৰাল বিষয়ত তেওঁ অৰ্হতা সম্পন্ন প্ৰাৰ্থী আছিল। লগতে ৪ জনক সহকাৰীৰূপে কামত ভৰ্তি কৰি বিভাগটো নতুন আশাৰে আকৰ্ষণীয় কৰিবলৈ মই পাৰ্যমানে খাটিছিলো। বছা বছা কিতাপ, পুৰণি মহা মূল্যবান দুষ্প্ৰাপ্য গ্ৰন্থ, (যিখিনি শ্বিলঙৰ পৰা অনা হৈছিল বহু প্ৰবন্ধ) মেপ, চেনছাছ (census Report) ৰিপোৰ্টবোৰ গেজেটিয়াৰ প্ৰভৃতি সমূহ এই বহিভাগত অধ্যয়নৰ বাবে সজোৱা হ'ল। ৰীতা আছিল বুদ্ধিৱতী আৰু জ্ঞানৱতী লাইব্ৰেৰীয়ান। তেওঁ সকলো কথা নিয়াৰিকৈ পালন কৰি মোক সহায় কৰিছিল। কিছুদিনৰ পাছতে এই নতুন বিভাগটোৱে ঠন ধৰি উঠিল আৰু অধ্যয়নশীল সমাজক সহায় কৰাত ব্ৰতী হৈ পৰিল। ঠাইৰ নাটনিৰ বাবে বহুতো পৰিকল্পনা কাৰ্যত পৰিণত নহ'ল বাবে দুখ বৈ গ'ল। অফিচ স্থাপনত বৰকটকীৰ বুদ্ধি পৰামৰ্শ মোৰ বাবে সহায়ক আছিল। মোহন গোস্বামী, কুমুদ চৌধুৰী, প্ৰদীপ হাজৰিকা, সমৰ দাস, গংগা দেৱী, পদ্ম গোস্বামী আদিয়ে অফিচটো স্থাপন কৰাত মোক সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল। কৈ গৌৰৱ কৰিব পাৰো যে লাইব্ৰেৰীত কাম কৰা সকলো কৰ্মচাৰীয়ে মোক নতুন লাইব্ৰেৰীটো স্থাপনত আৰু ইয়াক ক্ৰিয়াশীল কৰি তোলাত সকলো প্ৰকাৰে সহায় কৰিছিল। মোৰ পুত্ৰসম এই ভাইসকল লাইব্ৰেৰী কৰ্মীক এদিন ময়ে কামত নিয়োগ কৰিছিলো। আজি কালিৰ দৰে আমাৰ দিনত চাকৰিৰ ক্ষেত্ৰত ঘোঁচ দিয়া চাকৰিৰ বাবে মন্ত্ৰীৰ হস্তক্ষেপ থকা পৰিস্থিতি উদ্ভৱ হোৱা নাছিল। চৰকাৰে বান্ধি দিয়া নিয়ম-পদ্ধতিৰে খালি পদত চাকৰিত উপযুক্ত প্ৰাৰ্থীক নিৰ্বাচিত কৰা হৈছিল। কোনো অসৎ উপায় প্ৰয়োগ কৰা সুবিধা নাছিল। আজি এইবোৰ বিষয়ত মানসিক অৱক্ষয় ঘটিছে, মূল্যবোধ নোহোৱা হৈছে। বহুত কেলেংকাৰী সোমাই চাকৰি প্ৰক্ৰিয়াটো কলুষিত কৰি পেলাইছে। এইবোৰ দেখি শুনি মনত দুখ পাও, এই অধঃপতনৰ বাবে জাতিটোৱেই যন্ত্ৰণা ভোগ কৰিব লগাত পৰিছে। সজ ভাৱনাৰে এটা সুদীৰ্ঘ চাকৰি জীৱন কটাই মই অৱসৰৰ পাছতো এটা সুখৰ, শান্তিৰ জীৱন কটাবলৈ পোৱাটো মোৰ কৰ্মৰাজিৰ সুফল বুলি গণ্য কৰিছো।

কেন্দ্ৰীয় পুথিভঁৰালটো কম পৰিষৰৰ কাৰণ এটা হ'ল ইয়াৰ পূব ফালে অৱস্থিত প্ৰায় দুকঠা মাটি আমি অসম সাহিত্য সভাক ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণৰ বাবে এৰি দিব লগা হ'ল। তেতিয়া মুখ্যমন্ত্ৰী আছিল কংগ্ৰেছৰ হিতেশ্বৰ শইকীয়া ডাঙৰীয়া। ড° মহেশ্বৰ নেওগ আছিল অসম সাহিত্য সভাৰ মূল মানুহ। তেখেতে মুখ্যমন্ত্ৰীক কৈ মেলি আমাৰ মাটি ডোখৰ সাহিত্য সভাৰ ভৱন নিৰ্মাণৰ বাবে আদায় কৰিলে। গুৱাহাটীৰ জিলাধিপতি, ড° নেওগ, ডিপি আই আৰু মাটিৰ হাকিম আহি

মাটি ডোখৰ অধিগ্ৰহণ কৰিলে। পুথিভঁৰাল পক্ষৰ পৰা মই উপস্থিত আছিলো। মই আপত্তি কৰিছিলো, যুক্তিসংগত কাৰণো দৰ্শাইছিলো। মোৰ প্ৰতিবাদ আওকাণ কৰি চুক্তি পত্ৰত চহীলৈ মাটি ডোখৰ ড° নেওগক হস্তান্তৰ কৰিলে। লাইব্ৰেৰীৰ ভবিষ্যত-সম্প্ৰসাৰণ ধূলিসাৎ হৈ গ'ল। আনকি আমাৰ চকিদাৰৰ ঘৰটোকো সাহিত্য সভাৰ ব্যৱহাৰৰ বাবে দিয়া হ'ল। মই বাধা দি নিঃস্ফল হলো। মই যদিও অসম সাহিত্য সভাৰ লগত জড়িত ব্যক্তি, কাৰ্যনিৰ্বাহক সদস্য, তথপি লাইব্ৰেৰীৰ ক্ষেত্ৰত মই কোনো Compromise ৰ পক্ষপাতি নাছিলো। কিন্তু মই উপায়হীন বাবে এই অমূল্য মাটিখিনি ৰক্ষা কৰিব নোৱাৰি দুখ পাইছিলো। অসম সাহিত্য সভাই আন সূচল আহল-বহল ঠাই লব পাৰিলেহেতেন। সেই সময়ত মাটিৰ মহাৰ্ঘ নাছিল আজিৰ দৰে।

আন এটা ঘটনা ঘটিছিল কেন্দ্ৰীয় পুথিভঁৰাল অনুষ্ঠানটোৰ, লাইব্ৰেৰী বিভাগটো সাংস্কৃতিক বিভাগৰ লগত লগ লগাই ইয়াক সাংস্কৃতিক সঞ্চালকৰ অধীনস্থ কৰা। এটা নতুন বিভাগৰ অংক মিলাবলৈ লাইব্ৰেৰী বিভাগটো লগ লগোৱা আছিল এই সংযোগ কাৰ্যৰ মূল উদ্দেশ্য। আগতে বিভাগটো তথ্য আৰু জনসংযোগৰ লগত আছিল। নাট্য প্ৰভাকৰ সত্য প্ৰসাদ বৰুৱাই নতুন সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক ৰূপে নিয়োগ হৈছে। কথাটো কাগজে কলমে আগবাঢ়িছিল বাবে আমি গম পোৱা নাছিলো। কেনেবাকৈ কথাটো মোৰ কাণত পৰিল। মই মূৰে কপালে হাত দি বহি পৰিলো। ফাইলটো অৰ্ডাৰৰ বাবে তেতিয়াৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ টেবুলত পৰি আছে। চি. এম দিল্লীলৈ গৈছে। মই ভাবি চিন্তি বৰকটকীৰ লগত পৰামৰ্শ কৰিলো। লাইব্ৰেৰী অনুষ্ঠানটো ক্ৰমাৎ শক্তিশালী হৈ আহিছে, বাজেটো বহুত বাঢ়িছে; জিলা পুথিভঁৰাল, মহকুমা পুথিভঁৰাল স্থাপন হবলৈ ধৰিছে। এনেস্থলত আমি নিজেই এটা বেলেগ সঞ্চালকালয়ৰ বাবেহে যত্ন কৰা উচিত হব। সাংস্কৃতিক বিভাগৰ লগত চামিল কৰণ আমি লব নোৱাৰো। উপায় বিচাৰি মই আৰু বৰকটকী ড° হীৰেন গোঁহাই ডাঙৰীয়াক লগ ধৰিলোঁ। তেখেত গ্ৰন্থ জগতৰ লগত ঘণিষ্ঠভাৱে অন্তৰংগ। বিস্তৰ অধ্যয়নশীল চিৰিয়াছ ব্যক্তি। কলমৰ জোৰ আছে। যিটো অন্যায় বুলি ভাৱে তাৰ বিৰুদ্ধে গোঁহাই ডাঙৰীয়াই দ্বিধাহীনভাৱে লিখিব পাৰে। তাতে তেখেতৰ কলমলৈ অনেকে ভয় কৰে। অধ্যাপক গোঁহাইক লগ ধৰি আমাৰ সমস্যাৰ সবিশেষ জনালোঁ। তেখেতে মোৰ কথাখিনি মনোযোগেৰে শুনিলে, প্ৰশ্নৰ সমিধান বিচাৰিলে। বিষয়টোৰ ভাল বেয়া দুয়োটা দিশ চিন্তা কৰিলে। তেখেতে বুজিলে যে এই চামিলকৰণৰ দ্বাৰা এটা বিভাগো উপকৃত নহব। ব্যক্তিগত সুবিধা হয়তো ওলাব। লাইব্ৰেৰী হৈছে অধ্যয়নৰ কেন্দ্ৰ। আনফালে সাংস্কৃতিক বিভাগৰ গীতমাত, অভিনয় আদি পৰিবেশ্য কলাৰ

ক্ষেত্র। চামিল কৰণ যুক্তি সংগত নহয়, হব নোৱাৰে। তেখেতে Assam Tribune ত এখন চিঠি লেখিব বুলি মোক ভৰসা দিলে। আমি সন্তুষ্টিমনে তেখেতৰ পৰা বিদায় ললো। দিনৌ Assam Tribune চাই চাই হতাশ হৈছিলো। হঠাৎ ৬ দিনৰ মূৰত ড° গোঁহাইৰ এখন দীঘল চিঠি ওলাল চৰকাৰৰ এই গোপন সিদ্ধান্তৰ বিৰুদ্ধে তেখেতে যুক্তিপূৰ্ণ প্ৰতিবাদী কণ্ঠ দাঙি ধৰিলে। পাছত দুই এগৰাকী লাইব্ৰেৰীপ্ৰেমী পঢুৱৈৰ দ্বাৰা ড° গোঁহাইৰ চিঠিখন সমৰ্থন কৰি চিঠি প্ৰকাশ কৰা হ'ল। এটা জোৰদাৰ কাৰ্য আৰম্ভ হ'ল। ড° প্ৰফুল্ল দত্ত গোস্বামী চাৰেও আমাৰ পক্ষ সমৰ্থন কৰি এখন চিঠি প্ৰকাশ কৰি আমাৰ হাত বলবান কৰিলে। এই প্ৰতিবাদী চিঠি কেইখনে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সৰহ সময় নালাগিল। হঠাৎ এদিন চি, এমৰ কাৰ্যালয়ৰ পৰা ফোনত মোক মাতি পঠালে। মই গৈ তেখেতক লগ ধৰাত মোৰ পৰা বিষয়টোৰ সন্দৰ্ভত সবিশেষ শুনিলে। আমাৰ আপত্তিৰ কথা কোৱাত তেখেতে উত্তৰ নিদি আমাক বিদায় দিলে। কথাৰ মাজতে মোৰ শহুৰ দেউতা জীৱেশ্বৰ গোস্বামীৰ খবৰ সুধিলে। চি, এম চৌধুৰী ডাঙৰীয়াৰ লগত শহুৰৰ আত্মীয়তা ঘনিষ্ঠ। মধুপুৰ সত্ৰ সাংস্কৃতিক সন্থা স্থাপনত চৌধুৰীৰ লগত শহুৰ জীৱেশ্বৰ গোস্বামী আছিল সোঁহাত স্বৰূপ। নাম প্ৰসংগত তেখেতৰ ঘৰত শহুৰেই আগভাগ লৈছিল। কেইবাবাৰো দুয়ো বৰপেটালৈ গৈছিল ৰাজহুৱা কামত। পিচত শহুৰৰ মুখতে গম পালো যে চামিল কৰণ প্ৰস্তাৱটো চি, এমে Turndown কৰি Status quo (পূৰ্বস্থিতি বাহাল)ৰ অৰ্ডাৰ দিলে। চি, এমৰ পৰা শহুৰে এই বতৰা গম পাইছিল। এসপ্তাহৰ মূৰত অফিচিয়েল অৰ্ডাৰ আহিল। আমি আনন্দত কিৰিলি পাৰিলোঁ। এইটো লাইব্ৰেৰীপক্ষৰ বাবে বিজয়ৰ চিন।

আন এটা ঘটনাৰ সন্মুখীন হৈছিলো কিছুদিনৰ পাছত। দিল্লীত শিক্ষা মন্ত্ৰণালয়ে এখন সৰ্বভাৰতীয় ভিত্তিত চেমিনাৰ পাতিছিল। সেই সময়ত কেন্দ্ৰীয় শিক্ষামন্ত্ৰী আছিল পি চি চন্দ্ৰ। তেখেতৰ সভাপতিত্বত এই চেমিনাৰত সকলো ৰাজ্যৰ শিক্ষামন্ত্ৰী সকল গোট খাই নিজ নিজ ৰাজ্যৰ শিক্ষা আৰু সাংস্কৃতিক বিষয়ক ৰিপোৰ্ট দাঙি ধৰিব লগাত পৰিছিল। অসমত তেতিয়া জনতা পাৰ্টিৰ শাসন। লক্ষ্যধৰ চৌধুৰী আছিল শিক্ষা আৰু সাংস্কৃতিক বিভাগৰ মন্ত্ৰী। শিক্ষা বিভাগৰ বিষয় সমূহৰ মাজত লাইব্ৰেৰী উন্নয়ন বিষয়টো অন্তৰ্ভুক্ত কৰা হৈছিল। অসম চৰকাৰৰ শিক্ষা আৰু সাংস্কৃতিক পৰিক্ৰমা বিভাগৰ মন্ত্ৰী অসমৰ এগৰাকী সুখ্যাত নাট্যকাৰ অভিনেতা লক্ষ্যধৰ চৌধুৰী দিল্লীৰ চেমিনাৰত যোগদান দিওতে লগত সাংস্কৃতিক সঞ্চালকালয় পদত থকা লুইত কোঁৱৰ ৰুদ্ৰ বৰুৱাকো বিভাগীয় বিষয়া হিচাপে প্ৰগেছ ৰিপোৰ্ট প্ৰস্তুত কৰি শিক্ষামন্ত্ৰীৰ লগত

দিল্লীৰ বৈঠকলৈ যাবৰ বাবে অৰ্ডাৰ আহিল। ৰুদ্ৰ বৰুৱাক কোৱা হৈছিল যে তেওঁ নিজৰ বিভাগৰ উপৰিও লাইব্ৰেৰী বিষয়েও প্ৰতিনিধিত্ব কৰিব। বৰুৱা আহি মোক লাইব্ৰেৰীত লগ ধৰি অৰ্ডাৰটো দেখুৱাই এটা ৰিপোৰ্ট (প্ৰগ্ৰেছ ৰিপোৰ্ট) তৈয়াৰ কৰি তেওঁলৈ পঠাই দিবলৈ অনুৰোধ কৰিলে। বৰুৱাক সাংস্কৃতিক পৰিক্ৰমাৰ লগতে লাইব্ৰেৰী বিষয়তো প্ৰতিনিধিত্ব কৰিবলৈ সচিবালয়ৰ পৰা অৰ্ডাৰ দিছে বোলা নিৰ্দ্দেশটোত মই ৰাজ্যিক গ্ৰন্থাগাৰিক হিচাপে অপমান বোধ কৰিলোঁ। ৰুদ্ৰ বৰুৱাক এই কথা নকৈ তেওঁক বিদায় দি মই শিক্ষামন্ত্ৰী চৌধুৰীদেৱৰ ঘৰ পালোগৈ। তেতিয়া বিয়লি ৫ বাজি গৈছে। মন্ত্ৰী মহোদয় ঘৰতে আছিল। ওলাই আহি তেখেতৰ পৰিচিত সম্বোধন- "কিহে ৰাম কি খবৰ? বহা, বহুত দিন তোমাক লগ পোৱা নাই। কিবা নাটক-চাটক কৰিছা নে কি?" তেখেতক সাধাৰণ ভাৱে উত্তৰ দি মই মোৰ অভিযোগ জনালোঁ। কলো, ককাইদেউ (মই চৌধুৰীদেৱক ককাইদেউ বুলিয়ে মাতো, মোক সদায় মৰম কৰে, একে বাবে ঘৰুৱা কথা বতৰা পাতে, ৰগৰ উঠা কথা কয়। থিয়েটাৰ বুলিলে কঁব নোৱাৰা হৈ যায়, বৰ গুণী আৰু সমাদৃত ৰাজহুৱা নেতা। লাইব্ৰেৰী বিষয়ত কবলৈ মইহে যাব লাগে। সাংস্কৃতিক বিভাগে আমাৰ বিষয়ে কিনো কব পাৰিব? মই বিবুদ্ধিত পৰিছো চৌধুৰীদেৱে বুজি পালে মোৰ চেণ্টিমেনৰ কথা। তেওঁ কলে বুইছা ৰাম, এইবোৰ মই ভাল নেপাঁও। মন্ত্ৰী নোহোৱা হলেই ভাল আছিল। তুমি মোৰ লগত যাব লাগিব, মই আজিয়ে অৰ্ডাৰ দিম। কথাসাৰ কৈ তেখেতে ফোনটো দাঙি শিক্ষা সচিবক এটা Rivised Order দিবলৈ আৰু ৰাজ্যিক গ্ৰন্থাগৰিককো দিল্লীৰ বৈঠকলৈ যাবৰ বাবে লেটাৰ ইচ্যু কৰিবলৈ নিদেৰ্শ দিলে। বহুত কথা বতৰা পাতি মই আনন্দ মনেৰে ঘৰ পালোহি পিচদিনা লাইব্ৰেৰীলৈ আহি দিনৰ ২ মান বজাত অৰ্ডাৰটো পালো। মানে শিক্ষামন্ত্ৰীৰ লগত ময়ো যাব লাগিব। খৰধৰকৈ Air Ticket (ৰাইনো travels) কিনি দুদিনৰ পাছতে শিক্ষামন্ত্ৰীৰ লগত দিল্লী পালোগৈ। ৰুদ্ৰ বৰুৱাও একেখন প্লেনত গৈছিল। তেওঁ মোৰ পৰম বন্ধু আছিল। দুয়ো একেলগে শ্বিলং কলা পৰিষদত নৃত্য-গীত, নাটিকা পাতিছিলো। ব্যক্তিগত সম্পৰ্কৰ লগত চৰকাৰী কামৰ কোনো সম্পৰ্ক নাছিল। আমাৰ বন্ধুত্ব অক্ষুন্ন আছিল।

ইফালে নব গঠিত সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক সত্য প্ৰসাদ বৰুৱা আছিল মোৰ নাট্যগুৰু। তেখেতৰ লগত আমি শৌভিক নাট্য গোষ্ঠী খুলি কেইবাখনো মঞ্চ সফল নাট অভিনয় কৰিছিলো। শৌভিকৰ বৰুৱা সভাপতি আৰু মই সম্পাদক পদত দায়িত্ব বহন কৰিছিলো।

গুৱাহাটীত মোৰ সাংস্কৃতিক আৰু সাহিত্য সাধনা বহু পৰিমাণে বৃদ্ধি পাইছিল।

অনেক সভা-সমিতিৰ লগত মই জড়িত হৈ পৰিছিলোঁ। অনেক অনুষ্ঠানে মোক সন্মান সহকাৰে নিমন্ত্ৰণ জনাইছিল। অসম সাহিত্য সভাৰ কেইবাবাৰো কাৰ্যনিৰ্বাহকৰ সদস্য থকাৰ বাহিৰেও দুধনৈ অধিবেশনৰ সাংস্কৃতিক অনুষ্ঠানৰ উদ্বোধক হৈছিলো। পাঠশালা, হাইলাকান্দি, হাওৰাঘাট প্ৰভৃতি স্থানত অনুষ্ঠিত অসম সাহিত্য সভাৰ স্মৃতিগ্ৰন্থ উন্মোচক, মুখ্য বক্তা, আলোচনাচক্ৰৰ উদ্বোধন বিশিষ্ট অতিথিৰূপে সন্মানিত হৈছিলো। সদৌ অসম গ্ৰাম্য পুথিভঁৰাল সন্থাই মোৰ "গ্ৰন্থৰত্ন" উপাধিৰে ৰাজহুৱা ভাৱে বিভূষিত কৰিছিল। শংকৰদেৱ কলাক্ষেত্ৰত অনুষ্ঠিত মুকলি সভাত অসমৰ শিক্ষামন্ত্ৰীৰ সভাপতিত্বত বহা অনুষ্ঠানত মোক অসমৰ পুথিভঁৰাল আন্দোলনলৈ আগবঢ়োৱা অসামান্য সেৱাৰ বাবে এই গ্ৰন্থৰত্ন উপাধি প্ৰদান কৰা হৈছিল। মই অভিভূত হৈ পৰিছিলো বিভিন্নজন গুণী-জ্ঞানী ব্যক্তিৰ প্ৰশংসা সূচক বক্তৃতাত। নগাঁও নাট্য সমিতি, গুৱাহাটী গ্ৰন্থাগাৰ সন্থা, অসম পুথিভঁৰাল সেৱা সন্থা, শৌভিক সাংস্কৃতিক সন্থা, গুৱাহাটী সাহিত্য কানন, নামনাইৰ ৪০ বছৰীয়া জয়ন্তী, শিলঘাট নাট্য সমাজ, ব্ৰজ শৰ্মা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি, শৰৎ চন্দ্ৰ শৰ্মা প্ৰাচ্যতত্ব, অধ্যয়ন কেন্দ্ৰ ৰাধা গোবিন্দ বৰুৱা স্মৃতি ৰক্ষা সমিতিৰ দ্বাৰা সন্মানিত গোলাঘাট এমেচাৰ থিয়েটাৰ প্ৰভৃতি অনেক অনুষ্ঠান প্ৰতিষ্ঠানে মোক মানপত্ৰ সহ বিপুল সন্মানেৰে সম্বৰ্ধনা জনাইছে। ২০০১ চনৰ ৩১ মাৰ্চ তাৰিখে মোৰ ৭৫ বছৰ পূৰ্ণ হোৱা শুভক্ষণত এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ পাইছিল। মোৰ জোঁৱাই ড° গৌতম শৰ্মা, বৰজী ড° গায়ত্ৰী গোস্বামী আৰু সৰু পুত্ৰ পুৰঞ্জয় গোস্বামীৰ সম্পাদনাত এই অভিনন্দন গ্ৰন্থখন উন্মোচিত হৈছিল এখন ৰাজহুৱা অনুষ্ঠানত। স্বনামধন্য কবি নৱকান্ত বৰুৱাই এই গ্ৰন্থখন আনুষ্ঠানিক ভাৱে উন্মোচন কৰিছিল। সত্যপ্ৰসাদ বৰুৱা, গিৰিশ চৌধুৰী, দিলীপ হাজৰিকা, ড° প্ৰদীপজ্যোতি মহন্ত প্ৰভৃতি ব্যক্তি সকলে মোৰ জীৱন আৰু কৰ্ম ৰাজিৰ ওপৰত মনোগ্ৰাহী বক্তৃতা প্ৰদান কৰি মোক প্ৰশংসাৰে অভিভূত কৰি পেলাইছিল। গ্ৰন্থখনত "ব্যক্তিগত অনুভৱ", "গ্ৰন্থাগাৰিকৰ দৃষ্টিত" আৰু "গ্ৰন্থ ৰচনাৰ প্ৰেক্ষাপট"ত নামৰ তিনিটা শিতানত বিভিন্নজনে মোৰ বিষয়ে আলোচনা আগবঢ়াইছে। ইংৰাজী খণ্ডত, সত্যপ্ৰসাদ বৰুৱা, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই লিখি থৈ যোৱা এটা প্ৰবন্ধ (মোৰ ৰচিত) অসমৰ লোক নাট্য গ্ৰন্থখনৰ ওপৰত সমালোচনা)। ড° হীৰেন গোঁহাইৰ Ram Goswamee as I have known him, ড° অন্নদাচৰণ ভাগৱতীৰ Prim and Proper, ড° গৌতম শৰ্মাৰ The Scholar Gentleman, সুৰেণ ৰাম ফুকনৰ Dhanmama. A Figure of Emineace, সাংবাদিক অজিত পাটোৱাৰীৰ The long wait, ড° দয়ানন্দ পাঠকৰ Some Renouned Play wrights, অভিজিত মিশ্ৰৰ The

wonderful world of books, সাংবাদিক মনিস গোস্বামীৰ A tireless traveller in the realm of books, অমৃতা শৰ্মাৰ Wishes Across the Miles (U.S.A.) প্ৰভৃতিয়ে। অসমীয়া শিতানত সাহিত্যাচাৰ্য্য অধ্যাপক যতীন্দ্ৰ নাথ গোস্বামী, অধ্যাপক নৱকান্ত বৰুৱা, ড° বীৰেন্দ্ৰ নাথ দত্ত, ড° কেশৱানন্দ দেৱগোস্বামী, ড° মামনি ৰয়ছম গোস্বামী, ড° ভূৱন মোহন দাস, দিলীপ কুমাৰ হাজৰিকা, নয়ন প্ৰসাদ, ড° অমৰজ্যোতি চৌধুৰী, ড° প্ৰদীপজ্যোতি মহন্ত, মেজৰ সত্যব্ৰত ভূএগ্ৰা লহকৰ, ড° মালিনী গোস্বামী, ড° অমিয় মোহন দাস, বাদল দাস, দিনেশ শৰ্মা, খনীন্দ্ৰ চন্দ্ৰ দাস, ৰীণা বৰা, দীপ্তি বৰুৱা, ৰূপা শৰ্মা আদি ভালে কেইজন গুণমুগ্ধ ব্যক্তিৰ লেখা সোমাই আছে। মোৰ গ্ৰন্থাগাৰিক জীৱনৰ বিষয়ে আলোকপাত কৰিছে ড° অলকা বুঢ়াগোহাঁই, থানেশ্বৰ দাস, টংকেশ্বৰ বৰদলৈ, ৰীতা দাস, মঃ জুলমত আলি প্ৰভৃতিয়ে। গ্ৰন্থ ৰচনাত মোৰ কৃতিত্বৰ বিষয়ে সমালোচনা আগবঢ়াইছে- অধ্যাপক যোগেশ দাস, কনক চন্দ্ৰ শৰ্মা, অধ্যাপক প্ৰদীপ আচাৰ্য, অধ্যাপক উপ্ৰেন্দ্ৰ নাথ বৰকটকী, ড° শ্যামপ্ৰসাদ শৰ্মা, পৰাগ কুমাৰ দাসৰ মানুহৰ পৃথিবী, হৃদয়ানন্দ গগৈ, ড° পৰমানন্দ ৰাজবংশী প্ৰভৃতি ব্যক্তি সকলে। গ্ৰন্থখনত লিপিবদ্ধ কৰা হৈছে মোৰ জীৱন পৰিচয়, বংশ পৰিচয়, মান পত্ৰ কিছুমানৰ প্ৰতিলিপি আৰু মই থকা আলোকচিত্ৰ গোটাচেৰেক। এই "জীৱন আৰু কৰ্মকীৰ্তি ঃ বিভিন্নজনৰ চৰ্চাত ৰাম গোস্বামী" নামৰ অভিনন্দন গ্ৰন্থ খনৰ বাবে মই উদ্যোক্তা সকলৰ ওচৰত অশেষ কৃতজ্ঞ। মোৰ জীৱন বৃত্তৰ এইখন খতিয়ান স্বৰূপ।

সাহিত্য সংস্কৃতিৰ চৰ্চাত আত্মনিয়োগ কৰিবলৈ গুৱাহাটীৰ পৰিবেশে মোক অনুপ্ৰাণিত কৰিছিল। বৰ্তমানলৈকে ২৬ খন কিতাপ ৰচনা কৰি মই সাহিত্য জগতত সু-প্ৰতিষ্ঠিত হবলৈ সক্ষম হ'লো অনেক কেইখন গ্ৰন্থই পুৰস্কাৰ কঢ়িয়াই আনি মোৰ স্থিতি দৃঢ় কৰিলে। গ্ৰন্থৰ ভিতৰত মন আৰু মন, অংগৰাগ, বিশ্ববিশ্ৰুত নাট্যকাৰ জীৱন বৃত্ত, পলাশৰ ৰং, লেনিন, অসমৰ লোক নাট্য আমেৰিকা পৰিচিতি (ভ্ৰমণ কাহিনী) কিতাপ আৰু কিতাপ, নাটক আৰু নাটক, তিনিখন মালায়ালাম নাটকৰ অসমীয়া ৰূপান্তৰ, ৰুদ্ৰ বৰুৱাৰ গীত (সম্পাদনা) নাট্যকাৰ প্ৰবীন ফুকনৰ নাট্যৱলী, গণতন্ত্ৰৰ বাণী, প্ৰতীক্ষা (উপন্যাস), মাদল (নাটক) প্ৰভৃতি অন্যতম। ইয়াৰ বাহিৰেও সম্পাদনা কৰা গ্ৰন্থ নাট্য প্ৰভাকৰ সত্য প্ৰসাদ বৰুৱা, অনুবাদ গ্ৰন্থ- আমেৰিকাৰ প্ৰেসিডেণ্ট, কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ নাটক নটীৰ পূজা, আশুতোষ মুখাৰ্জী, যতীন্দ্ৰ নাথ সেনগুপ্ত (নেচনেল বুকট্ৰাষ্টৰ বাবে), যুগ্ম সম্পাদনা কৰা অসম প্ৰকাশন পৰিষদৰ অম্বিকাগিৰী ৰায় চৌধুৰী, মহেন্দ্ৰ মোহন চৌধুৰী উল্লেখযোগ্য। অসম প্ৰকাশন

পৰিষদৰ কাৰ্যনিৰ্বাহক সমিতিৰ দুটা কাৰ্যকালৰ বাবে মই সদস্য আছিলো। কিছুদিনৰ বাবে বিশ্বকোষ ৰচনাৰ মুখ্য সম্পাদকৰ দায়িত্বও বহন কৰিছিলো। সাম্প্ৰতিক অসম সাহিত্য সভাই প্ৰকাশ কৰা বিশ্বকোষৰ বাবে মই কেইবাটাও প্ৰ বন্ধ দিছিলো। সেইবোৰ প্ৰকাশ পাইছে বিশ্বসাহিত্য আৰু ভাৰতীয় সাহিত্য নামৰ খণ্ড দুটাত। এতিয়ালৈকে ৫০০ শৰো অধিক প্ৰবন্ধ ৰচনা বিভিন্ন আলোচনী আৰু পত্ৰিকাত প্ৰকাশ পাইছে। সেইবোৰ জুকিয়াব পাৰিলে কেইবাখনো ভাল গ্ৰন্থ ছপা কৰাৰ থল আছে। গ্ৰন্থ সমালোচক ৰূপে মোৰ অৰিহণা সৰ্বজন স্বীকৃত। গৰ্ব কৰা নাই। যি সত্য তাকে অকপট ভাৱে লিখি থৈছো। সুদীৰ্ঘ তেত্ৰিছ্ বছৰ গ্ৰন্থাগাৰিক চাকৰি কৰি ১৯৮৪ চনত মই অৱসৰ গ্ৰহণ কৰিলো। চৰকাৰে ৬ মাহ্ কাল মোক বঢ়াই দিলে। সাধাৰণতে চাকৰিৰ ম্যাদ বঢ়াই দিয়া নহয়। মোক দিয়া হ'ল গ্ৰাম্য পুথিভঁৰাল সংস্থাপনৰ বাবে এখন আঁচনি প্ৰস্তুত কৰি দিয়াৰ উদ্দেশ্যে। মই মোৰ কাৰ্যকালত জিলা, মহকুমা পুথিভঁৰাল পৰ্যায়লৈকে ৰাজহুৱা পুথিভঁৰাল সেৱা সম্প্ৰসাৰণ কৰিছিলো। লগতে পুথি ভঁৰাল ভৱন নিৰ্মাণৰো প্ৰস্তাৱ হাতত লৈছিলো। শিক্ষাৰ অপৰিহাৰ্য অংগ চৰকাৰি খণ্ডত এই সম্প্ৰসাৰণ আৰু ভৱন নিৰ্মাণৰ আঁচনি যুগুত কৰা হৈছিল। পাহাৰত অৱস্থিত জিলা কেইখনতো এই কাৰ্যসূচী সম্প্ৰসাৰণ হৈছিল। গ্ৰাম্য পুথিভঁৰাল আঁচনিখন মই শিক্ষাবিভাগত দাখিল কৰি লগত ইয়াৰ আধাৰতে পৰ বৰ্তী কালত গ্ৰাম্য পুথিভঁৰাল স্থাপনৰ কাম অগ্ৰসৰ হৈছে। এই সম্প্ৰসাৰণত গাঁও পঞ্চায়তকো সামৰি লোৱা হৈছে। পঞ্চায়ত আৰু ব্লক পৰ্যায়ত একোটাকৈ গ্ৰাম পুথিভঁৰাল স্থাপন কৰা হৈছে- ইয়াৰ লক্ষ্য বৰ্তমান দুশৰো অধিক গ্ৰাম্য পুথিভঁৰাল স্থাপন কৰিববলৈ সমৰ্থ হৈছে। মোৰ কাৰ্যকালতে ৰাজধানী দিশপুৰত এটা শাখা পুথিভঁৰাল স্থাপন হৈছে। তাত কাম কৰা কৰ্মী সকলে পঢ়াশুনা কৰিববলৈ এই শাখাটো অত্যন্ত প্ৰয়োজনীয় বুলি বিবেচিত হৈছিল। এই বিষয়ত সেই সময়ৰ শিক্ষা সচিব মদন চন্দ্ৰ বেজবৰুৱাৰ উৎসাহ আৰু সহায় উল্লেখযোগ্য। মই ৬ মাহ বৰ্দ্ধিত কালত কামত থাকোতে পুথিভঁৰাল সঞ্চালকালয় ঘোষণা কৰাৰ বিজ্ঞপ্তি প্ৰকাশ পায়। প্ৰস্তাবটো পুথিভঁৰাল পক্ষৰ পৰা ময়ে দাখিল কৰিছিলো। মই ৰাজ্যিক গ্ৰন্থাগাৰিক ৰূপেই অৱসৰ ললো। সঞ্চালকালয় পৰ্যায়লৈ বৰ্তমানৰ প্ৰশাসনীয় গোটটোকে নাম সলনি কৰি ডাইৰেক্টৰেট কৰা হৈছিল মাত্ৰ। পদ মৰ্যাদা বাঢ়িল। কিন্তু দৰমহা পাতিৰ হাৰ একেই ৰৈ গ'ল। পাছত সম্ভৱ পৰিবৰ্তন কিছু হৈছে। আন এটা কামত মই কাৰ্যকৰী কৰিছিলো। সেইটো হৈছে ৰাজাৰাম মোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেশ্যনৰ পৰা Matching gran আদায় কৰা। কিতাপ কিনাৰ ক্ষেত্ৰত ফাউণ্ডেশ্যনে বিস্তৰ সহায় কৰি আমাৰ পুথিভঁৰাল সেৱাক

চহকী কৰিছে। কোৱা প্ৰাসংগিক যে মই ৰামমোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেশ্যনৰ কেন্দ্ৰীয় বোৰ্ডৰ এজন সদস্য আছিলো। কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা বিভাগে মোক নিৰ্বাচন কৰিছিল। দুটা কাৰ্যকাল মই বোৰ্ডৰ সদস্য আছিলো। আজিও এই সহযোগ অব্যাহত আছে। সাহৰ্যৰ অংক বহুত বাঢ়িছে।

মই অৱসৰ লোৱাৰ দিনা এখন বিদায় সভা অনুষ্ঠিত কৰি লাইব্ৰেৰী ষ্টাফে মোক উষ্ণ বিদায় দিলে। কেইটামান স্মৰণীয় বিদায় ভাষণো দিলে। কেইপদমান বস্তু উপহাৰ স্বৰূপে আগবঢ়ালে। এই বিদায় সভাত আমি সকলো ভাৱপ্ৰৱণ হৈ পৰিছিলো। এদিন অৱসৰ লবই লাগিব। ময়ো ললো। কিন্তু মই লাইব্ৰেৰী স্থাপনৰ গুৰিৰে পৰা লাগি, অশেষ পৰিশ্ৰম কৰি এই অনুষ্ঠানটো গঢ়ি তুলিলো। ইয়াতে মোৰ আনন্দ আৰু উপলব্ধি। অৱসৰ লোৱাৰ পাছতো লাইব্ৰেৰীৰ লগত মোৰ সম্পৰ্ক নিঃশেষ হোৱা নাই। মই এতিয়াও লাইব্ৰেৰীৰ গ্ৰন্থ নিৰ্বাচন (Book Selection Committees) কমিটি এজন সদস্য। লাইব্ৰেৰী বিষয়ত অসম চৰকাৰে মোক বিশ্বাসত ৰাখি পৰামৰ্শ লৈছে।

লাইব্ৰেৰীৰ পৰা অৱসৰ লৈ মই অসম প্ৰকাশন পৰিষদৰ সদস্য হলো। বিশ্বকোষ প্ৰণয়নত মই সম্পাদক ৰূপে চাকৰিও কৰিলো- প্ৰায় দু বছৰ কাল Re-oppointment। প্ৰকাশনৰ সচিব চন্দ্ৰ প্ৰসাদ শইকীয়াৰ লগত মোৰ বন্ধুত্ব গাঢ় হবলৈ ধৰিলে। বহুত বিষয়ত তেওঁ আৰু মই একেলগে কাম কৰাৰ সুযোগ পালো। তেওঁৰ সুযোগ্য সম্পাদনাত ওলোৱা প্ৰকাশ আৰু গৰীয়সীত মোৰ প্ৰবন্ধ নিয়মিত ভাৱে প্ৰকাশ হোৱাত তেওঁ উৎসাহ যোগালে।

মাছখোৱা সাংস্কৃতিক প্ৰকল্পৰ আৰম্ভণিৰে পৰা জড়িত আছিলো। ইয়াৰ সভাপতিৰূপে দায়িত্ব লব লগা হৈছিল। বৰ্তমান আ, টি, এৰ আৰ্থিক অনুদানত নিৰ্মিত হোৱা সাংস্কৃতিক কেন্দ্ৰৰ মই Trust ৰ সদস্য আৰু সাংস্কৃতিক শাখাৰ সভাপতি।

কামৰ পৰা অৱসৰ ললো ১৯৮৪ চনৰ মাজ ভাগত। কিন্তু আজি ২০০৫ চনৰ মাৰ্চ মাহ পৰ্যন্ত মই বহি থাকিবলৈ পৰা নাই। অনেক অনুষ্ঠান প্ৰতিষ্ঠান, সভা-সমিতি, লেখা-পঢ়া, ফুৰা-চকাত মোৰ সময়বোৰ ব্যস্ততাৰে পৰা হৈ আছে। মাজতে (২০০৪ চনৰ নৱেম্বৰ মাহত) মই জিনুক লৈ মোৰ জন্ম স্থান গোলাঘাটলৈ গৈ দুদিনমান আছিলো। এই যাত্ৰা আছিল পৰম সুখৰ। অতীতৰ গোলাঘাটৰ ঘৰখনৰ স্মৃতিয়ে মোক অনুভূতিৰে ভৰাই পেলাইছিল। গোলাঘাটৰ ঘৰখনত বৰ্তমান মোৰ ভটিজা ল'ৰা দীপ (দীপক গোস্বামী থাকে সপৰিয়ালে) তাৰ পৰিবাৰ বাণী। ভৰলুমুখৰ

প্ৰয়াত বলেন ৰাম ফুকনৰ ছোৱালী। কাম-বনত পাকৈত গৃহিনী। দুটা সন্তান। ল'ৰা বাবু আৰু ছোৱালী মেঘনা। দুয়ো পঢ়ি আছে। অতি আগ্ৰহেৰে দীপ-বাণীয়ে আমাক সোধ-পোছ কৰিলে। বৰ ভাল লাগিল সিহঁতৰ চেনেহ ভৰা যত্নৰ বাবে। গোলাঘাট চহৰৰ বহুত পৰিবৰ্তন দেখিলো। অনেক ঠাইৰ মানুহ আহি মাটি বাৰী কিনি গোলাঘাটৰ বাসিন্দা হৈছে। জনসংখ্যা বৃদ্ধি পাইছে। কিন্তু আৰ্থিক দিশত উন্নতি হোৱা নাই। গোলাঘাটৰ লগত মূল আলিবাটৰ সংযোগ নাই। সোমাই আহিব লাগে। নুমলিগড়, দেৰগাঁও চহৰৰ লগত যোগাযোগ সহজ বাবে সেইবোৰ ঠাই উদ্যোগৰ বাবে উন্নত হৈ আহিছে। নুমলিগড়ত ৰিফাইনেৰি স্থাপন হৈছে। আমাৰ আগৰ বৃহৎ বাৰীখন ভাগ ভাগ হ'ল। আমি বাহিৰলৈ ওলাই আহিলো। মাটি ভাগ কৰি দি বাপদাদাই এটা নিজ বিবেচনাৰে সিদ্ধান্ত লৈছিল। কাৰো আপত্তি নাছিল। দীপে মূল ঘৰবাৰীতে থাকিল। সম্পৰ্কও প্ৰীতি মধুৰ হৈ ৰ'ল। দীপৰ ঘৰখনেই আমাৰ ঘৰ বুলি আমি আহ-যাহ ৰাখিছো।

গোলাঘাট এমেচাৰ থিয়েটাৰ কুশল কোঁৱৰ নাটকৰ নাট্যকাৰ সুৰেণ শইকীয়াৰ জন্ম শতবৰ্ষ পালন কৰিছিল। কাৰ্যসূচীত মোক ৰাজহুৱা ভাৱে মান পত্ৰ প্ৰদানেৰে সম্বৰ্দ্ধনা জনাবলৈ নিমন্ত্ৰণ কৰিছিল। যাবলৈ এখন গাড়ীও বন্ধ বস্ত কৰি দিছিল। মই গৈ অভ্যৰ্থনাত উপস্থিত হোৱাত এমেচাৰ থিয়েটাৰৰ সদস্য সকলে পৰম সন্তোষ পালে। গোলাঘাটৰ ৰাইজেও আদৰ জনাই মোক অভিনন্দন জনালে। মই অভিভূত হৈছিলো। এই এমেচাৰ থিয়েটাৰতে মই ডেকা কালত বহুতো অভিনয়ত নামিছিলো। সেই অধ্যায় আছিল এক মধুৰ স্মৃতিৰ সফুঁৰা। মোৰ পুৰণি বন্ধু প্ৰফুল্ল চলিহা, অৰুণ কলিতা প্ৰকৃতিৰ লগ পাই বৰ ভাল লাগিছিল। ভগৱতী প্ৰসাদ লাডিয়াকো ঘৰলৈ গৈ লগ ধৰিলো। আটাইকেইটা ল'ৰা-বোৱাৰী আহি মোকে জিনুকে ভৰি চুই সেৱা কৰিলে। ভগৱতীৰ সৰু ল'ৰা ঘনশ্যাম বৰ্তমান গুৱাহাটীত আছে। ব্যৱসায় কৰে। আমাৰ লগতে সিয়ো গোলাঘাটলৈ গৈছিল। বৰ উৎসাহী ল'ৰা।

গোলাঘাটৰ ভ্ৰমণটো মোৰ বাবে বৰ সুখৰ আছিল। অতীত ৰোমন্থণ কিমান মধুৰ কৈ অন্ত কৰিব নোৱাৰি। বাৰীত এজোপা বেল গছ আছে। দেউতাৰ দিনৰে। আমি ইয়াৰ বেলপাত চিঙি পূজাত দিছিলো। অপৰ্যাপ্ত বেল লাগিছিল। পকা বেল বুটলিছিলো দৌৰ মাৰি গৈ। আজিও গছজোপা আছে অৱস্থা বেয়া। বেল নালাগে, পাতো নসৰে। বেল জোপাৰ কাষত ঠিয় হৈ সুঁৱৰিছিলো সেই পুৰণি দিনৰ কথা! এতিয়া সেই বোৰ হেৰাই গ'ল! বেলগছ জোপা জীয়াই আছে শেষ দিনলৈ। হয়তো এদিন ভাঙি পৰিব। মোক দেখি বেলগছ জোপাই যেন কৈছিল ঃ মই বুঢ়া হলো,

এতিয়া আৰু মোক কোনেও নিবিচাৰে। পাতো নাই, বেলফলো নধৰে। তোমাক দেখি ভাল লাগিছে, পুৰণি দিনলৈ মনত পৰিছে। তুমি যে বেলপাত চিঙোতে কাঁইটে বিন্ধিছিল- বেল বুটলি থাকোতে ভৰিত দুখ পাইছিলা? মনত আছেনে বাৰু? মই এতিয়া অলস, অসাৰ। তুমিও বুঢ়া হৈছা। আগৰ চেহেৰা আৰু নাই!! ভালে থাকা মোৰ সোণ, ভালে কুশলে থাকা ....."

গোলাঘাটৰ পৰা আকৌ আহি গুৱাহাটী পালোহি। কোলাহলৰ চহৰ, ব্যস্ততাৰ চহৰ। প্ৰকৃতিৰ লগত বিচ্ছিন্ন, সকলোতে কৃত্ৰিমতা বিৰাজমান। অথচ মানুহ দৌৰিয়ে আছে- কোন কলৈ গৈছে, কলৈ আহিছে ধৰিবই নোৱাৰি- কিমান মানুহ, কিমান যান-বাহন, কিমান দূৰ্ঘটনা, বোমা বাৰুদৰ ভয়, আশংকা! ঘৰৰ পৰা আলিবাটলৈ গলেই দুশ্চিন্তাৰ অন্ত নাই। তথাপি ইয়াতে আছো। গুৱাহাটীৰ মোহ! অদ্ভুত মাদকতা আছে! আকৌ লেখা-পঢ়া ব্যস্ততাত সোমাই পৰিলো। ২০০৫ চনৰ ৩১ মাৰ্চত মই আঁশী বছৰত ভৰি দিলো। তাৰ আগতে মোৰ জীৱন কাহিনীখন সম্পূৰ্ণ কৰিবলৈ পাই মই ধন্য হৈছো। ছপা হোৱা দেখিবলৈ পামনে নাই, কব নোৱাৰো। ল'ৰা-ছোৱালী আৰু পৰিবাৰ জিনুৰ তাগিদাৰ উপৰি তাগিদা, উৎসাহ প্ৰদান, সহায়-সহযোগ আছিল মোৰ এই বাৰ্দ্ধক্য কালত লেখিবলৈ পোৱা প্ৰেৰণা! তিনি মাহতে এই আত্ম কাহিনী সম্পূৰ্ণ কৰিছো। অনেক কথা বৈ গৈছে; যি মনত পৰিছে স্মৰণ সঁফুৰাত, যিবোৰ দৃশ্যপট সজীৱ হৈ আছে, তাকে অকপট ভাৱে লিপিবদ্ধ কৰিছো। আত্মজীৱনী লেখোতে বহুটো ঘটনা বিস্মৃতিত হেৰাই গৈছে। অনেক পুৰণি দিনৰ কথা মনত পেলাবলৈ যত্ন কৰিও মই বিফল হলো। হয়তো সেইবোৰ ঘটনা ঘটিছিল পাহৰি যাবলৈকে। আয়ুসো চাগে খন্তেকীয়া। সিহঁতে মোৰ জীৱন পৰিধিত সোমাব খোজা নাছিল। সৰাপাতৰ দৰেই সিহঁত সময়ৰ বতাহত উৰি গ'ল-। কিতাপ আৰু লাইব্ৰেৰীয়েই আছিল মোৰ জীৱন নাটৰ মূল প্ৰসংগ। মোৰ আত্মাক ইয়াৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি বাবে অধিক বৰ্ণনা দুয়ো বিষয়তে দি বলৈ মই বাধ্য হৈছিলো।





জগত চন্দ্ৰ গোস্বামী (পিতৃ)



মৃণালিনী দেৱী গোস্বামী (মাতৃ)



জীৱেশ্বৰ গোস্বামী (শহুৰ দেউতা)



বীণাপানী গোস্বামী (শাহু আই)



মাকন বাইদেউ / মা / ললিতা বাইদেউ



গোবিন্দ গোস্বামী (বৰদাদা)



মা, বাইদেউ, দাদা, ভাই সমন্বিতে পৰিয়াল বৰ্গ।



মোৰ আগৰ ফটো



মোৰ বৰ্ত্তমানৰ ফটো



সাম্প্রতিক দিনৰ পৰিয়াল বৰ্গ পুত্ৰ, কন্যা, নাতি নাতিনী প্ৰভৃতিৰ সৈতে
মই আৰু পৰিবাৰ জিনু।



পৰিয়ালৰ আন এখন ফটো জোঁৱাই / বোৱাৰী সহিতে।



মই আৰু পত্নী জিনু



সৰু পুত্ৰ পিংকু, সৰু বোৱাৰী ৰাণী আৰু আমি, এক ধৰ্মীয় কাৰ্যত যোগদান



ভাৰতীয় হাই কমিছনাৰ দিলীপ সিং, অষ্ট্ৰেলিয়াৰ মুখ্যমন্ত্ৰীৰ পৰিবাৰ আৰু আমি ভাৰতীয় লাইব্ৰেৰীয়ান তিনিগৰাকী।



আন এখন গ্ৰুপ ফটো অষ্ট্ৰেলিয়াৰ চেমিনাৰত।



অষ্ট্ৰেলিয়াত মই পৰিদৰ্শন কৰা নিউচাউথ বেলচ পাব্লিক লাইব্ৰেৰী ভৱনৰ সন্মুখ ভাগ।



জগত জোৰা খ্যাতি সম্পন্ন ক্ৰিকেট খেলুৱৈ চাৰ ডন ব্ৰেডমেন। (মই লগ পাইছিলো ব্ৰিচবেনত, একেলগে দুপৰীয়া আহাৰ খাই তেওঁৰ ফটোত অটোগ্ৰাফ লৈছিলো। সেই ফটোখন, তেওঁৰ অটোগ্ৰাফ সহ)।



অষ্ট্ৰেলিয়া ভ্ৰমণ অন্তত স্বদেশ যাত্ৰা।
ষ্টেথিডেন (পি এণ্ড অ') নামৰ জাহাজত। চিডনী বন্দৰ এৰাৰ বিদায় মুহূৰ্ত্তত।



মাৰ্কিন যুক্তৰাষ্ট্ৰত থকা সময়ত - লছ এঞ্জেলচত মই থকা হোটেল ক্লাৰ্ক।



During a break in a regional meeting, the lighter side of the library profession is discussed by Mrs. Vesta Bruner, of the Los Angeles County library system, Ram Goswamy, state librarian from India, Paul Scott, Antelope Valley regional librarian, and Miss Helen Million, Newhall librarian.

বাতৰি কাকতত মোৰ খবৰ



লছ এঞ্জেলেচ
পাব্লিক লাইব্ৰেৰীত



কালিফোর্ণিয়াত
জনৰক্ষী বিষয়াৰ
সৈতে



নিউ ইয়র্ক পাব্লিক লাইব্ৰেৰীলৈ যোৱাৰ পথত



বস্তন বিশ্ববিদ্যালয়ৰ সন্মুখত



কেছভন (নেচনেল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান, কলিকতা) ৰ সৈতে



ৰাজ্যিক গ্ৰন্থাগাৰিক অসম (শ্বিলং)



নেচনেল লাইব্ৰেৰীৰ গভৰ্ণিং কাউন্সিলৰ উপসভাপতি ৰূপে প্ৰধান মন্ত্ৰী
পণ্ডিত জৱাহৰলালক অভ্যৰ্থনা কৰা সময়ত



গুৱাহাটী লায়নছ ক্লাবত বক্তাস্বৰূপে, লগত ড" প্ৰফুল্ল দত্ত গোস্বামী চাৰ



চন্দ্ৰ প্ৰসাদ শইকীয়া, ৰং বং টেৰং আৰু মই, ডিফুত




মোক জনোৱা সম্বৰ্দ্ধনা সভা



৫০ বছৰ সুখৰ বিবাহিত জীৱন অন্ত পৰা শুভ ক্ষণত জিনু আৰু মই



দুই পুত্ৰ দুই কন্যা - শংকু, পিংকু, কুকি আৰু লুকি

# পৰিশিষ্ট

# ৰামগোস্বামীৰ সংক্ষিপ্ত জীৱন পৰিচয়

| | | |
|---|---|---|
| সম্পূৰ্ণ নাম | ঃ | ৰাম গোস্বামী |
| পিতৃৰ নাম | ঃ | ৰায় চাহাব জগত চন্দ্ৰ গোস্বামী |
| মাতৃৰ নাম | ঃ | মৃণালিনী দেৱী গোস্বামী |
| জন্মস্থান | ঃ | গোলাঘাট |
| জন্ম তাৰিখ | ঃ | মাৰ্চ মাহ, ৩১ তাৰিখ ১৯২৬ চন |
| বৰ্তমানৰ বাসস্থান | ঃ | কমলাকান্ত ভট্টাচাৰ্য পথ, চেনিকুঠি, গুৱাহাটী - ৭৮১০০৩ |
| শিক্ষা | ঃ | গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুল, কলেজীয়া শিক্ষা-স্নাতক, কটন কলেজ; কলিকতা বিশ্ববিদ্যালয় গ্ৰন্থাগাৰ বিজ্ঞান বিষয়ত স্নাতকোত্তৰ ডিপ্লোমা। |
| চাকৰি | ঃ | ৰাজ্যিক গ্ৰন্থাগাৰিক, অসম চৰকাৰৰ পুথিভঁৰাল সেৱা, ১৯৫১-১৯৮৪; অবিভক্ত অসমৰ ৰাজধানী শ্বিলং আৰু স্থানান্তৰৰ পাছত গুৱাহাটীত। |
| বিদেশত | ঃ | ভাৰত চৰকাৰৰ দ্বাৰা নিৰ্বাচিত কলম্বো প্লেনত (চিনিয়ৰ ফেলোশ্বিপত) অষ্ট্ৰেলিয়া যাত্ৰা, ৰাজহুৱা পুথিভঁৰাল প্ৰশিক্ষণ; দ্বিতীয়বাৰৰ বাবে মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ যাত্ৰা, ভাৰত চৰকাৰৰ দ্বাৰা মনোনীত ভাৰতীয় গ্ৰন্থাগাৰিক প্ৰশিক্ষণ আঁচনিৰ অন্যতম সদস্য; বৃটিছ কাউন্সিলৰ সৌজন্যত লণ্ডনত ৰাজহুৱা পুথিভঁৰাল সংগঠন ব্যৱস্থা অধ্যয়ন। পেৰিচৰ পুথিভঁৰাল পৰিদৰ্শন, চেমিনাৰত যোগদান। |
| কৰ্ম অভিজ্ঞতা | ঃ | অসমত ৰাজহুৱা পুথিভঁৰাল সেৱা প্ৰৱৰ্তনত কাৰ্যনিৰ্বাহ। অগ্ৰামী ভূমিকা পালন। গ্ৰাম্য পুথিভঁৰাল আঁচনি প্ৰস্তুত আৰু চৰকাৰৰ শিক্ষা বিভাগত দাখিল। অসমৰ পুথিভঁৰাল সেৱাৰ উন্নয়নৰ হকে অহোপুৰুষাৰ্থ।<br>প্ৰশংসনীয় কামৰ বাবে ভাৰত চৰকাৰৰ দ্বাৰা কলিকতা নেশ্যনেল লাইব্ৰেৰীৰ গভৰ্নিং কাউন্সিলৰ সদস্য মনোনীত, কাৰ্যকাল ৩ বছৰ। সদস্য ঃ ৰাজা ৰাম মোহন ৰায় লাইব্ৰেৰী ফাউণ্ডেশ্যন, কলিকতা। ভাৰত চৰকাৰৰ দ্বাৰা আমন্ত্ৰিত অংশগ্ৰহণকাৰী UNESCO আন্তৰ্জাতিক চেমিনাৰত যোগদান।<br>সৰ্বভাৰতীয় পুথিভঁৰাল সন্থাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য, অসম চৰকাৰ পক্ষৰ চেমিনাৰ অনেকত অংশগ্ৰহণ। |

# সাহিত্য সংস্কৃতি চৰ্চা (কিছু আভাস)

সাহিত্যিক, কেইবাখনো গ্ৰন্থৰ লিখক। গ্ৰন্থ সমালোচক। অসম সাহিত্য সভাৰ আজীৱন সদস্য। কেইবাবাৰো কাৰ্যনিৰ্বাহক সমিতিৰ সভ্য।

পাঠশালা অধিৱেশনৰ বক্তা - 'আধুনিক অসমীয়া নাটক'

হাইলাকান্দি অধিৱেশন - 'স্মৃতিগ্ৰন্থ' উন্মোচক।

দুধনৈ অধিৱেশন - 'সাংস্কৃতিক সন্মিলন' উদ্বোধক।

সাংস্কৃতিক বিভাগৰ দ্বাৰা আয়োজিত নাট বিষয়ৰ আলোচনা চক্ৰৰ-সভাপতি।

অসম প্ৰকাশন পৰিষদৰ দুটা কাৰ্যকালৰ সদস্য।

অসমীয়া বিশ্বকোষৰ মুখ্য সম্পাদক, এবছৰ ছমাহ কাৰ্যকাল।

উপ-সভাপতি - অসম একাডেমী।

অসম লেখক সমবায়- সভাপতি, কাৰ্যকাল দুবছৰ।

অনেক নাট আৰু সাহিত্য সম্পৰ্কীয় আলোচনা চক্ৰৰ সঞ্চালক।

কামৰূপ নাট্য সমিতিৰ সদস্য।

সভাপতি, সাংস্কৃতিক উপ সমিতি, অসম সাংস্কৃতিক ন্যাস, প্ৰাগজ্যোতি, মাছখোৱা, গুৱাহাটী।

উপদেষ্টা - জন সংস্কৃতি সন্থা, গুৱাহাটী।

**গ্ৰন্থ ৰচনা ঃ**

মন আৰু মন

অংগৰাগ

বিশ্ব বিশ্ৰুত নাট্যকাৰ

জীৱন বৃত্ত

পলাশৰ ৰং

লেনিন

ৰুদ্ৰ বৰুৱাৰ গীত ঃ সম্পাদনা ঃ অসম প্ৰকাশন পৰিষদ।

অম্বিকাগিৰী ৰায়চৌধুৰী ঃ অসম প্ৰকাশন পৰিষদ, (যুগ্ম সম্পাদনা)

মহেন্দ্ৰ মোহন চৌধুৰী ঃ অসম প্ৰকাশন পৰিষদ, (যুগ্ম সম্পাদনা)

নাট্যকাৰ প্ৰবীণ ফুকনৰ নাট্যাৱলী ঃ অসম প্ৰকাশন পৰিষদ, সম্পাদনা।

নাট্য সংকলন ঃ সম্পাদনা, অসম লেখক সমবায়।

তিনিখন মালায়ালম নাটক ঃ অনুবাদ - নেচনেল বুকট্ৰাষ্ট অৱ ইণ্ডিয়া।
আশুতোষ মুখাৰ্জী ঃ অনুবাদ- নেচনেল বুকট্ৰাষ্ট অৱ ইণ্ডিয়া।
যতীন্দ্ৰ মোহন সেনগুপ্ত -- নেচনেল বুকট্ৰাষ্ট অৱ ইণ্ডিয়া।
নাট্যপ্ৰভাকৰ সত্য প্ৰসাদ বৰুৱা অভিনন্দন গ্ৰন্থ ঃ সম্পাদক
শিল্পী জীৱেশ্বৰ গোস্বামী ঃ জীৱন আৰু সাধনা ঃ যুগ্ম সম্পাদক
অভিনন্দন গ্ৰন্থ ঃ অসম ৰত্ন, মেজৰ সত্যব্ৰত ভূঞা লহকৰ ঃ প্ৰধান সম্পাদক
নাটক আৰু নাটক - তিনিখন বিশ্ববিখ্যাত নাটকৰ অনুবাদ।
কিতাপ আৰু কিতাপ - নিৰ্বাচিত গ্ৰন্থৰ সমীক্ষাত্মক আলোচনা।
নটীৰ পূজা অনুবাদ
আমেৰিকা পৰিচিতি - ভ্ৰমণ কাহিনী
শৰৎ চন্দ্ৰ গোস্বামী ঃ যুগ্মভাৱে ৰচিত জীৱনীগ্ৰন্থ।
অসমৰ লোকনাট্য (প্ৰকাশ কৰিছে অসম সাহিত্য সভাই)
আমেৰিকাৰ প্ৰেছিডেণ্ট - অনুবাদ (মাৰ্কিন যুক্ত ৰাষ্ট্ৰৰ তথ্য কেন্দ্ৰৰ সৌজন্যত)
গণতন্ত্ৰৰ বাণী
প্ৰতীক্ষা - উপন্যাস (হিন্দী সংস্কৰণ ছপা হোৱা পথত)
মাদল - নাটক
বিষন্ন হৃদয়, স্বাগত আশা ঃ উপন্যাস,

এতিয়ালৈকে ৫০০ শৰো অধিক প্ৰবন্ধ ৰচনা কৰা হৈছে। নিয়মীয়া প্ৰবন্ধকাৰ, সমালোচক আৰু পৰ্যবেক্ষক - প্ৰতিবেদক। অসম চৰকাৰৰ দ্বাৰা সাহিত্যিক পেঞ্চন প্ৰদান।




।। ৰাম গোস্বামীৰ সংক্ষিপ্ত বংশ পৰিচয়।।
আদি পুৰুষ - শ্ৰীশ্ৰী গৌৰাংগদেৱ
অধিকাৰ গৌৰাংসত্ৰ - ডম্বৰুধৰ গোস্বামী, ঢেকিয়াল, গোলাঘাট জিলা
পণ্ডিত হেমচন্দ্ৰ গোস্বামী
জগত চন্দ্ৰ গোস্বামী
খৰ্গেশ্বৰী দেৱী
কন্যাসকল
পুত্ৰ সকল
স্বৰ্ণলতা গোস্বামী
ললিতা ফুকন
চন্দ্ৰ প্ৰভা বৰুৱা
গোবিন্দ চন্দ্ৰ গোস্বামী
হৰিশ চন্দ্ৰ গোস্বামী
ৰাম চন্দ্ৰ গোস্বামী
বিমল চন্দ্ৰ গোস্বামী
কন্যা আৰু পুত্ৰসকল
স্ত্ৰী, জিনু গোস্বামী
ড° গায়ত্ৰী গোস্বামী (কুকি)
(স্বামী প্ৰয়াত অৰূপ শৰ্মা)
সঞ্জয় গোস্বামী (শংকু)
(স্ত্ৰী, মালা গোস্বামী)
সংগীতা শৰ্মা (লু কি)
(স্বামী ড°গৌতম শৰ্মা)
পুৰঞ্জয় গোস্বামী (পিংকু)
(স্ত্ৰী ৰাণী গোস্বামী)
অমৃতা শৰ্মা
(কাব্‌বি)
অমিত শৰ্মা
(মাইনা)
ভাৱনা গোস্বামী
(ঝুমুকা)
সিদ্ধাৰ্থ গোস্বামী
(টাবু)
মোহিত শৰ্মা
(ঋষি)
গৌৰৱ শৰ্মা
(গৌৰৱ)
জাহ্নৱী গোস্বামী
(মন্‌পা)
মানস প্ৰতীম
গোস্বামী

# ৰাজহুৱা সম্বৰ্দ্ধনা

## (মানপত্ৰ)

| | |
|---|---|
| নগাওঁ নাট্য সমিতিৰ সদস্যবৃন্দ | ২৭-০৮-১৯৮৬ |
| অসম সাহিত্য সভা হাওৰাঘাট অধিৱেশন | ২৩-০৩-১৯৯৮ |
| অসম সাহিত্য সভা হাইলাকান্দি অধিৱেশন | ২২-০২-১৯৮৮ |
| অসম সাহিত্য সভা দুধনৈ অধিৱেশন | ২০-০৪-১৯৯১ |
| নামনাই ৪০ বছৰীয়া জয়ন্তী, গুৱাহাটী | ১৫-০৫-১৯৯৩ |
| গুৱাহাটী গ্ৰন্থাগাৰ সন্থা, গুৱাহাটী | ১২-০৮-১৯৯৮ |
| অসম পুথিভঁৰাল সেৱা সন্থাৰ সদস্যবৃন্দ, গুৱাহাটী | ২০-১২-১৯৮৯ |
| অসম পুথিভঁৰাল সেৱা সন্থাৰ সদস্যবৃন্দ আৰু নাট্যগোষ্ঠীৰ সদস্যবৃন্দ, গুৱাহাটী | ০৪-০৯-১৯৯০ |
| শৌভিক সাংস্কৃতিক সন্থা | ০৪-০৯-১৯৯০ |
| গুৱাহাটী সাহিত্য কানন | ১১-০৭-১৯৯৩ |
| ব্ৰজ শৰ্মা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি, নুনমাটি | ১৫-০৯-১৯৯৪ |
| শৰৎ শৰ্মা প্ৰাচ্যতত্ব অধ্যয়ন কেন্দ্ৰ, গুৱাহাটী | ০৬-০৯-১৯৯৮ |
| শিলঘাট নাট্য সমাজ, শিলঘাট | ২৫-১২-২০০০ |
| অসম নাট্য সন্মিলন, নলবাৰী অধিবেশন | ০২-০২-২০০৩ |
| ৰাধা গোবিন্দ বৰুৱা স্মৃতি ৰক্ষা সমিতি, গুৱাহাটী | ১৭-১০-২০০৩ |
| সদৌ অসম গ্ৰাম পুথিভঁড়াল সন্থা | ০৯-০৮-২০০১ |
| নটসূৰ্য ফণী শৰ্মা সোঁৱৰণী সমিতি, গুৱাহাটী | ৩১-০৭-২০০৩ |
| গোলাঘাট এমেচাৰ থিয়েটাৰ ছোচাইটি, গোলাঘাট | ১৯০৪ |

প্ৰভৃতি আন আন অনুষ্ঠান



# প্ৰয়াত নাট্য প্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাৰ মন্তব্যত ৰাম গোস্বামী

অসমৰ পৰিবেশ্য বা প্ৰদৰ্শন কলাৰ সৈতে শিল্পী হিচাপে এই গ্ৰন্থখনিৰ লিখক ৰাম গোস্বামীৰ সৰুৰে পৰা সম্বন্ধ। সত্ৰীয়া পৰিবেশত ডাঙৰ দীঘল হৈ পাছত নৃত্যগুৰু প্ৰাতঃস্মৰণীয় জীৱেশ্বৰ গোস্বামীৰ পৰা প্ৰশিক্ষণ লাভ কৰাৰ উপৰিও শ্বিলং কলা পৰিষদৰ এগৰাকী বিশিষ্ট উদ্যোক্তা শিল্পীৰূপে তেওঁৰ জীৱনৰ আগছোৱা অতিবাহিত হৈছিল আৰু স্বকীয় প্ৰতিভাৰ পৰশেৰে তেওঁ কেইবাজনো উদীয়মান শিল্পীক গঢ় দিছিল।

নৃত্য-গীতৰ প্ৰতি থকা কৃতিত্বই তেওঁক মঞ্চনাটৰ মাজমজিয়ালৈ টানি আনিলে আৰু দৈহিক লাস্য, সুন্দৰ মুখাবয়ব আৰু মধুৰ কণ্ঠস্বৰেৰে তেওঁ, যি সময়ত নাৰী চৰিত্ৰ অভিনয় কৰিবলৈ উপযুক্ত শিল্পীৰ অভাৱ আছিল, তেনে এটা সময়ত অভুতপূৰ্ব সাৰ্থকতাৰে অভাৱ পূৰণ কৰিছিল। স্বৰ্গীয় প্ৰভাত শৰ্মাৰ প্ৰসিদ্ধ নাটক 'উল্কাৰ' জটিল নাৰী চৰিত্ৰ ৰীতাৰ আকৰ্ষণীয় অভিনয় কৰি তেওঁ যি পাৰদৰ্শিতা দেখুৱাইছিল, সেই কথা আমাৰ দৰে অনেকে আজিলৈকে নিশ্চয় পাহৰিব পৰা নাই।

নৃত্য-গীত অভিনয়ৰ মাজেদি আৰু নাট্য সংগঠক ৰূপে শ্ৰী গোস্বামীয়ে অসমৰ সাংস্কৃতিক জগতখনৰ সৈতে ওতঃপ্ৰোত ভাৱে জড়িত হৈ পৰে। পাছত অসম চৰকাৰৰ ৰাজ্যিক গ্ৰন্থাগাৰিক পদত নিযুক্তি পাই তেওঁ শিল্পকলা চৰ্চা কৰিবলৈ আৰু অধিক জ্ঞান আহৰণ কৰিবলৈ এখন বহল ক্ষেত্ৰ বিচাৰি পালে। তেওঁৰ এই অধ্যয়নৰ ক্ষেত্ৰ অকল অসমতে সীমাবদ্ধ হৈ নাথাকিল। বিশ্বৰ বিভিন্ন প্ৰান্তৰ গ্ৰন্থাগাৰ আঁচনি সমূহৰ বিষয়ে অধ্যয়ন কৰি অসমৰ পুথিভঁৰাল সংগঠনত এটা আধুনিক ৰূপ দিবলৈ চৰকাৰে তেওঁক দুবাৰো বিদেশলৈ শিক্ষালাভৰ বাবে পঠিয়ায়। কোৱা বাহুল্য যে এই ভ্ৰমণ কালতে তেওঁ বিদেশৰ মঞ্চ-আন্দোলনৰ ৰেহ-ৰূপ চাবলৈ সুবিধা পায়, আৰু কেইবাগৰাকী প্ৰখ্যাত বিদেশী নাট্যকাৰক লগ পায়। পিচে, গ্ৰন্থাগাৰিক হোৱাৰ কাৰণে তেওঁ অকল নাটকতে তেওঁৰ জ্ঞান - আহৰণ সীমিত কৰি ৰাখিব পৰা নাছিল। সেয়ে নাটক লিখাৰ উপৰিও তেওঁ বিভিন্ন দিশত প্ৰবন্ধ আৰু কিতাপ ৰচনাত মনোনিবেশ কৰিব লগা হৈছিল। এইবোৰৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল, তেওঁৰ 'মন আৰু মন', 'অংগৰাগ' আৰু শেহতীয়া 'অসমৰ লোকনাট্য'। বিষয়বস্তুৰ অভিনৱত্বৰ বাহিৰেও সৌখীন গোস্বামীয়ে প্ৰত্যেকখন পুথিৰে অংগসজ্জাৰ ওপৰত যথেষ্ট গুৰুত্ব দি অসমৰ পুথি-প্ৰকাশনৰ ক্ষেত্ৰত বেছ আলোড়নৰ সৃষ্টি কৰিছে। অসম চৰকাৰে শ্ৰী গোস্বামীক সাহিত্যিক পেঞ্চনেৰে সন্মানিত কৰিছে।

নাট্যশিল্পী হিচাপে গোস্বামীৰ লগত মোৰ ওতঃপ্ৰোত সম্বন্ধ ঘটে আমি শ্বিলঙত ১৯৬৮ চনত তৎকালীন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাদেৱৰ পৃষ্ঠপোষকতাত 'শৌভিক' নাট্য গোষ্ঠী গঠন কৰাৰে পৰা। শৌভিক গোষ্ঠীৰ তেওঁ আছিল সম্পাদক আৰু অন্যতম

নাট পৰিচালক। শৌভিকৰ প্ৰথম নাট 'ৰজা ইডিপাচে' শ্ৰী ৰাম গোস্বামী আৰু শ্ৰী ভূৱন মোহন বৰুৱাৰ পৰিচালনাত অসমৰ মঞ্চত প্ৰথম গ্ৰীক ট্ৰেজেডি হিচাপে অভিলেখ স্থাপন কৰে। এই নাটকৰ অভিনয় পাছত গুৱাহাটীতো সফলতাৰে মঞ্চস্থ কৰা হৈছিল।

শ্ৰী গোস্বামীয়ে ইতিমধ্যে টেনেছী ৱিলিয়ামছৰ প্ৰখ্যাত নাট 'দ্য গ্লাছ মিনা জেৰি' খনৰ অসমীয়া অভিযোজনা প্ৰস্তুত কৰি আছিল। শৌভিকে গুৱাহাটীলৈ অহাৰ পাছত সেইখন নাট হাতত লয় আৰু সফলতাৰে অভিনয় কৰে। এই নাটখন অসমৰ বহুঠাইত অভিনীত হৈছে আৰু সমাদৰ লভিছে। অভিলেখ স্থাপন কৰে গুৱাহাটী শিশু বিনোদন কেন্দ্ৰৰ মহিলা সকলে অভিনয় কৰা শ্ৰী গোস্বামী অভিযোজিত বিশ্বকবি ৰবীন্দ্ৰ নাথৰ 'নটীৰ পূজা' নাটখনে। শ্ৰী গোস্বামীৰ মৌলিক সামাজিক নাট 'জীৱনবৃত্ত খনো সফলতাৰে অসমৰ কেইবা ঠাইতো অভিনীত হৈছে। মনস্তাত্বিক বিশ্লেষণ জনিত চাইকো এনালিটিকেল নাটক অসমীয়াত আমি এতিয়ালৈকে এইখনেই পাইছো। বিলাতত থকা কালছোৱাত শ্ৰীগোস্বামীয়ে ৰহস্য সাম্ৰাজ্ঞী আগাঠা ক্ৰিষ্টিৰ 'মাউচ ট্ৰেপ' নাটখন চাইছিল আৰু সেইখন অসমীয়ালৈ অভিযোজনা কৰাৰ কথা ভাবি আছিল। নাটখন ভাৰতবৰ্ষত পাবলৈ নোহোৱাত তেওঁৰ এগৰাকী বন্ধু শ্ৰীকমল হাজৰিকাৰ যোগেদি বিলাতৰ পৰা অনাই অভিযোজনা প্ৰস্তুত কৰি শৌভিকৰ হাতত তুলি দিছিল। আমি নাটক খন যিমানদূৰ পাৰো পৰিপাটিকৈ উপস্থাপন কৰিছিলোঁ। মুখ্য ভূমিকাত আছিল অসমৰ এগৰাকী নামজ্বলা অভিনেতা স্বৰ্গীয় ডম্বৰু দাস। এই নাটখনেই 'পিঞ্জৰা' নামেৰে ইতিমধ্যে প্ৰকাশ হলত অসমৰ বিভিন্ন মঞ্চই আদৰি লবলৈ সুবিধা পালে। শ্ৰী গোস্বামীৰ আন এখন সফল নাটক হৈছে - লেনিন। এই নাটকত মই মুখ্য অভিনয় কৰি পৰম সমাদৰ লাভ কৰিছিলোঁ।

এইদৰেই শ্ৰী গোস্বামী মঞ্চ জগতৰ লগত সাঙোৰ খাই পৰাত বিশ্বৰ মঞ্চজগতৰ লগত সম্পৰ্ক স্থাপন কৰিবলৈ সুযোগ পায়। তেওঁ কেইগৰাকীমান বিশ্ৰুত নাট্যকাৰৰ জীৱন আৰু কৰ্মৰাজিৰ বিষয়ে ব্যাপক জ্ঞান আহৰণ কৰিবলৈ মনোনিবেশ কৰিলে আৰু তাৰ ফল স্বৰূপেই আমি আজি পাইছো, তথ্যপূৰ্ণ পুথি 'বিশ্ব-বিশ্ৰুত নাট্যকাৰ'। বহুতে বিশেষকৈ নাট্যশিল্পী আৰু নাট্যানুৰাগী ছাত্ৰ অধ্যাপককে অভিযোগ কৰা শুনিছো যে অসমীয়া ভাষাৰ নাট সম্পৰ্কীয় পুথিৰ সংখ্যা নিচেই তাকৰ। পাশ্চাত্য নাট্যকাৰসকলৰ জীৱনদৰ্শনৰ বিষয়ে আলোচনা কৰা কিতাপ যৎসামান্য। অথচ পাশ্চাত্য নাটকৰ প্ৰভাৱ আমাৰ নাট অভিনয়ত যথেষ্ট দেখিবলৈ পোৱা যায়। কথাটো মিছা নহলেও ইয়াৰ অন্তৰালত থকা সত্যক কোনেও আওকান কৰিব নোৱাৰে। আৰু এই সত্যটো হ'ল - এয়ে যে কোনো প্ৰকাশকে এনে ধৰণৰ গ্ৰন্থ প্ৰকাশত আগ্ৰহ নেদেখুৱায়। তেওঁলোকে বিচাৰে বিশ্ববিদ্যালয়ে অনুমোদন কৰা পুথি। কিন্তু বিশ্ববিদ্যালয়ে অনুমোদন কৰিবলৈ পুথিখনৰ প্ৰয়োজন। সেইফেৰা আগতীয়া কাম কৰিবলৈ কাৰো ইচ্ছা বা উৎসাহ নাই। পুথি এখন, তেওঁলোকৰ বাছনি কমিটি যদি আছে এনে কমিটিয়ে, বা স্বত্বাধিকাৰীয়ে নিজে গাঁথিৰ ধন খৰচ কৰি ছপাই উলিয়াই অনুমোদন কৰোৱাৰ ব্যৱস্থা লোৱাৰ দায়িত্ব যে তেওঁলোকৰ আছে, তাক পাহৰি যায়। আৰু এইটো একেবাৰে সঁচা নহয় যে অনুমোদিত নোহোৱা প্ৰবন্ধৰ পুথি তেওঁলোকে নছপায়। ছপায় আৰু ঠেলিহেঁচি দুই হাজাৰ কপি বিক্ৰীও কৰি দিয়ে।

ওপৰৰ কথাখিনি অৱতাৰণা কৰিছো এই বাবেই যে শ্ৰী ৰাম গোস্বামীয়ে এনে এখন মূল্যবান পুথি প্ৰকাশক নাপাই নিজৰ ধন ভাঙি ছপা কৰি উলিয়াব লগা হ'ল। এতিয়া কিতাপখন বিশ্ববিদ্যালয়ে পাঠ্য পুথি ৰূপে অনুমোদন কৰিলে, মোৰ বিশ্বাস, তেতিয়া দ্বিতীয় তাঙৰণৰ বাবে তেওঁ প্ৰকাশক পোৱাত কোনো আহুকাল নাথাকিব। প্ৰকাশকেও আগ্ৰহেৰে তেওঁক কাষ চাপিব। বিশ্ব-বিশ্ৰুত নাট্যকাৰ' পুথিখনত যি কেইগৰাকী নাট্যকাৰৰ বিষয়ে আলোচিত হৈছে সেই আটাইকেইজনেই অসমৰ নাট্যমোদী শিল্পী আৰু অনুসন্ধিৎসু ছাত্ৰ ছাত্ৰীৰ পৰিচিত। হয়তো অভিযোজিত নাট মঞ্চস্থ হোৱা দেখি নাইবা - এওঁলোকৰ বিষয়ে ওলোৱা প্ৰবন্ধ পাতি পঢ়ি কিছুকথা তেওঁলোকে জানিছে আৰু এইদৰে জনাৰ কাৰণেই তেওঁলোকৰ আৰু জানিবলৈ নিজৰে মনত হেপাহ জন্মিছে। শ্ৰী গোস্বামীৰ তথ্যপূৰ্ণ পুথিখনে এতিয়া এই হেপাহ পুৰণ কৰিবলৈ সমৰ্থ হব। গোস্বামীয়ে প্ৰত্যেকজন নাট্যকাৰৰ প্ৰেৰণাৰ উৎস অন্বেষণ কৰি বৈশিষ্ট্য খিনিৰ মননশীল ব্যাখ্যা আগবঢ়াইছে আৰু আটাইকেইজন নাট্যকাৰৰ বিষয়ে বেছ খৰচি মাৰি আলোচনা কৰিছে। দুই এজনৰ বিষয়ত তেওঁৰ আলোচনা বিস্তৃত। এজন প্ৰাচীন হেনৰিক ইবচেন আৰু আনজন আধুনিক বাৰ্টোল্ট ব্ৰেখটৰ বিষয়ে তেওঁ যথেষ্ট বিষদ ভাৱে আলোচনা কৰিছে। এই আলোচনা ফলপ্ৰসূ হৈছে। আনকেইজন নাট্যকাৰৰ বিষয়ে কৰা তেওঁৰ অধ্যয়ন নিশ্চয় আওকান কৰিব নোৱাৰোঁ। ষ্ট্ৰিণ্ডবাৰ্গ, নাট্যকাৰ চেখভ, টেনেছী ৱিলিয়ামছ, আৰ্থাৰ মিলাৰ, চেমুৱেল বেকেট, জন অচৰ্বন, হেৰল্ড পিণ্টাৰ আদিৰ বিষয়ে আমাৰ পঢ়ুৱৈ সমাজে ইমান কম জানে যে তেওঁলোকে গোস্বামীৰ পুথিখন পঢ়িলে লাভবান হব। সংস্কৃত নাট্য সাহিত্যৰ বাটকটীয়া স্বৰূপ ভাসৰ বিষয়ে আলোচনা আগবঢ়াইয়ো শ্ৰী গোস্বামীয়ে এক সমীচীন প্ৰচেষ্টা হাতত লৈছে।

মই বিশ্বাস কৰো, পুথিৰ ব্যৱসায়ত সুপ্ৰতিষ্ঠিত অনুষ্ঠান গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে পৰিবেশনৰ ক্ষেত্ৰত শ্ৰীগোস্বামীৰ গ্ৰন্থখনত উৎসাহ জনক সহাৰি দেখুৱাব আৰু প্ৰথম সংস্কৰণ অতি সোনকালে বজাৰত বিক্ৰী কৰি দ্বিতীয় সংস্কৰণ বৰ্দ্ধিত কলেবৰত যুগুত কৰিবলৈ তেওঁক সহায়-সহযোগ আগবঢ়াব।

অনুজোপম সুহৃদ ৰাম গোস্বামীলৈ মোৰ আন্তৰিক ওলগ জনাইছো আৰু আশা কৰিছো, পঢ়ুৱৈ সমাজে তেওঁৰ এই নতুন পুথি খন সাগ্ৰহেৰে গ্ৰহণ কৰি তেওঁৰ প্ৰতিভা বিকাশৰ পথ সুগম কৰিব।।

**সত্যপ্ৰসাদ বৰুৱা**

উজানবজাৰ,
গুৱাহাটী - ৭৮১ ০০৩

---

**বিশেষ দ্ৰষ্টব্য :** ৰাম গোস্বামী ৰচিত 'বিশ্ব বিশ্ৰুত নাট্যকাৰ' গ্ৰন্থখনৰ ভূমিকাত আলোচিত প্ৰয়াত সত্যপ্ৰসাদ বৰুৱাৰ মন্তব্য তুলি দিয়া হৈছে প্ৰাসংগিকতা থকাৰ বাবে।